ৰঙা
উজ্বৰা
পদুমৰ
পাপৰি এ

# গণেশ গগৈৰ ৰচনা সম্ভাৰ

সম্পাদনা :

ড° দিলীপ কুমাৰ দত্ত




পানবজাৰ : গুৱাহাটী

# গণেশ গগৈৰ ৰচনা সম্ভাৰ

সম্পাদনা ঃ ড° দিলীপ কুমাৰ দত্ত

প্ৰথম তাঙৰণ : বুদ্ধ পূৰ্ণিমা ১৯১৩ শক।

প্ৰকাশিকা : শ্ৰীমতী ইলা শৰ্মা, জ্যোতি প্ৰকাশন, পাণবজাৰ, গুৱাহাটী

ছপা : শ্ৰীঅবনী দত্ত, নেচনেল টেক্‌নো প্ৰিণ্টাৰ্ছ, গুৱাহাটী

বন্ধা : শ্ৰীসিদ্ধাৰ্থ চৌধুৰী, সুমন এণ্টাৰপ্ৰাইজ, গুৱাহাটী

প্ৰচ্ছদ : শ্ৰীত্ৰৈলোক্য দত্ত, গুৱাহাটী



মূল্য : সুলভ সংস্কৰণ — পঁযসত্তৰ টকা

পুথি ভঁড়াল সংস্কৰণ — এশ টকা

**Gonesh Gogoi Rasana Sambhar**

Editor : Dr. Dilip Kumar Dutta

First Published : May 1991

Publisher : Smti Ila Sarma, Jyoti Prakashan Guwahati

Printers : Sri Abani Dutta, National Techno Printers, Guwahati

বিলত তিৰেবিৰাই পদুমৰ পাহি এ
পাতত তিৰেবিৰাই পানী
ৰ'দত তিৰেবিৰাই জিগ্ৰাৰে পাখি এ
ফুলনিত যুলৰে বাণী ॥
এন্ধাৰত জিলিকে জোনাকী পৰুৱা
আকাশত জিলিকে জোন
ক'লাকৈ ডাৱৰত বিজুলী জিলিকে
হিঁয়াত মোৰ জিলিকে কোন ?
হিয়াত যিকুৰা জ্বলে ঐ জীয়া জুই
তাতো ঐ জিলিকে কেঁচা সোণ-
হ'ব নে এনে দিন বাজিব ভগা বীণ
হিঁয়াত মোৰ জ্বলিব পূর্ণিমাৰ জোন ॥

কমলানন্দ ভট্টাচাৰ্য্য

"আমি অলপতে অসমীয়া গায়ন এজনে গোৱা এটি গীত শুনি তাৰ সুৰ আৰু ৰচনাত মুগ্ধ হৈ সেই গায়কজনক সুধিছিলোঁ, এইটো কাৰ ৰচনা ? তেওঁ কব নোৱাৰিলে। এতিয়া 'বাউলী'ত সেই গানটো দেখিহে জানিলোঁ। যে বাউলীৰ গ্ৰন্থকাৰেই তাৰ জন্মদাতা। গানটোৰ প্ৰথম ফাঁকি এই—

"বিলত তিৰেবিৰাই পদুমৰ পাহি এ
পাতত তিৰেবিৰাই পানী-"

লক্ষ্মীনাথ বেজবৰুৱা

৺অমূল্য বৰুৱা (১৯২২-৪৬), ৺যতি নাৰায়ণ শৰ্মা (১৯২০-৮৬) ৺আনন্দ চন্দ্ৰ বৰুৱা (১৯০৭-৮৩), ৺মাধৱচন্দ্ৰ বেজবৰুৱা (১৯১২-৪৬) আদি যিসকলৰ আন্তৰিক মৰম আৰু প্ৰচেষ্টাৰ বাবে গগৈদেৱৰ সৃষ্টিসমূহৰ বুজন অংশ আজিও আমাৰ মাজত জীয়াই আছে আৰু যিসকলে বাট মুকলি কৰি থৈ নোযোৱা হ'লে আজি এই পুথি সম্পাদনা কৰাতো সম্ভৱ নহ'লহেঁতেন, সেইসকলৰ মহানুভৱতা আৰু পৰিশ্ৰমৰ সোঁৱৰণত —

বিলত তিৰেৰিবাই পদুমৰ পাহি ঐ

গণেশ গগৈৰ ৰচনা সম্ভাৰ

শলাগৰ শৰাই ৰূপে আগবঢ়ালোঁ

সেই পুণ্যাত্মাসকলৰ মহানুভৱতা, নিজৰ বন্ধুৰ প্ৰতি থকা মৰম-চেনেহ আৰু এজন ন-লিখাৰুৰ সৃষ্টিবিলাকৰ মহত্ত্ব উপলব্ধি কৰিব পৰা গুণ অসমীয়া সাহিত্যৰ ইতিহাসত চিৰস্মৰণীয় হওক—

লীলা কুমাৰ ৰাজ 53

# ক্ৰমণিকা

## আদৰ্শ কবিতা

জাতীয় প্ৰেমৰ ঃ

# পাতনি

**দুঃশাসনৰ ৰক্তপান**

১২ জুন ১৯৮৪ চনৰ কথা—ৰ'ড আইলেণ্ডৰ ৱেষ্টার্লি চহৰত কথাকলি নৃত্য-নাটিকা প্ৰদৰ্শন কৰিছেহি প্ৰখ্যাত কেৰালা কলা মণ্ডলমে। ৱেষ্টার্লিৰ সুকুমাৰ কলা-কেন্দ্ৰ ( Center for Arts ) আমেৰিকান দৰ্শকেৰে ঠাহ খালে—তাত আমি কেইজনমানহে ভাৰতীয় দৰ্শক আছিলোঁ।

প্ৰথম নাটিকা 'পাশা খেল'ৰ পিছত হোৱা জিৰণিৰ সময়কণত আমেৰিকান দৰ্শকসকলৰ আটায়ে সেই নাটিকাৰ ভাৱৰীয়াসকলৰ সাজ-পোছাক, নৃত্য আৰু অভিনয় ভূৰি ভূৰি প্ৰশংসা কৰিলে—দ্ৰৌপদী অভিনয় কৰা গাঁৱৰ মতা মানুহ বুলি তেওঁলোক প্ৰায় সকলোৱেই বিশ্বাস কৰিবলৈ টান পালে। মোক চিনি পোৱা দুগৰাকীমানে আগবাঢ়ি আহি ক'লে, "এনে নিখুঁত নৃত্য-অভিনয় আমি আগেয়ে কেতিয়াও দেখা নাই। তোমালোক ভাৰতীয়সকল কম মানুহ নহয়—নৃত্য, সঙ্গীত, অভিনয় আদি সকলো সুকুমাৰ কলাকে ইমান সূক্ষ্ম আৰু নিখুঁতভাৱে গঢ় দিছা যে আমি পশ্চিমীয়াসকলে কল্পনাই কৰিব নোৱাৰোঁ।" গৌৰৱত আমাৰ বুকু ওফন্দি পৰিল।

তাৰ পিছত আৰম্ভ হ'ল 'দুঃশাসন বধ' নাটিকা। সকলো ভালেই গৈছিল—কিন্তু, যেতিয়া প্ৰতিশোধৰ অগণিৰ দপ্‌দপাই জ্বলা দৃশ্য দেখিলে, ভীমে দুঃশাসনক মাটিত পেলাই দুঃশাসনৰ বুকু ফালি তেজ পিবলৈ আৰম্ভ কৰিলে তেতিয়া বহু দৰ্শক অসহ্য হ'ল। তাৰ পিছত নৰ-ৰক্ত লোলুপ উন্মত্ত ভীমে দুঃশাসনৰ নাড়ী-ভুৰু উলিয়াই উন্মাদভাৱে নৃত্য কৰিবলৈ ধৰিলে তেতিয়াই বহু আমেৰিকান দৰ্শকে সেই বীভৎস ৰস সহ্য কৰিব নোৱাৰি ওলাই গুচি গ'ল। ওলাই যাওঁতে মোৰ এজন বন্ধুৱে কৈ গ'ল, "তোমালোক ভাৰতীয়সকল বৰ প্ৰতিশোধপ্ৰিয়।"

'ভাৰতীয়সকল বৰ প্ৰতিশোধপ্ৰিয়' কথাষাৰ মোৰ কাণত ঠহৰকৈ লাগিল। কথাষাৰে মোৰ প্ৰাণত এনেদৰে খুন্দা মাৰিলে যে বহুত দিনলৈ কথাষাৰ মোৰ কাণত বাজি থাকিল। ৰেষ্টোৰ্লিৰপৰা উভতি আহোঁতে গোটেই বাটটো আৰু ঘৰ আহি পোৱাৰ পিছত গোটেই নিশা মই কথাষাৰৰ সত্যতা গমি-পিতি চালোঁ। মই উপলব্ধি কৰিলোঁ যে কথাষাৰ বহু পৰিমাণে সঁচা। আন নালাগে মহাভাৰত, ৰামায়ণৰ দৰে আমাৰ ভাৰতীয় সমাজৰ নীতি-নিয়ম থকা শাস্ত্ৰও প্ৰতিশোধৰ কাহিনীৰেই ভৰা। 'দ্ৰৌপদীৰ প্ৰতিশোধ', 'অৰ্জুনৰ প্ৰতিশোধ', 'শকুনিৰ প্ৰতিশোধ', বালিৰ প্ৰতিশোধ', 'দক্ষৰ প্ৰতিশোধ', 'পৰশুৰামৰ প্ৰতিশোধ' আদিৰ কাহিনীৰে আমাৰ পৌৰাণিক আখ্যানবিলাক ভৰি আছে। প্ৰতিশোধৰ কাৰণে কোনোৱে ভীমৰ দৰে তেজ পান কৰিছে, কোনোৱে অৰ্জুনৰ দৰে অব্যৰ্থ অস্ত্ৰ মাৰিছে, কোনোৱে দক্ষৰ দৰে যজ্ঞ কৰিছে, কোনোৱে লঙ্কাৰ দৰে নগৰ চহৰ ধ্বংসাৎ কৰিছে, কোনোৱে অশ্বত্থামাৰ দৰে শিশু হত্যা কৰিছে আৰু আন বহুতে কটাকটি, মৰামৰি কৰিছে। আন নালাগে আমাৰ ঋষি-মুনিসকলৰ কোনোবাই কিবা জগৰ লগালেই খঙত দপ্‌দপাই উঠে আৰু প্ৰতিশোধৰ কাৰণে তৎক্ষণাৎ অভিশাপ দিয়ে। শিল হৈ পৰি থকা অহল্যাৰ অভিশাপৰপৰা আৰম্ভ কৰি একেবাৰে নিমাখিত শকুন্তলাৰ অভিশাপলৈকে সকলো অভিশাপেই দৰাচলতে একোটা প্ৰতিশোধ। সেয়েহে 'ভাৰতীয়সকল প্ৰতিশোধপ্ৰিয়' কথাষাৰ বেছ সঁচা যেন লাগিল। এই বিষয়ে ভাৰতীয় শাস্ত্ৰৰ ক'ৰবাত কেনিবা কিবা আলোচনা আছে নেকি তাক জানিবলৈ মোৰ অদম্য হেঁপাহ জন্মিল।

ঘৰলৈ আহি মই ঘৰত থকা ৰামায়ণ, মহাভাৰত, ভাগৱতকে আদি কৰি যিমান হিন্দু শাস্ত্ৰ আছিল সকলোৰে পাত লুটিয়ালোঁ। সেই-বিলাকত প্ৰতিশোধৰ একো আলোচনা নাপাই মই পিছদিনাখন ওচৰৰ ব্ৰাঙন বিশ্ববিদ্যালয়লৈ ঢাপলি মেলিলোঁ, কিয়নো ব্ৰাঙন বিশ্ববিদ্যালয়ত থকা সংস্কৃত পুথি আৰু সংস্কৃত পুথিৰ ওপৰত থকা আলোচনা পুথিৰ সংগ্ৰহ পৃথিৱী বিখ্যাত। ভাৰতীয় পুথিৰ এনে সংগ্ৰহ ভাৰততে পোৱা

টান বুলি মোক বহুতে কয়। ব্ৰাওন বিশ্ববিদ্যালয়ত থকা পুথিবিলাকও কেইবাদিনও পাত পাত কৰিলোঁ কিন্তু ক'তো মই 'প্ৰতিশোধ'ৰ ওপৰত একো আলোচনা নাপালোঁ।

আন ভাৰতীয়ৰ তুলনাত অসমীয়াসকল আৰু বেছিহে প্ৰতিশোধ-প্ৰিয় যেন অনুমান হয়। অসমৰ বুৰঞ্জীত আমাৰ আগৰ ৰজা মহাৰজাই যি নিৰ্মমভাৱে প্ৰতিশোধ লৈছিল সেইবিলাক পঢ়িলে গা শিঁহৰি উঠে। উদাহৰণ স্বৰূপে, মোৱামৰীয়া বিদ্ৰোহৰ দিনত শলৰীয়া ৰজা গৌৰীনাথ সিংহক নৰ্গাৰবপৰা খেদা সিন্ধুৰা হাজৰিকাৰ ওপৰত তেওঁ লোৱা প্ৰতিশোধৰ বৰ্ণনা এনে ধৰণৰ "নৰ্গাৰৰপৰা সিন্ধুৰা হাজৰিকাক সপুত্ৰে ধৰাই আনি, পুতেকক আগেয়ে বধ কৰাই তাৰ মাংস বাপেকক খুৱাই পাছত সিন্ধুৰাকো প্ৰাণদণ্ড কৰিলে" ( হিতেশ্বৰ বৰবৰুৱা, আহোমৰ দিন, অসম প্ৰকাশন পৰিষদ, ১৯৮১, পৃঃ ২৮০-৮১ )। মই সঁচাকৈয়ে আচৰিত হ'লোঁ যে প্ৰতিশোধৰ ওপৰতে পতিষ্ঠিত ইমানবিলাক পৌৰাণিক কাহিনী আৰু বুৰঞ্জীত বহু নিদাৰুণ ঘটনা থকা সত্বেও কিয় প্ৰতিশোধৰ বিষয়ে যথাযথ আলোচনা ভাৰতীয় শাস্ত্ৰত নাই। কোনো অসমীয়া পুথিতো মই পতিশোধৰ ওপৰত আলোচনা পঢ়িবলৈ পোৱা নাই।

ইও মোক আচৰিত কৰিলে যে হিন্দু দৰ্শন আৰু হিন্দু ধৰ্মৰ যুক্তি অনুসৰি হিংসাত্মকভাৱে প্ৰতিশোধ লোৱাটো যুক্তিসঙ্গত নহয়—প্ৰতিশোধৰ পৰিৱৰ্তে ক্ষমাহে বেছি হিন্দু ধৰ্মই শিকায়। কিন্তু, ভাৰতীয়সকলৰ প্ৰতিশোধৰ কাহিনীবিলাক পঢ়িলে এনেহে ধাৰণা হয় যেন ভাৰতীয়সকলে হয়তো ক্ষমাৰ অৰ্থ নাজানে বা জানিলেও ক্ষমা কৰিব নাজানে। আমাৰ অন্যায় কৰাজনক ক্ষমা কৰি প্ৰেমেৰে অন্তৰ জয় কৰিবলৈ ভাৰতীয়সকলে কিয় চেষ্টা নকৰে বা নিশিকায় সি এক সাঁথৰৰ নিচিনা। আত্মা-পৰমাত্মাৰ সন্ধান পোৱা ঋষি-মুনিসকলে ক্ষমাৰে প্ৰেমৰ শক্তি নেদেখুৱাই অভিশাপেৰে কিয় নিজৰ সংহাৰ-শক্তিহে সততে প্ৰদৰ্শালে সি আচৰিত হ'বলগীয়া কথা। শ্ৰীকৃষ্ণই কিয় ভীমক দুঃশাসনৰ ৰক্তপান কৰিম বুলি লোৱা প্ৰতিজ্ঞাটো সুধৰালে বা তেওঁ জেনে

কৰোতে বাধা নিদিলে সি আচৰিত কথা। নাইবা তেওঁৰ প্ৰিয় ভক্ত দ্ৰৌপদীয়ে দুঃশাসনৰ তেজ নসনালৈকে চুলি নাবান্ধো বুলি লোৱা প্ৰতিজ্ঞাৰও শ্ৰীকৃষ্ণ কিয় নীৰৱ দৰ্শক হৈয়ে থাকিল সি মই বুজি নাপাওঁ। এইবিলাক কাৰণে মহাভাৰতৰ শ্ৰীকৃষ্ণক মোৰ বহুত সময়ত ভাগৱত-গীতাৰ শ্ৰীকৃষ্ণ যেন অনুমান নহয়। আত্মা-পৰামাত্মাৰ সাধাৰণ সূত্ৰেৰে এইটো সহজ সত্যতে উপনীত হ'ব পাৰি যে তৰোৱালেৰে প্ৰতিশোধ লোৱাতকৈ প্ৰেমেৰে প্ৰতিশোধ লোৱাটোহে শ্ৰেষ্ঠ—কিন্তু, এই সহজ সত্যটোৰ আলোচনা মই ক'তো নাপালোঁ।

শেষত মোৰ মনত পৰিল গণেশ গগৈৰ নাটক 'কাশ্মীৰ কুমাৰী'ৰ কথা। নাটকখন কলেজীয়া দিনতে পঢ়া কাৰণে গোটেইখন মোৰ ভালদৰে মনত নাছিল কিন্তু তাৰ নায়কে তৰোৱালেৰে প্ৰতিশোধ নলৈ প্ৰেমেৰে প্ৰতিশোধ লোৱাহে উচিত বুলি দেউতাকক বাৰে বাৰে বুজাবলৈ চেষ্টা কৰাৰ কথা মোৰ মনত পৰিল। সেই নাটকখন মোৰ লগত নাছিল কাৰণে তেতিয়া পঢ়া নহ'ল কিন্তু, তাৰ কিছুদিন পিছত গুৱাহাটীলৈ যোৱাত গুৱাহাটীৰ দোকানে-পোহাৰে কিতাপখন বিচাৰি চলাথ কৰিলোঁ কিন্তু ক'তো নাপালোঁ। তাৰ পিছত যোৰহাটলৈ যাওঁতে যোৰহাটৰ কিতাপৰ দোকান দুই এখনত বিচাৰি কিতাপখন নোপোৱাত আমাৰ গাঁৱৰ উদীয়মান ছাত্ৰ আৰু মোৰ নিজা ভাইৰ নিচিনা মৰমৰ দীপ শইকীয়াকে খাটিলোঁ, "দীপ, মোক ক'ৰবাৰপৰা গণেশ গগৈৰ কাশ্মীৰ কুমাৰী এখন তুমিহে যদি গোটাই দিব পাৰা। তুমি মোক যেনে তেনে হ'লেও কিতাপখন বিচাৰি দিয়া মই যিমান দাম লাগে দিম। কিতাপখন আকৌ এবাৰ পঢ়িবৰ কাৰণে মোৰ মনটোৱে যে কেনেদৰে উচপিচাই আছে তোমাক কি ক'ম।" মোৰ কথা শুনি দীপ তৎক্ষণাৎ চাইকেল লৈ ওলাল।

দীপে কিতাপখন ক'তো বিচাৰি নাপাই শেষত গণেশ গগৈৰ ভায়েক আৰু দীপৰ শিক্ষক শ্ৰীতৰুণ গগৈদেৱৰ ওচৰ পালেগৈ। তেখেতৰ হাততো ছপা কপি এটা নথকা কাৰণে তেখেতে নিজৰ বিশ্বাসী ছাত্ৰ দীপক নিজৰ হাতত থকা একমাত্ৰ হাতেলিখা পাণ্ডুলিপিখনকে দুদিনমানৰ কাৰণে

দিলে। তেওঁ আহি সেইখনকে মোৰ হাতত দিলে—দীপৰ ওপৰত থকা মোৰ বিশ্বাসৰ সত্যতা প্ৰমাণ হ'ল। মই পলম নকৰি নাটকখন লৰালৰিকৈ পঢ়ি শেষ কৰিলোঁ। নাটকখন পঢ়ি নতুনকৈ অভিভূত হ'লোঁ। "জীৱক অৱোৱালেৰে প্ৰতিশোধ লোৱাতকৈ প্ৰেম আৰু ক্ষমাৰেহে প্ৰতিশোধ লোৱা শ্ৰেয়"—হিন্দু দৰ্শনৰ এই অৱহেলিত সত্যক গণেশ গগৈয়ে এক অপূৰ্ব নাটকীয় ৰূপ দিছে তেখেতৰ 'কাশ্মীৰ কুমাৰী' নাটকত। 'কাশ্মীৰ কুমাৰী'ৰ এই বিশেষ দাৰ্শনিক অভিব্যক্তি আন অসমীয়া সাহিত্য নালাগে আন ভাৰতীয় ভাষাৰ সাহিত্যত আছে বুলিও মোৰ ধাৰণা নহয়। তেওঁৰ এই বিষয়বস্তু সঁচাকৈয়ে অপূৰ্ব। এই কথাৰ মহত্ব এই কাৰণেই বেছি যে গণেশ গগৈৰ আজো ককাক বুৰঞ্জী প্ৰসিদ্ধ পূৰ্ণানন্দ বুঢ়াগোঁহাই, অতি প্ৰতিশোধপ্ৰিয় লোক আছিল—আমি আগেয়ে উল্লেখ কৰা সিন্ধুৰা হাজৰিকাৰ ওপৰত গৌৰীনাথ সিংহই লোৱা নিৰ্মম প্ৰতিশোধ পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ নিৰ্দেশতে কৰা হৈছিল। সেইদৰে, 'পানীমুৱা' নামে এটাই তেওঁক মাৰিবলৈ ভিতৰি ভিতৰি দল গোটোৱা বুলি জানিব পাৰি পূৰ্ণানন্দ বুঢ়াগোঁহায়ে পানীমুৱাক ধৰাই ৰাতি পোতাশালত আৰু দিনত তাক তাৰ দুৱাৰমুখতে বান্ধি থয়। পিছত পানীমুৱাই বাটেদি যোৱা মানুহ যাকে মাতে তাকে ধৰি বন্দী কৰাই থয়। সেইমতে বন্দীশালত মানুহ ভৰি পৰাত-

'এক দিনা দূতে যাই কহিলা মন্ত্ৰীক।
নিবিচাৰি দোষ গুণ দিলা কাটিবাক ॥
তভো পানীমুৱাৰ কি ৰহিবেক জ্ঞান।
সিসবৰ লগতে তাহাৰো লৈলে প্ৰাণ।
অকাৰণে লোক বহু মৰাইলেক তাত।
সিসবৰ দোষে পচিবেক নৰকত ॥

[সূৰ্য্য কুমাৰ ভূঞা (সম্পাদিত),
অসমৰ পদ্য-বুৰঞ্জী, অসম চৰ্কাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, ১৯৬৪, পৃঃ ১২৪-১২৫]

কাশ্মীৰ-কুমাৰী নাটকৰ মাজেদি গণেশ গগৈৰ আৰ্য্য-সংস্কৃতি আৰু আধ্যাত্মিক আদৰ্শ নতুনকৈ দেখিবলৈ পাওঁ। তেওঁক আগেয়ে ভবাতকৈ

বহুত বেলেগকৈ চিনি পালোঁ। সেয়েহে তেওঁৰ সকলো লিখা আৰু তেওঁৰ বিষয়ে লিখা আলোচনা সমালোচনা যিমান পাৰোঁ গোটাই পঢ়িলোঁ। মই আচৰিত হ'লোঁ যে অসমীয়া সমাজত গণেশ গগৈক মানুহে সাধাৰণতে এজন 'ইন্দ্ৰিয়-বিলাসী', 'বিৰহী', 'ব্যৰ্থ-প্ৰেমিক', 'বৰাগী' আদি আখ্যাৰেহে বৰ্ণাই আহিছে। তাতে কবি বুলিহে তেওঁৰ পৰিচয়, নাট্যকাৰ ৰূপে তেওঁ একপ্ৰকাৰ অৱহেলিত। তদুপৰি তেওঁৰ সকলো ৰচনা বিচাৰ কৰা হৈছে তেওঁৰ জীৱনৰ মাত্ৰ এটা ঘটনাৰ যোগেদি—তেওঁ জীৱন-সঙ্গী ৰূপে পাবলৈ বিচৰা ছোৱালীজনীক তেওঁলৈ বিয়া নিদিয়া কথাটোৰ ওপৰতেই। তেওঁৰ ব্যক্তিত্ব আৰু তেওঁৰ আধ্যাত্মিক আদৰ্শ আদিৰ কোনো অধ্যয়ন হোৱা নাই বুলি ক'লেও বঢ়াই কোৱা নহয়।

সেইবাৰ গণেশ গগৈৰ নাট-কবিতাবিলাক আৰু তেওঁৰ বিষয়ে লিখা প্ৰবন্ধবিলাক এটা বেলেগ টোপোলাত গোটাই আমেৰিকালৈ উভতি আহিলোঁ। সেইবিলাক যিমানেই পঢ়িলোঁ সিমানেই মোৰ ইচ্ছা হ'ল গণেশ গগৈৰ সকলো ৰচনা একগোট কৰি ৰাইজৰ আগত এক নতুন ৰূপত দাঙি ধৰিবলৈ। সেয়েহে আমেৰিকাৰপৰাই তৰুণ গগৈদেৱলৈ লিখিলোঁ, তেখেতেও হয়ভৰ দিয়াত পুনৰ দীপলৈকে লিখিলোঁ গণেশ গগৈৰ লিখনি কিছুমান গোটাই দিবলৈ।

দীপে ছপা পুথি কেইবাখনও গোটাই দিয়াৰ উপৰিও 'ৰূপ-জ্যোতি'ৰ প্ৰথম সংস্কৰণটো সম্পূৰ্ণৰূপে নিজ হাতেৰে নকল কৰি দিলে। তৰুণ গগৈদেৱে দক্ষ-যজ্ঞৰ নকল এটি নিজে হাতে লিখি দিয়াৰ উপৰিও মোৰ লগত বহু সময় বহি গণেশ গগৈদেৱৰ বিষয়ে বহু সম্বিধান যোগালে। এই সঙ্কলনটো যদি ৰাইজে মূল্যবান বুলি ভাবে তাৰ বাবে দীপ আৰু তৰুণ গগৈদেৱ বিশেষ শলাগৰ পাত্ৰ। দীপ আৰু তৰুণ গগৈদেৱৰ অক্লান্ত পৰিশ্ৰমৰ কাৰণেই এই সঙ্কলনটো প্ৰস্তুত কৰা সম্ভৱ হ'ল।

পুথিখনত 'বিলত তিৰেবিৰাই পদুমৰ পাহি ঐ' বুলি লিখাৰ দুটা কাৰণ। প্ৰথমেই এজনী ছোৱালীৰ কণ্ঠত শুনা কমলানন্দ ভট্টাচাৰ্য্যৰ এই গীতটোৱে গণেশ গগৈৰ প্ৰাণ বাৰে বাৰে আলোড়িত কৰিছিল আৰু তেওঁৰ অন্তৰত প্ৰেম ওপজাইছিল। দ্বিতীয়তে অসমৰ গীত-নাট-কবিতাৰ

এক পৰীক্ষণমূলক অনুন্নত যুগৰ বিলত এপাহি পদুমৰ দৰেই তিৰবিৰাই উঠিছিল গণেশ গগৈৰ সাহিত্যিক প্ৰতিভা ।

যোৰহাটতে গণেশ গগৈৰ স্মৃতি চিৰস্মৰণীয়া কৰিবলৈ যোৰহাটীয়া ৰাইজে এখন গণেশ গগৈৰ স্মৃতি ৰক্ষা সমিতি পাতি কিবা এটা কৰিব আৰু তাত সকলো অসমীয়া ৰাইজে সহযোগ কৰিব বুলি আশা কৰি এই পুথিৰ সকলো ৰয়েল্টি গণেশ গগৈৰ স্মৃতি ৰক্ষা সমিতিলৈ আগবঢ়াইছোঁ ।

কিংগষ্টন, আমেৰিকা
জুলাই, ১৯৯০

দিলীপ কুমাৰ দত্ত

# কৃতজ্ঞতা জ্ঞাপন

জয়জয়তে এই পুথিখন আজি এই ৰূপত উলিয়াব পৰা কাৰণে মই স্বৰ্গীয় গণেশ গগৈৰ মৰমৰ ভায়েক তৰুণচন্দ্ৰ গগৈদেৱৰ প্ৰতি বিশেষ কৃতজ্ঞ। তৰুণ গগৈদেৱে ইমান দিনে তেখেতৰ অসাধাৰণ ককায়েকৰ অকাল মৃত্যুৰ গভীৰ বেদনাই বুকুত বহন কৰিবলগীয়া হোৱা নাই আন বস্তুতৰ বিৰূপ সমালোচনা, অজ্ঞাত অৱহেলা আদিৰ বিধি পথালি আওকাণ কৰি গণেশ গগৈদেৱৰ সৃষ্টিসমূহ ভৱিষ্যতক দিবৰ কাৰণে তেখেতে টোপোলা বান্ধি কঢ়িয়াই ফুৰিবলগীয়া হৈছে। ককায়েকৰ সৃষ্টিসমূহৰ যথাযথ মূল্যাঙ্কন কৰি কেতিয়াবা একগোট হৈ ওলাব বুলি তেখেতে বুকুত বান্ধি লৈ থকা আশাৰ কাৰণেই আজি ৰাইজৰ হাতত এই পুথিখন তুলি দিবলৈ সমৰ্থ হৈছো। এই সঙ্কলনৰ বাবে তৰুণ গগৈদেৱে অতি কষ্টেৰে নানা তথ্যপাতি গোটাই গণেশ গগৈদেৱৰ জীৱনৰ এটি অতি আন্তৰিক বৰ্ণনাৰে পুথিখনৰ সৌষ্ঠৱ বঢ়াইছে—এই জীৱনীখন অসমীয়া সাহিত্যলৈ তৰুণ গগৈদেৱৰ এক অমূল্য দান। সেয়েহে তেখেতৰ ওচৰত মই কৃতজ্ঞ। মোৰ দৃঢ়বিশ্বাস যে গণেশ গগৈদেৱৰ সৃষ্টিসমূহে এদিন অসমীয়া সাহিত্যত অতি আদৰণীয় স্থান পাব। সেয়েহে অসমীয়া জাতিৰ হৈ শ্ৰীতৰুণচন্দ্ৰ গগৈৰ প্ৰতি ইয়াতেই কৃতজ্ঞতা জনাইছো।

মোক যোৰহাটৰ শ্ৰীমান দীপ শইকীয়াই কেনেদৰে এই পুথি সম্পাদনা কৰাত সহায় কৰিছিল তাক পাতনিত উল্লেখ কৰিছোঁ। যোৰহাট তৰাজানৰ শ্ৰীমতী কৃষ্ণা বৰুৱা, তেজপুৰৰ শ্ৰীমহানন্দ বৰকটকী আৰু বৰ্তমান নিউ যাৰ্চি নিবাসী শ্ৰীব্ৰজেন বৰদলৈয়ে গীত, কবিতা আদি যোগান ধৰি আমাক সহায় কৰিছে।

আগেয়ে গগৈৰ নাটকৰ ভাওলোৱা আৰু গীত গোৱা শিল্পী যোৰহাটৰ শ্ৰীযুতা গুণবালা গগৈ আৰু মৰাণহাটৰ শ্ৰীপ্ৰেমানন্দ বৰুৱাদেৱে বয়সৰ সকলো বাধা নেউচি বিশেষ উৎসাহেৰে গগৈৰ গীতবিলাক গাই সেই-বিলাকৰ কথা আৰু সুৰ উদ্ধাৰ কৰাত সহায় কৰিলে। তেওঁলোক আটাইৰে প্ৰতি আমাৰ কৃতজ্ঞতা জনাইছোঁ।

গণেশ গগৈৰ গীতবিলাক পুনৰ উদ্ধাৰ কৰি নতুনকৈ পৰিবেশন কৰিবলৈ গাত লোৱা বাবে অসমৰ উদীয়মান গায়ক গীতিকাৰ শ্ৰীসদানন্দ গগৈৰ আৰু এই কাৰ্যত আমাক মনেপ্ৰাণে সহায় কৰা বাবে তেওঁৰ ভায়েক শ্ৰীমান নিত্যানন্দ গগৈৰ শ্ৰমৰ শলাগ লৈছোঁ।

শেষত জ্যোতি প্ৰকাশনে এই ব্যয়বহুল বহুমূলীয়া পুথিখনিৰ প্ৰকাশ কৰা কাৰণে তেখেতসকললৈ আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

জুলাই, ১৯৯০ **দিলীপ কুমাৰ দত্ত**



গণেশ চন্দ্ৰ গগৈ

জন্ম— ২৮ ডিচেম্বৰ, ১৯০৭ চন

মৃত্যু— ২১ আগষ্ট, ১৯৩৮ চন

# গণেশ গগৈৰ জীৱনী

শ্ৰীতৰুণ চন্দ্ৰ গগৈ

সুদীৰ্ঘ, ক্ষীণতনু, মুখত প্ৰসন্ন মিচিকিয়া হাঁহি, কথাত ব্যংগৰ ৰস, সুমধুৰ তিৰস্কাৰ, কথাই কথাই নাটকীয় ভাষা, চকুত উজ্জ্বল গভীৰ দৃষ্টি, চকুৰ হাঁহিত প্ৰেমৰ কবিতা, সপোন আৰু বাস্তৱৰ একীভূত ৰূপ, বাটে-পথে কল্পনা আৰু কাব্য স্বপ্ন, নাটকীয় দৃশ্যৰ দৰে অলংকাৰে প্ৰবেশ আৰু প্ৰস্থানেৰে দীঘল দীঘল খোজত ভাবৰ ভৰদি অহা আধা বাস্তৱ আৰু আধা সপোন সনা গগৈৰ ছাঁয়াময়া ছবিখন যি এবাৰ দেখিছে, তেওঁ আৰু সহজে তাক পাহৰিব নোৱাৰে।

( 'গণেশীয়া' ২৯শ বছৰ ৫ম সংখ্যা-'বাঁহী' )

গণেশ গগৈৰ জন্ম হৈছিল ১৯০৭ চনৰ ২৮ ডিচেম্বৰত, যোৰহাট নগৰত। পিতৃ কনক চন্দ্ৰ গগৈ আৰু মাতৃ কনকা গগৈৰ প্ৰথম সন্তান। পূৰ্বপুৰুষ গোলাঘাটৰ কাকডোঙা মৌজাৰ হাঁহপানী গাঁৱৰ। তেওঁলোক নেওগ ফুকনৰ ঘৰৰ, চাওৰকৰ বংশৰ। এই খেলৰ আদি পুৰুষ চাও চুকাফাৰ লগত অহা।

ককাক চাৰু চন্দ্ৰ ফুকন লক্ষীমপুৰ জিলাৰ ঢকুৱাখানালৈ—গোহাঁই, মাছখোৱা আৰু ঢকুৱাখানা—এই তিনি অঞ্চলৰ মৌজাৰ দায়িত্ব লবলৈ যাবলগীয়া হৈছিল। তেওঁ ক্ষমতাশালী আচৰুৱা পুৰুষ আছিল। চাৰু ফুকনৰ পাঁচজন পুত্ৰৰ ভিতৰত কনক গগৈ আছিল চতুৰ্থ।

কনক গগৈ মেধাবী ছাত্ৰ আছিল। পাঠশালা স্কুলত পঢ়োতে শ্ৰেণীত প্ৰথম হৈ প্ৰমোচন পাইছিল। প্ৰৱেশিকা পৰীক্ষা পাছ কৰাৰ পিছত কলিকতাত পঢ়ি বি.এ. আৰু বি.এল. ডিগ্ৰী লাভ কৰে।

আহোম সম্প্রদায় আৰু কেইবাখনো জিলাৰ ভিতৰতে তেওঁ প্ৰথম বি. এ. বি. এল. আছিল ।

কনক গগৈয়ে প্ৰথমতে যোৰহাটত আইন ব্যৱসায় আৰম্ভ কৰে । তেওঁ পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পো-নাতি লোকেশ্বৰ সিংহ বুঢ়াগোহাঁইৰ জীয়াৰী কনকাক বিয়া কৰায় । কিছুদিনৰ পিছত তেওঁ মুন্সিফৰ চাকৰিত যোগ দিয়ে । 'কনক মুন্সিফ' বুলি পিছলৈ তেওঁ জনাজাত হৈ পৰে । শিৱপ্ৰসাদ বৰুৱা, চন্দ্ৰধৰ বৰুৱা, কীৰ্তিনাথ শৰ্মা বৰদলৈ, কৃষ্ণ কুমাৰ বৰুৱা, দুৰ্গানাথ বৰুৱা আদি বিশিষ্ট ব্যক্তিসকল তেওঁৰ পৰম বন্ধু আছিল ।

গণেশৰ ঘৰুৱা নাম আছিল 'বাপু' । বাপু আছিল গোটেই ঘৰখনৰে 'আলাসৰ লাড়ু' আৰু ওচৰ-চুবুৰীয়াৰ ভিতৰত তেজাল, দেখনিয়াৰ আৰু ডজৰজীয়া ল'ৰা । সকলোৰে মৰম পাই 'বাপু' বৰ দুষ্ট হৈ পৰিল । নিজৰ ফূৰ্তিৰ বাবে একো নকৰাতকৈ কিবা এটা কৰিহে তেওঁ ভাল পাইছিল । অৱশ্যে তাৰবাবে কোনেও তেওঁক বেয়া পোৱা নাছিল ।

গণেশে প্ৰথমতে যোৰহাটৰ স্থানীয় স্কুলত পঢ়িছিল । দেউতাক 'একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ' হৈ তেজপুৰলৈ বদলি হোৱাত গণেশকো লগত লৈ যায় আৰু তাৰ স্কুলত নাম লগাই দিয়ে । তাৰ পিছত দেউতাক তেজপুৰৰপৰা বদলি হোৱাত যোৰহাট চৰকাৰী হাইস্কুলত গণেশে নাম লগায় ।

যোৰহাট—তৰাজান ৰেলপথাৰত তেতিয়া সকলো ধৰণৰ খেল-ধেমালি হৈছিল । সত্যেন বৰকটকী, গণেশ গগৈ, নবীন বৰুৱা, হৰেন্দ্ৰ নাথ বৰুৱা আদিৰে বত্ৰিশজন ল'ৰাই সদায় ফুটবল খেলিছিল । গণেশ খেলত বৰ ভাল আছিল । জোৰ আৰু কৌশল জ্ঞান থকাত কোনেও তেওঁক চেৰ পেলাব নোৱাৰিছিল । কেতিয়াবা কিবা কথাত মতৰ অমিল হৈ দন্দ লাগিলে, দহোটা-বাৰটা ল'ৰাৰ বিৰুদ্ধে গণেশে

অকলে যুঁজিছিল। অত্যন্ত সাহসী আৰু বলী আছিল। দেখিবলৈকো বৰ ধুনীয়া আছিল।

১৯২২ চনৰ জানুৱাৰী মাহত কাকজান মধ্য ইংৰাজী স্কুলৰপৰা আহি চৰকাৰী হাইস্কুলত নাম লগোৱা আনন্দ বৰুৱাৰ লগত গণেশৰ পৰিচয় হয়। তেতিয়াৰপৰা দুয়োজন অভিন্ন হৃদয়ৰ বন্ধু হৈ পৰে। দুয়োগৰাকী বন্ধুৱে অসমীয়া সাহিত্য ভঁড়াললৈ অতুলনীয় অৰিহণা আগবঢ়াই গৈছে।

সেই সময়ত 'যোৰহাট থিয়েটাৰ' এটা বিশেষ নাম থকা অনুষ্ঠান আছিল। স্বনামধন্য মিত্রদেৱ মহন্ত, ইন্দ্রেশ্বৰ বৰঠাকুৰ, হৰিহৰ বৰপূজাৰী ইয়াৰ নামজ্বলা অভিনেতা আছিল। গণেশ গগৈ, নবীন বৰুৱা আদি ছাত্রসকলে তেখেতসকলৰ থিয়েটাৰ চাই অনুপ্রাণিত হৈ শ্রেণীত অভিনয় কৰিছিল। গণেশে 'চেকেন্দৰছাহৰ' আৰু নবীন বৰুৱাই 'চেলিউকুচৰ' ভাও লৈছিল। শনিবাৰে স্কুলত সাংস্কৃতিক অনুষ্ঠান আৰু তৰ্ক প্রতিযোগিতা হৈছিল। গণেশে তাত আগ ভাগ লৈছিল। স্কুলত 'অঙ্কুৰ' নামৰ এখন হাতে লিখা আলোচনী আছিল। গণেশে 'অঙ্কুৰ' নামৰ এটা কবিতা লিখিছিল। কবিতাটোৰ ভাব-ভাষা আৰু ছন্দ ছাত্রৰ ওপৰ থাপৰ হোৱাত আলোচনীৰ দায়িত্বত থকা শিক্ষকজনে কবিতাটো প্রকাশ কৰিবলৈ দিয়া নাছিল।

"স্কুলীয়া জীৱনত গগৈ আছিল সহপাঠীৰ নেতা, শিক্ষকৰ আনন্দদায়ক বিনম্র ছাত্র, খেল-ধেমালিত অগ্রগণি, তৰ্কসভাত ন্যায় প্রতিবাদ কৰোঁতা জয়ী তাৰ্কিক আৰু বন্ধু-বান্ধৱৰ অমায়িক সঙ্গী।"

১৯২৬ চনত গণেশে প্রৱেশিকা পৰীক্ষা দিয়ে। অতিৰিক্ত গণিতৰ পৰীক্ষাৰ দিনা, ডাক্তৰ কমল গগৈৰ লগত ভনীয়েক উষাৰ শুভ-বিবাহৰ দিন পৰাত তেওঁ সেইদিনা পৰীক্ষা নিদি পিছদিনা নপঢ়াকৈয়ে বুৰঞ্জীৰ পৰীক্ষা দিছিল। প্রৱেশিকা পৰীক্ষা দ্বিতীয় বিভাগত পাছ কৰি প্রথমতে তেওঁ 'কটন কলেজ'ত নাম লগায়। কলেজৰ খেল-প্রতিযোগিতাত, দৌৰ আৰু জাপ মৰাত প্রথম হৈ তেওঁ ভালেমান পদক

আৰু পুৰস্কাৰ লাভ কৰে। ইয়াৰ সৰহভাগ পুৰস্কাৰ তেওঁ বন্ধুসকলক বিলাই দিছিল।

১৯২৬ চনত যোৰহাটত 'আসাম-ভেলী-সুৰমা-ভেলী টুৰ্ণামেণ্ট' অনুষ্ঠিত হৈছিল। কলেজীয়া ছাত্ৰকো তাত যোগদান কৰিবলৈ দিয়া হৈছিল। গণেশে তাত যোগদান কৰি 'সৰ্বশ্ৰেষ্ঠ খেলুৱৈৰ' সন্মান লাভ কৰে। অসমৰ গৱৰ্ণৰ বাহাদুৰে তেওঁৰ খেল চাই উচ্চ প্ৰশংসা কৰিছিল আৰু সামৰিক সেৱাত যোগ দিয়াবলৈ চেষ্টা কৰিছিল। কটন কলেজত থাকোতে কবিতা লিখাৰ প্ৰতি তেওঁৰ আগ্ৰহ বৃদ্ধি পায়।

১৯২৭ চনত গণেশে 'কটন কলেজ' এৰি কলিকতালৈ যায় আৰু তাৰ 'ৰিপন কলেজ'ত নাম লগায়। সেই সময়ত কলিকতাত থকা তেওঁৰ সহপাঠীসকল আছিল বিষ্ণুপ্ৰসাদ চলিহা, হৰিপদ চেতীয়া, ৰত্নেশ্বৰ গগৈ আদি।

'ৰিপন কলেজ'ত থাকোতে তেওঁ এজন ভাল ফুটবল খেলুৱৈ হিচাপে নিজৰ সুনাম ৰক্ষা কৰিছিল। দৌৰ আৰু জাপত অনেক পদক আৰু পুৰস্কাৰ পাইছিল। কলেজৰ অধ্যক্ষই গণেশৰ স্বভাৱ-চৰিত্ৰ আৰু খেলৰ প্ৰতি আকৰ্ষিত হৈ উৎসাহিত কৰিছিল আৰু আৱশ্যক হ'লে ধন ধাৰে দি সহায় কৰিছিল।

'ৰিপন কলেজ'ত তেওঁ বেছিদিন নাথাকিল। বন্ধু আনন্দ বৰুৱাৰ আহ্বান আৰু অনুৰোধ উপেক্ষা কৰিব নোৱাৰি অধ্যয়নৰ বাবে তেওঁ কাশী হিন্দু বিশ্ববিভালয়লৈ যায়। তাত দুয়ো বন্ধু লগলাগি সাহিত্য চৰ্চা কৰিবলৈ লয়। আনন্দ বৰুৱা, কিৰণ গোস্বামী, উত্তম বৰুৱা আৰু জয়ৰাম পাত্ৰৰ সহায়ত 'জাহ্নৱী' নামৰ এখন মাহেকীয়া হাতে লিখা আলোচনী উলিয়ায়। গণেশে তাত 'জাহ্নবী', 'জননী' আৰু 'ভণ্ডাৰ-সম্পাদক' নামৰ কবিতা লিখি প্ৰকাশ কৰে।

কাশীত থাকোতে ফুটবল আৰু খেল-প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি পুৰস্কৃত হৈছিল। বন্ধু আনন্দ বৰুৱাৰ লগত কলিকতালৈ অহা-যোৱা কৰি বঙ্গদেশৰ বিখ্যাত অভিনেতাসকলৰ নাট্য-অভিনয় উপ-

ভোগ কৰি দুয়ো নাটক আৰু অভিনয়ৰ বিষয়ে অনেক কথা শিকি বুজি লৈছিল। 'কলেজ'ত 'বৰবাবু' বুলি ক'লে গণেশক চিনি নোপোৱা মানুহ নাছিল।

১৯২৮ চনৰ শেষ ভাগত পৰীক্ষা নিদিয়াকৈ তেওঁ ঘৰলৈ আহে। তাৰ কিছুদিনৰ পিছত দেউতাক কনক গগৈ ৰোগাক্ৰান্ত হৈ শয্যাশায়ী হয় আৰু ১৯৩০ চনৰ চ'ত মাহৰ পূৰ্ণিমাৰ দিনা পৰলোক গমন কৰে।

দেউতাকৰ মৃত্যুৰ পিছত ডাঙৰ ল'ৰা হিচাপে গণেশৰ ওপৰত ঘৰৰ দায়িত্ব ভাৰ পৰে। প্ৰথমতে তেওঁ ঘৰৰ হাতী দুটাৰে দেবীনাথ বৰুৱাৰ লগত ধনশিৰী মুখত কাঠৰ ব্যৱসায় আৰম্ভ কৰে। তাত তেওঁৰ ধন ঘটা নহ'ল। বিনন্দীয়া প্ৰকৃতিৰ সৌন্দৰ্য্য উপভোগ আৰু হাতত বন্দুক লৈ চিকাৰ কৰাহে হ'ল। অৱশেষত কাঠৰ কাৰবাৰ বাদ দিবলগীয়া হয়। ইয়াৰ পিছত ৰাকাৰ চাহাবে (কনক গগৈৰ লগত আগতে কাম কৰা) গণেশক মাতি নি যোৰহাটৰ গটঙ্গা মদৰ মহলটো চলাবলৈ দিয়ে। কিছুদিন ভালদৰেই চলিল। ব্যৱসায়টোত যথেষ্ট লাভ হৈছিল। কিন্তু ফুটবল এৰি, ৰঙ্গমঞ্চ এৰি, বন্ধু-বান্ধৱৰপৰা আঁতৰত থাকি নিজৰ স্বাধীন মনটো বেছিদিন আবদ্ধ ৰাখিব নোৱাৰিলে। আনৰ দায়িত্বত মদৰ মহল চলাবলৈ এৰি দি শেষত একেবাৰে এৰি দিবলগীয়া হ'ল।

ইতিমধ্যে কাশীৰপৰা আনন্দ বৰুৱা আহি যোৰহাটত গণেশৰ লগ লাগিলহি গণেশ গগৈ, আনন্দ বৰুৱা আৰু লগতে কুমুদ বৰুৱা এই তিনি বন্ধুৱে 'চন্দ্ৰকান্ত হলৰ' সমুখৰ সেউজীয়া পথাৰখনৰ একাংশত আবেলি এটা নিৰ্দিষ্ট সময়ত প্ৰায়ে একেলগ হৈছিল। গগৈ, বৰুৱাই তাত স্বৰচিত কবিতা আবৃত্তি কৰিছিল। নাটকীয় দৃশ্যৰ বচন আওৰাইছিল আৰু কুমুদ বৰুৱাই স্বৰচিত ধেমেলীয়া কবিতা আৰু দেহোৱালী 'ৰামায়ণ' সুৰ লগাই গাইছিল। এইদৰে তিনিও বন্ধু বৌদ্ধিক বিকাশত আগবাঢ়িছিল।

১৯২৯ চনৰেপৰা গণেশে যোৰহাট থিয়েটাৰৰ নিয়মীয়া সভা

হৈ নাট্য-অভিনয়ত অংশ গ্ৰহণ কৰিবলৈ লয়।

১৯৩০ চনত গণেশে বন্ধু আনন্দ বৰুৱাৰ লগলাগি বাণী সন্মিলন প্ৰতিষ্ঠা কৰে। সাহিত্য চৰ্চাই বাণী সন্মিলনৰ মূল উদ্দেশ্য আছিল যদিও গীত-মাত-নাটক অভিনয় আদিও ইয়াত পতা হৈছিল। ৰায়-বাহাদুৰ কৃষ্ণ কুমাৰ বৰুৱা ডাঙৰীয়াৰ সভাপতিত্বত যোৰহাট থিয়েটাৰ ঘৰত শ্ৰীপঞ্চমীৰ দিনা প্ৰথম অধিবেশন অনুষ্ঠিত হয়। গণেশৰ ভাগত আছিল স্বৰচিত কবিতা আবৃত্তি। সেইদিনা তেওঁ ঘৰুৱা কামত ককিলামুখেদি মাজুলীলৈ যাবলগীয়া হৈছিল। গধূলি ৬ই বজাত থিয়েটাৰ ঘৰত দৰ্শক ভৰি পৰিল। সভা আৰম্ভ হবৰ হ'ল। কিন্তু গণেশ আহি পোৱাহি নাই। তেওঁলৈ বাট চাই বন্ধু আনন্দ বৰুৱাৰ ইচাট্-বিচাট্ লাগিছে। ঠিক সভা আৰম্ভ হোৱাৰ লগে লগে গগৈ আহি উপস্থিত হৈ ক'লে, "জাহাজত পেঞ্চিলেৰে কিবা এটা লিখি আনিছোঁ, কবিতা হৈছেনে—কি হৈছে কব নোৱাৰোঁ।" সময় হোৱাত আবৃত্তি কৰি গ'ল :

"কবিতাৰ মহাভাৰ লই
নাই অহা বৰদাক পূজা দিবলই
আজি গছে গছে, পাতে পাতে
ঘৰে-পৰে, বাটে-ঘাটে
কবিতা ফুৰিছে উৰি কবিতাকে লই
আৰু নো কবিতা তেনে লাগে কিহলই ?"

ইত্যাদি, ইত্যাদি।

গগৈৰ কবিতা আবৃত্তি শুনি শ্ৰোতা ৰাইজ মন্ত্ৰ-মুগ্ধ হ'ল। কবি আনন্দ বৰুৱাৰ মতে "সেই কবিতাটিৰ ছন্দই শ্ৰোতাৰ অন্তৰৰ আঁহে আঁহে কাব্য লোকৰ সৃষ্টি কৰিলে। সেই কবিতাটি গণেশ গগৈৰ কবি-প্ৰতিভাৰ এপাহি স্নিগ্ধ মধুৰ পদুম।"

১৯৩২ চনত গগৈয়ে 'কুৰি-শতিকা' নামৰ এখন সামাজিক নাটক ৰচনা কৰে।

তেওঁ 'সদৌ অসম আহোম সভাৰ' বছৰেকীয়া অধিবেশনত 'ত্ৰয়োদশ শতিকাৰ সোণৰ অসম' নামৰ স্বৰচিত কবিতাটি আবৃত্তি কৰি সোণৰ পদক পায়।

১৯৩৪ চনত 'পাপৰি' ৰচনা কৰি প্ৰিয় বন্ধু আনন্দ বৰুৱাৰ নামত অৰ্পণ কৰে। বৰুৱাদেৱৰ মতে "গগৈৰ 'পাপৰি' কামগন্ধহীন, সুবিমল কল্পনাৰ, সুকোমল কবিতাৰ, সাৱলীল গতিত বৈ যোৱা, গভীৰ প্ৰেমৰ যমুনাধাৰা, অন্তৰভেদি ওলাই অহা বেদনাৰ এটুপি চকুলো।"

ছপা হোৱাৰ লগে লগে 'পাপৰি' এখন ৰেজিষ্টাৰী ডাক যোগে সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়ালৈ পঠিওৱা হৈছিল। বেজবৰুৱা ডাঙৰীয়াই প্ৰাপ্তি স্বীকাৰ কৰি লিখিছিল।

গণেশ বোপা,

'পাপৰি পঢ়ি সুখী হলোঁ। 'পাপৰিৰ' ছন্দ মধুৰ, ভাব গধুৰ।"

'পাপৰি' সন্দৰ্ভত কবি দেৱকান্ত বৰুৱাদেৱে 'শতদল'ত লিখিছিল : 'পাপৰি' পঢ়ি মোৰো মন তাহানি এদিনাখন থৌকি-বাথৌ লাগিছিল। বয়সত তেখেত মোতকৈ অলপ আগবঢ়া হ'লেও দুয়োৰো কাব্য-সৃষ্টিৰ সোণালী-যুগ সমসাময়িক। তেখেতৰ লগত চকুৰ চিনাকি হবৰ সুযোগ নহ'ল। কিন্তু তেখেতৰ কবিতাৰ পৰিচয়ে গণেশ গগৈদেৱক চিৰদিনৰ কাৰণে মোৰ পৰম আত্মীয় কৰিলে।"

ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে 'গণেশ গগৈৰ কবিতা' নামেৰে এটি সুন্দৰ কবিতা ৰচনা কৰি প্ৰকাশ কৰিছিল।

গগৈৰ 'নাৱৰীয়া' নামৰ কবিতাটি কবি যতীন্দ্ৰ নাথ দুৱৰাদেৱলৈ লিখি পঠিয়াইছিল। দুৱৰাদেৱে গগৈৰ উদ্দেশ্যে 'এইবাটে নাহিবা দুনাই' নামৰ কবিতাটি ৰচনা কৰিছিল।

১৯৩৪ চনত তেওঁ 'শকুনিৰ প্ৰতিশোধ' নাটক ৰচনা কৰে। এই নাটকৰ বাবে গগৈৰ বন্ধু হৰেন্দ্ৰ নাথ বৰুৱাই ব্যাসৰ 'সংস্কৃত মহাভাৰত'খনৰ কালী প্ৰসন্ন সিংহই কৰা বঙালী অনুবাদ যোগান ধৰিছিল। বৰুৱাদেৱৰ মতে "গণেশে গোটেই 'মহাভাৰত'খনকে নাটকত

ৰূপ দিয়াৰ কথা ভাবিছিল।" 'শকুনিৰ প্ৰতিশোধ; নাটকখন সেই বছৰ বাণী সন্মিলনত যোৰহাট থিয়েটাৰৰ সদস্যসকলে প্ৰথম মঞ্চস্থ কৰিছিল। গগৈয়ে নিজে 'কৰ্ণ' নবীন বৰুৱাই 'দুৰ্যোধন', ৰাজকুমাৰ নগেন্দ্ৰ নাৰায়ণ সিংহই 'শকুনি', করুণাধৰ বৰুৱাই 'অৰ্জুন', দৰ্পনাথ শৰ্মাই 'দ্ৰৌপদী', মতিলাল দাসে 'ভীম', ডাক্তৰ কালী প্ৰসাদ বৰুৱাই 'দুঃশাসন' আৰু বিপিন বৰুৱাই 'ধৃতৰাষ্ট্ৰৰ' ভাও লৈছিল। সন্মিলনত সভাপতিত্ব কৰি সেইসময়ৰ সহ-ন্যায়াধীশ ৰাধানাথ ফুকনদেৱে তেখেতৰ মন্তব্যত কৈছিল "নাটকখন চমু যদিও 'মহাভাৰতৰ' মূল কথাখিনি প্ৰকাশ পাইছে। আজি এই নাটকখন দেখুৱাৰ বাবেই বোধকৰো এই সভা পতা হৈছে।"

১৯৩৫ চনত 'স্বপ্নভঙ্গ' নামৰ অন্য এখন কবিতা পুথি ৰচনা কৰে।

১৯৩৬ চনৰ ১ মাৰ্চত, যোৰহাটত হোৱা 'শ্ৰীশ্ৰীৰামকৃষ্ণ পৰম হংসদেৱৰ' শতবাৰ্ষিকী উৎসৱত গগৈয়ে এটি স্বৰচিত কবিতা আবৃত্তি কৰি সমবেত দৰ্শক মণ্ডলীৰপৰা ভূয়সী প্ৰশংসা লাভ কৰিছিল।

১৯৩৬ চনৰ জুন মাহ। 'জয়মতী' নাটক লিখি কলিকতাৰ 'মেগাফোন' কোম্পানীত বাণীবদ্ধ কৰাৰ বন্দবস্ত হ'ল। গগৈয়ে দলেবলে কলিকতাত উপস্থিত হৈ আখৰাত লাগিল। একেসময়তে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে তেখেতৰ লগৰ শিল্পীসকলৰে 'জয়মতী' নাটকখন 'চেনোলাত' বাণীবদ্ধ কৰিবলৈ কলিকতাত আহিছিল। কথাটো গম পাই গগৈয়ে নিজৰ 'জয়মতী' নাটকৰ নাম সলাই 'জেৰেঙাৰ-সতী' কৰি পেলালে।

বাণীবদ্ধৰ আগদিনা। জয়মতীৰ শাস্তিৰ দৃশ্যটো ডেৰ মিনিট-মানতে শেষ হয়। দৃশ্যটো অলপ দীঘল কৰিবলৈ কোম্পানীৰ বিষয়াজনে কোৱাত গগৈয়ে লগে লগে কলম হাতত লৈ তলৰ কবিতা অংশ তাত যোগ কৰি দিলে।

"দেহাই যদিও মোৰ যাতনা ভুঞ্জিছে
পৰাণে লভিছে মোৰ শান্তি সুবিমল,

স্বামী, প্ৰভু, প্ৰাণেশ্বৰ হৃদয়া দেৱতা
দাসীৰ অনন্ততীৰ্থ তুমিয়ে কেৱল ।
হে করুণাময়, হে ভগৱান !
পৰাণ ইয়াতে যদি হয় অৱসান
নেপাহৰে প্ৰভু যেন স্বোৱামীৰ ধ্যান ।"

আখৰা চাই কাষত বৈ থকা বঙ্গদেশৰ বিখ্যাত কথাশিল্পী আৰু অভিনেতা দুৰ্গাদাস বন্দোপাধ্যায় অবাক হৈ থৰ লাগি ৰ'ল । 'জেৰেঙাৰ সতী' ভালজিনিস, ভালজিনিস, ভালজিনিস" বুলি তিনিবাৰ উচ্চাৰণ কৰি শলাগিলে । ১৯৩৬ চনৰ জুন মাহৰ তেইশ তাৰিখে 'জেৰেঙাৰ সতী' মেগাফোনত বাণীবদ্ধ কৰা হয় । সোতৰ বছৰীয়া মহিলা শিল্পী গুণবালা গগৈক আৱিষ্কাৰ কৰি 'জয়মতীৰ' ভাওত আৰু নাটকখনৰ গীতাংশত অংশ গ্ৰহণ কৰোৱাটো গণেশ গগৈৰ বিৰাট সাফল্য আছিল । গগৈৰ উপৰিও অন্যান্য শিল্পীসকল আছিল নবীন বৰুৱা, হৰেন্দ্ৰ নাথ বৰুৱা, দুৰ্গানাথ ফুকন, লাৱণ্য প্ৰভা হাজৰিকা, জনাৰ্দন ঠাকুৰ, সোণেশ্বৰ গগৈ, ঠানুৰাম নিয়মকৰা বৰা আদি । সপ্তম বছৰ, অষ্টম সংখ্যা 'আৱাহনৰ' সম্পাদকীয়ত লিখিছিল : "জেৰেঙাৰ সতী'ৰ 'জয়মতী'ৰ ভাওত শ্ৰীযুতা গুণবালা গগৈয়ে সঁচাকৈয়ে শ্ৰোতাসকলক সন্তোষ দিব পাৰিছে । আন ভাৱৰীয়াসকলেও কৃতকাৰ্য্যভাৱে নাটকখন সম্পূৰ্ণ কৰিছে । নাটকখনৰ দৃশ্যবিলাক সজোৱাতো নিপুণতা প্ৰকাশ পাইছে ।" 'জেৰেঙাৰ সতী' শুনিবলৈ সেই সময়ত অসমৰ গ্ৰামোফোনৰ দোকানবোৰৰ বাহিৰে-ভিতৰে মানুহৰ যথেষ্ট ভিৰ হৈছিল আৰু গণেশ গগৈৰ নাম চাৰিওফালে বিয়পি পৰিছিল ।

'জেৰেঙাৰ সতী' বাণীবদ্ধৰ পিছত শিল্পীসকলৰ সৈতে গগৈ অসমলৈ উভটিল । কেইদিনমানৰ কাৰণে তেওঁ গুৱাহাটীত থকা ককায়েক কুঞ্জনাথ গগৈৰ ঘৰত থাকি আছিল । ঘৰপোৱাৰ আগতেই গগৈৰ নামত মেগাফোন কোম্পানীৰপৰা ইতিমধ্যে এখন টেলিগ্ৰাম আছিল :

"অন্য এখন নাটক লৈ সাজু হৈ আহক ।"

সেইমতে 'লাচিত' নাটকখন 'জেৰেঙাৰ সতী' বাণীবন্ধৰ ডেৰমাহৰ পিছত মেগাফোনত বাণীবন্ধ কৰা হয়। 'লাচিত'খন চিত্ৰনাট্য (কথাছবি) কৰিবলৈ কলিকতাৰ কোম্পানী এটাই গগৈক ৰৰকৈ ধৰিছিল। কিন্তু চৰ্তবোৰ মনোমত নোহোৱাত তেওঁ এই কাম কৰিবলৈ আগ নেবাঢ়িল।

১৯৩৭ চনৰ জানুৱাৰী মাহত গগৈয়ে 'দক্ষযজ্ঞ' নাটক ৰচনা কৰি 'হিন্দুস্থান'ত 'বাণীবন্ধ' কৰে। নাটকখনত অংশ গ্ৰহণ কৰা নবীন বৰুৱা প্ৰমুখ্যে ভালেকিজন শিল্পী অসমলৈ উলটিল। গগৈৰ লগত কেইজনমান কলিকতাতে থাকিল। ঘৰলৈ আহিবলৈ হাতত টকা নাই, গগৈয়ে 'মেগাফোন কোম্পানীক' জনালে, আৰু এখন নাটক আছে, 'সীতা-বনবাস' বাণীবন্ধ কৰিব পৰা যায়। কোম্পানীৰ বিষয়াই নাটকখন চাবলৈ বিচাৰিলে। গগৈয়ে পিছদিনা দেখুৱাবলৈ গান্ত ললে, নাটকখন যে তেতিয়ালৈকে লিখাই হোৱা নাই। সেই-দিনা গধূলি, লগত থকা শিল্পী প্ৰেমানন্দ বৰুৱাক বহী এটা কিনি আনিবলৈ ক'লে। গগৈয়ে বিচনাত শুই লেপখন গালৈ টানি লৈ কৈ গ'ল বৰুৱাই বহীত লিখি গল। 'সীতা-বনবাস' নাটকৰ সেই ৰাতিয়েই জন্ম হ'ল, দুদিনমান আখৰা কৰাৰ পিছত নাটকখন বাণীবন্ধ কৰা হয়। এই নাটকৰ ৰাম, লক্ষ্মণ আৰু সীতাৰ ভাওত যথাক্ৰমে গণেশ গগৈ, ভাৰত ভূঞা আৰু গুণবালা গগৈয়ে অংশ গ্ৰহণ কৰিছিল।

একে সময়তে 'দাতাকৰ্ণ' নামৰ অন্য এখন ৰেকৰ্ড গুণবালা গগৈৰ লগত গগৈয়ে বাণীবন্ধ কৰে।

বাণীবন্ধৰ কাৰণে গগৈয়ে ৰচনা কৰা প্ৰায়বোৰ নাটকেই কোম্পানীৰ লগত বন্দবস্ত হোৱাৰ পিছতহে লিখিবলৈ লৈছিল, নাটক-খনৰ দৃশ্য কেইটা হ'ব, কিমান চৰিত্ৰ থাকিব সকলো কথা মনতে ভাবি ঠিক কৰি লৈছিল আৰু সেইমতে কোম্পানীৰ লগত যোগাযোগ কৰিছিল। আৰু অতি কম সময়ৰ ভিতৰতে নাটক ৰচনা কৰি উলিয়াইছিল।

১৯৩৭ চনৰ আগষ্ট মাহত গগৈয়ে ৰঙ উপৰোগী 'কাশ্মীৰ কুমাৰী'

নাটক ৰচনা কৰে। সেই বছৰ দুৰ্গাপূজাৰ অষ্টমী ৰাতি 'যোৰহাট থিয়েটাৰ'ত নাটকখন প্ৰথমবাৰৰ বাবে অভিনীত হয়। নাটকখনৰ বিশিষ্ট চৰিত্ৰত গগৈয়ে নিজে 'অনঙ্গ', নবীন বৰুৱাই 'বিজয় সিংহ', ৰাজকুমাৰ নগেন্দ্ৰ নাৰায়ণ সিংহই 'অনন্ত', হৰেন্দ্ৰ নাথ বৰুৱাই 'বিশ্ব সিংহ' আৰু দৰ্পনাথ শৰ্মাই 'কমলা'ৰ ভাও লৈছিল। 'যোৰহাট থিয়েটাৰ'ত গণেশ গগৈৰ আছিল এইটোৱেই শেষ অভিনয়।৮ 'কাশ্মীৰ কুমাৰী' নাটকৰ শেষ দৃশ্যটো গগৈয়ে পৰিকল্পনা কৰাৰ দৰে কৰ্মকৰ্তাসকলে মঞ্চস্থ নকৰাৰ প্ৰতিবাদত তেওঁ ৰঙ্গমঞ্চ এৰি আঁতৰি আহিবলৈ বাধ্য হয়।

সেই বছৰতে তেওঁ 'সীতা' নামৰ নাটক এখন অমিত্ৰাক্ষৰ ছন্দত লিখি শেষ কৰিছিল। যোৰহাটৰ শিলিখা বাগানত ১৯৩৭ চনৰ নৱমী ৰাতি নাটকখন অভিনীত হৈছিল। অভিনেতা যশোদা গোহাঁয়ে 'ৰাম'ৰ ভাও লৈছিল। তেখেতে কৈছিল: "নাটকখনৰ ৰচনা সুন্দৰ হৈছিল, 'শকুনিৰ প্ৰতিশোধৰ' অমিত্ৰাক্ষৰ ছন্দতকৈও ছন্দমধুৰ আছিল।" সতী সীতাই পাতালত আশ্ৰয় লোৱাৰ দৰে ১৯৪২ চনত যোৰহাটত হোৱা প্ৰবল ভূমিকম্পত গোহাঁইদেউৰ ঘৰৰ পকী বেৰা খহি নাটকখনৰ একমাত্ৰ পাণ্ডুলিপিটো মাটিত জাহ গ'ল।

'সীতা' নাটক অভিনয় কৰা ৰাতি এটা অভিনৱ ঘটনা হৈছিল। নাটকখন অভিনয় কৰাৰ সময় হ'ল। দৰ্শক ভৰি পৰিছে। "সৰ্বনাশ —নাটকখন নাই—ঘৰত থাকি আহিল" লৰালৰিকৈ এখন টেক্সীৰে এজনক পঠিয়ালে নাটকখন আনিবলৈ। দুৰ্ভাগ্যৰ উপৰি দুৰ্ভাগ্য। মাজ বাটতে বিভ্ৰাট ঘটিল। টেক্সী আগনবঢ়া হ'ল, সময় উকলি গ'ল, নাটকো নাহিল। কিংকৰ্তব্য বিমূঢ় সকলো। যোৰহাট থিয়েটাৰ এৰি গগৈ সেইদিনা 'সীতা' নাটকখন পৰিচালনা কৰিবলৈ শিল্পীসকলৰ লগত শিলিখা বাগানলৈ গৈছিল। গগৈয়ে ক'লে, "চিন্তা কৰিব নালাগে। নাটক আৰম্ভ কৰা। মই যেনেকৈ কম, অভিনেতাসকলে মুখস্থ কৰা দৰে ঠিক তেনেকৈ সেই অনুকৰণ কৰি যাবাহঁক।" সেইমতেই 'সীতা' নাটকৰ অভিনয় হ'ল। শ্ৰোতা দৰ্শকে অভিনয় উপভোগ

কৰিলে। নাটক নোহোৱাৰ ৰহস্য কোনেও ভেদ কৰিব নোৱাৰিলে। অভিনয়তে অভিনয় হ'ল।

গগৈৰ আছিল প্ৰখৰ স্মৃতিশক্তি, উপস্থিত বুদ্ধি আৰু অসীম সাহস। ইয়াৰ সহায়ত তেওঁ যি কোনো পৰিস্থিতিৰ সম্মুখীন হ'ব পাৰিছিল।

যোৰহাট ভৰাজানৰ বিশিষ্ট ব্যক্তি, অভিনেতা লোকনাথ ফুকন 'শকুনিৰ প্ৰতিশোধ' নাটকখন নিবলৈ এদিন গগৈৰ ঘৰলৈ আহিছিল, নাটকখনৰ পাণ্ডুলিপিটো তেতিয়া তেওঁৰ হাতত নাছিল। গগৈয়ে ফুকনক ক'লে, "নাটকখন মোৰ মনতেই আছে। মই তাৰ নকল এটা কৰি আপোনাক দি আহিম গৈ।"

এজন প্ৰসিদ্ধ নাট্যকাৰ হোৱাৰ উপৰিও গগৈ এজন প্ৰথম শ্ৰেণীৰ অভিনেতা আছিল। যোৰহাট থিয়েটাৰত তেওঁৰ সুন্দৰ সফল অভিনয়ৰ ভিতৰত 'ৰবচোৰ' নাটকত (নেপালী), 'চাহজাহানত' (যশোৱন্ত সিংহ), 'বৈদেহী বিয়োগত' (ৰাম), 'চম্পাৱতী'ত (সুধন্বা), কমতা কুঁৱৰী'ত (মনোহৰ), 'শকুনিৰ প্ৰতিশোধ'ত (কৰ্ণ) আৰু 'কাশ্মীৰ কুমাৰী'ত (অনঙ্গ)ৰ চৰিত্ৰ ৰূপায়ন কৰি দৰ্শকৰপৰা বিপুল হৰ্ষধ্বনি আৰু উচ্চ প্ৰশংসা লাভ কৰিছিল।

অভিনেতা গগৈয়ে কেৱল জটিল চৰিত্ৰৰ ভাওহে লৈছিল এনে নহয় 'ধেমেলীয়া নাটকতো' কেতিয়াবা কেতিয়াবা ভাও লৈছিল। এবাৰ নাট্যকাৰ পজিৰুদ্দিন আহম্মদৰ 'চোৰৰ বিপদ' নামৰ ধেমেলীয়া অবাক নাটকৰ চৰিত্ৰত ওলাই তেওঁ দৰ্শকক মুগ্ধ কৰিছিল। সকলো ভাওৰীয়া যাতে কৃতকাৰ্য্য হয় আৰু ভাও ভাল হয় তাৰ বাবে তেওঁ সজাগে চকু ৰাখিছিল। তদুপৰি গগৈয়ে কিছুমান নাটকত তেওঁ লোৱা চৰিত্ৰৰ সংলাপখিনি ভাল নেপালে নাটকৰ উপযোগী কৰি, নিজে সংলাপ ৰচনা কৰি লৈছিল।

গগৈয়ে বন্ধু-বান্ধৱৰ শুভ পৰিণয় উপলক্ষে প্ৰীতি-উপহাৰ লিখিছিল তাৰ ভিতৰত টংকেশ্বৰ চলিহা, হৰেন্দ্ৰনাথ বৰুৱা, উত্তম চন্দ্ৰ বৰুৱা,

ডাক্তৰ প্ৰসাদ বৰদলৈ, করুণাধৰ বৰুৱা আৰু মঃ পঞ্জিকুদ্দিন আহমদৰ বিয়াত লিখা প্ৰীতি-উপহাৰকিখন উল্লেখযোগ্য। এজন বন্ধুৰ প্ৰীতি-উপহাৰত লিখিছিল :

"সোতৰ শতিকাৰ কোমল চাউল
তেৰ শতিকাৰ গুৰ,
চিকু গুৱালৰ গাখীৰ আনি
তাতেই ঢালি দিছৈৰ পানী,
কিয়নো বান্ধে পেলাব খুজিছা,
গুরু ভকতৰ হাড কিডালি ওৰ?"

গগৈ আছিল এজন চিকাৰৰ কৌশল জনা-বুজা অভিজ্ঞ চিকাৰী। তেওঁৰ চিকাৰৰ লক্ষ্য আৰু বন্দুকৰ গুলী আছিল অব্যর্থ। তেওঁৰ চিকাৰ য'তেই নাথাকক তেওঁ মৰা গুলীৰপৰা সাৰি যাব পৰা নাছিল। এদিন তেওঁৰ বন্ধু কমল খাউণ্ডৰ লগত চিকাৰ কৰি ঘূৰি আহোঁতে বাটত চৰাই গুলীয়াই আহিছিল। খাউণ্ডে অনাহকত প্ৰাণী বধ কৰাটো ভাল পোৱা নাছিল। তেওঁ গগৈক তেনে নকৰিবলৈ কোৱাত গগৈয়ে ক'লে, "সৌ উৰি অহা চৰাইটোৰ গাত যদি গুলী লগাব নোৱাৰোঁ মই আৰু আজিৰপৰা বন্দুক নোছোওঁ।" কিন্তু গগৈৰ গুলী আছিল অব্যর্থ। চৰাইটো ধৰ্ফৰাই মাটিত পৰিলহি আৰু তেওঁ বন্দুক এৰিবলগীয়াও নহ'ল।

নলিন বৰবৰুৱা, কমল খাউণ্ড, অৰুণ দলৈ, নবীন শৰ্মা আৰু মাখন বৰুৱা গগৈৰ চিকাৰৰ লগৰীয়া আছিল।

তাচ খেলতো গগৈ আছিল পাৰ্গত। বিপক্ষ দলৰ হাতত থকা তাচ পাতৰ তেওঁ সঠিক মূল্যায়ন কৰিব পাৰিছিল আৰু সেয়ে তাচ খেলত কোনেও তেওঁক মোমোজাত পেলাই পৰাজিত কৰিব পৰা নাছিল।

গগৈৰ কথা কোৱাৰ ধৰণ আৰু ৰসিকতাৰ বাবে সকলোৱে তেওঁৰ সঙ্গ ভাল পাইছিল। তেওঁ গম্ভীৰ নাটকীয় ভঙ্গীত কোৱা

ধেমেলীয়া আৰু ব্যঙ্গ কথাই শুনোতাজনৰ হাঁহিত পেট বিষাইছিল।

তেওঁৰ স্পষ্টবাদিতা, উদাৰ মন আৰু আকৰ্ষণীয় ব্যক্তিত্বৰ বাবে সকলোৱে তেওঁক শ্ৰদ্ধা কৰিছিল।

কবিতা, নাটক আদি লিখোতে গগৈয়ে অলপ সুৰাপান কৰি লৈছিল। মাক কনকা গগৈয়ে তেওঁক সুৰাপান নকৰিবলৈ প্ৰায়েই বুজনি দিছিল। "লিখিবৰ কাৰণেহে মই অকণমান খাইছোঁ" বুলি তেওঁ মাকক সমিধান দিছিল।

কম সময়ৰ ভিতৰতে গগৈয়ে যি কোনো বিষয়ে লিখিব পাৰিছিল। অলপ কথা লিখি বহুত কথা সামৰিব আৰু বুজাব পৰা, উপযুক্ত শব্দ বাছনি আৰু সংযোজনাৰে সুন্দৰ ভাষা প্ৰয়োগ, তেওঁৰ ৰচনাৰ বিশেষ গুণ।

গগৈয়ে ভালে সংখ্যক গীত ৰচনা কৰিছিল আৰু কিছুমান স্বৰচিত গীতৰ সুৰ দিছিল। দুৰ্গা ফুকন, গুণ বালা গগৈ, যোগেন ভৰালী, কমলনাথ ফুকন, মুহিবৰ দলৈ আৰু প্ৰেমানন্দ বৰুৱাই তেওঁৰ গীতি বাণীবদ্ধ কৰি খ্যাতি লাভ কৰিছিল।

গণেশ গগৈৰ ৰচিত কবিতা, গীত, বিহুগীত, গল্প আদি আৱাহন বাঁহী, ঘৰ জেউতি, অসম, অসম বাইজ বাতৰি, দৈনিক বাতৰি, নজোন আদিত প্ৰকাশ হৈছিল। গগৈৰ বাছকবনীয়া কবিতা আৰু গীত সংকলন যথাক্ৰমে 'ৰূপজ্যোতি' ( কবি অমূল্য বৰুৱা সম্পাদিত ) আৰু 'গীতিমালা' ছপা হৈ ওলাইছিল। গগৈৰ লিখনি পাঠক-সকলৰ বৰ প্ৰিয়। গণেশ গগৈ আছিল জনগণৰ কবি, নাট্যকাৰ আৰু শিল্পী।

ধন-সম্পত্তি আৰু আভিজাত্যৰ প্ৰতি গগৈ আছিল সম্পূৰ্ণ উদাসীন। আনৰ বিপদত তেওঁ সহায় কৰিবলৈ আগবাঢ়ি আহিছিল। এজন বন্ধুক সহায় কৰিবলৈ গৈ পৰিয়ালটোৰ বহুমূলীয়া সোণৰ অলঙ্কাৰ-খিনি হেৰুৱাইছিল। নিজৰ খেতিৰ বাবে কিনি অনা হালোৱা গৰু আনক দি দিছিল। নামমাত্ৰ মূল্য লৈ মূল্যবান মাটি আনক

এৰি দিছিল। মুকলি হাতেৰে 'বেপৰোৱা' ভাৱে খৰচ কৰাত সেইডাকৰ দিনৰ বিৰাট সম্পত্তিৰ অৱক্ষয় ঘটিছিল আৰু পৰিয়ালটো দুৰ্যোগৰ সমুখীন হৈছিল। তাৰ বাবে গগৈৰ অনুশোচনা হোৱা নাছিল। দুটা ঘটনাই তেওঁক মৰ্মাহত কৰিছিল। প্ৰথমতো ১৯৩২ চনৰ ডিচেম্বৰ মাহত তেওঁৰ মৰমৰ ভায়েক দশমমান শ্ৰেণীৰ মেধাবী ছাত্ৰ তিলক গগৈ আৰু দ্বিতীয়টো ১৯৩৫ চনত মৰমৰ ভনীয়েক বিবাহিতা উত্তৰাৰ (শশী বৰবৰুৱাৰ প্ৰথমা পত্নী) অকাল মৃত্যু।

১৯৩৭ চনৰ নবেম্বৰ মাহৰ শেষ ভাগত গগৈ চিকাৰলৈ গৈছিল। উলটি আহোঁতে বৰষুণত তিতি পানী লগা জ্বৰ উঠি শয্যাগত হ'ব লগা হ'ল। বাণীবন্ধৰ কাৰণে 'হৰিশ্চন্দ্ৰ', 'কমলা কুঁৱৰী' আৰু 'জেৰেঙাৰ প্ৰতিশোধ' নাটক কিখন বন্দবস্ত হৈ আছিল। প্ৰথম দুখনৰ ৰচনা শেষ হৈছিল। 'জেৰেঙাৰ প্ৰতিশোধ'ৰ কেইটামান দৃশ্য লিখোঁতেই গাটো বেয়া হৈ গ'ল। ডাক্তৰ বন্ধুপ্ৰসাদ বৰদলৈ আৰু মোমায়েক সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁই আহি দিনৌ খা-খবৰ, চোৱাচিতা কৰি যায়হি। গাত জ্বৰ সদায় থাকে লগতে কাহে। কাহত কেতিয়াবা তেজ ওলায়। ডাক্তৰ বৰদলৈ চিন্তিত হৈ পৰে। ভালকৈ পৰীক্ষা কৰাই জানিব পাৰিলে গগৈ যক্ষ্মা ৰোগত আক্ৰান্ত।

"কি পালে?" গগৈয়ে ডাক্তৰক পৰীক্ষাৰ ৰিপ'টৰ বিষয়ে সোধে। "ভালেই, বিশেষ একো নাই। দুদিনমান জিৰণি লৈ ভালকৈ খোৱা-বোৱা কৰিলে ঠিক হৈ যাব।" ডাক্তৰৰ কথা শুনি গণেশে অলপ হাঁহাৰ নিচিনা কৰি মৌন হৈ ৰল। তেওঁ যেন ডাক্তৰৰ কথা বিশ্বাস কৰিব পৰা নাই, ডাক্তৰে যেন কিবা এটা তেওঁৰপৰা লুকুৱাব খুজিছে। দিহা-পৰামৰ্শ আৰু চিকিৎসাৰ ব্যৱস্থা কৰি ডাক্তৰ বৰদলৈ ওলাই যায়।

মৃত্যুৰ লগত যুঁজি অসীম ধৈৰ্য্য আৰু কষ্টেৰে তেওঁ দিনবোৰ পাৰ কৰি যায়। দুই এজন বন্ধু আহি খবৰ কৰেহি। বন্ধু কুমুদ শৰ্মা সন্ধিয়া পৰত সদায় আহি, বিচনাৰ কাষত বহি থাকেহি।

গগৈয়ে বুজে তেওঁ আৰু আৰোগ্য নহয়—তুখ লাগে কেইবাটাও কাম কৰিবলৈ থাকি গ'ল । পৰিয়ালটোৰ ভৱিষ্যতৰ কথা ভাবি তেওঁৰ অন্তৰ হাঁহাকাৰ কৰি উঠে ।

বন্ধু কবি আনন্দ বৰুৱাৰপৰা চিঠি আহে—বকুল বনৰপৰা নিমন্ত্ৰণী চিঠি "আহিবি—এৰাতি থাকি যাবিহি । ইয়াত এতিয়া সুন্দৰ জোনাক কবিতাই কান্দি আছে ··· ·· ··· ।"

উত্তৰত লিখে ঃ

"বৰুৱা,

জ্বৰে সৈতে সখী পাতি শয্যাত পৰি নথকা হ'লে তোৰ তালৈ কেতিয়াবাই গলোহেঁতেন । বকুল বনত জোনাক আছে বুলি জানো, কিন্তু জোনাকীহে নাই ।

তোৰ

গণেশ ।"

২০ আগষ্টৰ গধূলি । মোমায়েক সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁইক মতাই আনি কিছু কথা কবলৈ বিচাৰিলে, মোমায়েকে গণেশৰ স্বাস্থ্যৰ অৱনতি দেখি কথা কবলৈ বাৰণ কৰিলে ।

মৃত্যুক সাৱটি লবলৈ তেওঁ ক্ষণ গণি আছিল । শেষত সেই নিদাৰুণ, নিষ্ঠুৰ ১৯৩৮ চনৰ ২১ আগষ্টৰ ভয়লগা দিনটো আহিল, আৰু সন্ধিয়া ৬॥ বজাত পূজনীয় মাক, মৰমৰ ভায়েক-ভনীয়েক, আত্মীয়-স্বজন, বন্ধু-বান্ধৱ সকলোকে কন্দুৱাই এই সুন্দৰ পৃথিৱীৰপৰা চিৰ বিদায় ললে । গগৈৰ লগতে বিচনাৰ তলত থকা তেওঁৰ শেষ সম্পদ অমূল্য ৰচনাখিনি চিতাৰ জুইত জাহ গ'ল ।

গগৈৰ মৃত্যুত তেওঁৰ অন্যতম প্ৰিয় বন্ধু নবীন বৰুৱাই কৈছিল ঃ

"গণেশ গগৈ মোৰ সহপাঠী, উদাৰ, ডাঙৰ মনৰ-নিৰ্ভীক বন্ধু আছিল । ডাঙৰ মানুহৰ সকলো লক্ষণেৰে—কথাবতৰা, ভাৱভঙ্গী—সকলোতে লোকেশ্বৰ সিংহ বুঢ়াগোহাঁইৰ যোগ্য নাতি বুলি পৰিচয় দিব পাৰিছিল । এজন শ্ৰেষ্ঠ অভিনেতা, নাট্যকাৰ,

কবি আছিল। শব্দ উচ্চাৰণ—শব্দ সংযোজনা সকলো আছিল সুন্দৰ, এজন সুদক্ষ খেলুৱৈ, ৰসিক চিকাৰী—মুঠতে ভগৱানে গণেশক সকলো দিছিল। মই এজন ডাঙৰ বন্ধু হেৰুৱালোঁ।"

অন্তৰঙ্গ বন্ধু আনন্দ বৰুৱাই গগৈৰ মৃত্যুৰ পিছত 'পাপৰিৰ পৰিমল' লিখি প্ৰকাশ কৰিছিল। তাত আছে :

একেটি কুটুম মোৰ গণেশ গগৈয়ে
আনন্দত হাঁহি আছে মোৰে মুখ চাই,
বকুল ফুলৰ মালা ৰচিছো ইধাৰি
বিয়লিৰ বেলা আজি তেওঁকে থিযাই।"

গণেশ গগৈৰ সন্দৰ্ভত ডঃ দিলীপ দত্তই লিখা কথাখিনি তুলি দিয়া হ'ল : গণেশ গগৈৰ বিষয়ে কেইবাটাও ভুল ধাৰণা প্ৰচলিত হৈ আহিছে। "কোনোবা এদিন ক'ৰবাত কোনো এটি কুমাৰীয়ে, 'বিলত তিৰে বিৰাই পদুমৰ পাহি ঐ' বোলা সুবিখ্যাত অসমীয়া গীতটি গোৱা কবিয়ে শুনিছিল। তেওঁ নজনাকৈয়ে স্মৃতি-মূৰ্চ্ছনিত সেই গীতৰ মূৰ্চ্ছনাই এটি সুমধুৰ সপোনৰ ছবি আঁকি গৈছিল।"

. "কবিৰ প্ৰাণ ব্যাকুল হৈ উঠিল সেই সঙ্গীহীনা গায়িকা নাৰীজনী প্ৰকৃতিৰ সমবেদনা জনাবলৈ। তেওঁ আগবাঢ়ি গ'ল। তেওঁ বিচাৰ ল'ব কোন সেই নাৰীমূৰ্তি, ক'ৰ সেই সঙ্গীতৰ সুৰ আৰু কিয় তেওঁ ইমান উদ্‌ভ্ৰান্ত হৈ পৰিছে।" এনেবিলাক কথা সম্পূৰ্ণ সঁচা নহয় কিয়নো সেই কুমাৰীৰ পৰিয়ালৰ লগত গগৈ পৰিয়ালৰ ঘনিষ্ঠ সম্বন্ধ থকাৰ উপৰিও তেওঁৰ ককায়েক গগৈৰ প্ৰিয় বন্ধু আছিল। দুই বন্ধুৱে একেলগে খেলা-ধূলা কৰিছিল, চিকাৰ কৰিবলৈ গৈছিল; গতিকে গগৈয়ে সেই গায়িকাক ল'ৰালি কালৰপৰাই লগ পাইছিল। এইটো সঁচা যে 'বিলত তিৰে বিৰাই পদুমৰ পাহি ঐ' গীতটি সেই সময়ত জনপ্ৰিয় আছিল আৰু সেই ছোৱালীজনীয়ে অৰ্গেন (পিয়ানো) বজাই বজাই গোৱা গণেশ গগৈয়ে বহুবাৰ শুনিবলৈ পাইছিল। তেওঁৰ

কণ্ঠত সেই গীতটোৰ সুৰ কথাই প্ৰাণ পাইছিল আৰু সি গগৈৰ অন্তৰাত্মা জগাই গগৈৰ জীৱনলৈ প্ৰেম উপলব্ধিৰ বা আনিছিল। কিন্তু, এইটো হঠাতে হোৱা ঘটনা নাছিল ।

দ্বিতীয়তে, ছোৱালীজনীয়ে গগৈক প্ৰত্যাখান কৰিলে আৰু তেওঁক বিয়া কৰাবলৈ নাপায় গগৈ বিৰহী হৈ মদ খাবলৈ আৰম্ভ কৰিলে আৰু অতিপাত মদ খোৱা কাৰণেই তেওঁৰ টি-বি হ'ল বুলিও এটা ধাৰণা আছে । এইটো সঁচা যে অতিপাত মদ খালে দেহ নানা প্ৰকাৰে বিনষ্ট হয কিন্তু সেইটোৱেই টি-বিৰ একমাত্ৰ কাৰণ নহয়। সেইকালত পৃথিৱীৰ আন আন ঠাইৰ দৰে অসমতো বহুতে টি-বি ৰোগত আক্ৰান্ত হৈ অকালতে প্ৰাণ হেৰুৱাইছিল । আনকি, গগৈৰ আগতে গগৈৰ ভনীয়েক এগৰাকীও টি-বি বেমাৰত ভুগি স্বৰ্গী হৈছিল ।

গগৈয়ে বিৰহৰ কাৰণে মদ খাবলৈ লোৱা নাছিল অৰ্থাৎ মদ খোৱাটো তেওঁৰ বিৰহৰ চিন নাছিল । হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ ডাক্তৰ-সকলৰ মতে, "মন-ভাঙি পৰাৰ কাৰণে নিচা-আসক্ত হোৱাতকৈ নিচা-খোৱাৰ কাৰণে মন ভাঙি পৰাটোহে বেছি লক্ষণীয়" । (দি হাৰ্ভাৰ্ড গাইড টু মডাৰ্ণ ছাইকিয়াট্ৰি, দ্বিতীয় ছপা, ১৯৭৮)। আচলতে গগৈয়ে সৰুৰেপৰাই মদ খাইছিল । আজিৰ বৈজ্ঞানিকসকলৰ মতে মদ খোৱাটো বা নিচাৰ প্ৰতি আসক্তি হৈছে এবিধ বেমাৰ । এই বেমাৰত পৰাৰ বহু কাৰণ আছে আৰু ইয়াৰপৰা হাত সাৰি থাকিবৰ নানা উপায় আছে । আন বেমাৰৰ দৰে এই বেমাৰ ভাল কৰিবলৈকো বিশেষ শুশ্ৰূষা আছে । পশ্চিমৰ দেশত এই বেমাৰত ভুগা লোকক শুশ্ৰূষা কৰিবৰ কাৰণে নানা শুশ্ৰূষা কেন্দ্ৰ আছে । দুৰ্ভাগ্যবশতঃ আমাৰ দেশত আজি-কালি এই বেমাৰৰ প্ৰকোপ বাঢ়িছে যদিও সমাজে এই বেমাৰৰপৰা হাত সাৰি থাকিবলৈ বা এই বেমাৰত ভুগাসকলক সহায় শুশ্ৰূষা কৰিবলৈ একেবাৰে কাণ দিয়া নাই । সেয়েহে, গগৈৰ জীৱনৰ যোগেদি এই বেমাৰৰ বিষয়ে দুটামান কথা সকিয়াই থোৱা যুগুত হ'ব ।

গগৈদেৱ আমাৰ সমাজৰ দুটামান কুপ্ৰথাৰ কাৰণেই এই বেমাৰৰ কবলত পৰিছিল। এই কুপ্ৰথাবিলাক আজিও আমাৰ সমাজত বিদ্যমান। প্ৰথমেই আমাৰ বহু জনগোষ্ঠী আৰু জনজাতিৰ মাজত আপং, লাওপানী, তাৰি আৰু আন ধৰণৰ ঘৰুৱা মদ খোৱাটো একপ্ৰকাৰ সামাজিক প্ৰথা ৰূপে বিৰাজ কৰিছে। বহুতৰ মতে বিহু আৰু আন উছৱে পৰবে মদ পান কৰা ৰীতি বা আচাৰ ব্যৱহাৰ আছে—বহুতে এইবিলাকক সংস্কৃতি বুলি ক'বলৈ বিচাৰে। মদ খোৱাটো কেতিয়াও সংস্কৃতি বা অনুকৰণীয় আচাৰ ব্যৱহাৰ হ'ব নোৱাৰে—ই কুপ্ৰথা মাথোন। মদ-খোৱা বেমাৰৰ বিষময় পৰিণতিৰপৰা এইটো স্পষ্ট যে যি কাৰণতেই নহওক, মদ খাবলৈ শিকোৱাটো এক ভয়ানক কাণ্ড। যেই কোনো অজুহাতত প্ৰথম টোপাটো গিলা মানে সেই বেমাৰক আহ্বান কৰা।

বেদৰ বহু ঠাইত থকা সোমৰসৰ উল্লেখৰপৰা এইটো বুজা যায় যে অতীতৰ আৰ্য্য জনগোষ্ঠীৰ মাজতো মাদক দ্ৰব্যৰ বিশেষ আদৰ আছিল। তাৰ পিছত, কিন্তু দূৰদৰ্শী আৰ্য্যসকলে মাদক দ্ৰব্য বৰ্জন কৰিবলৈ শিকিলে আৰু সোমৰসৰ পৰিবৰ্তে পঞ্চামৃতৰ সৃষ্টি কৰিলে। এই পৰিবৰ্ত্তন আৰ্য্যসকলৰ গৌৰৱ কাহিনী। আৰ্য্য হিন্দু সমাজত মাদক দ্ৰব্য অতিশয় ঘৃণনীয় হৈ পৰিল। কিন্তু, ইংৰাজসকলে আমাৰ দেশ লোৱাৰ পিছত, ইংৰাজসকলে উছৱে-পৰবে নানা প্ৰকাৰ আচাৰ ব্যৱহাৰেৰে মদ খোৱা দেখি আমাৰ সমাজৰ বহু লোকৰ মাজত মদ খোৱা কুপ্ৰথা কিছুমান সোমাই পৰিল। বিশেষকৈ অসমৰ ক্ষেত্ৰত, অসমৰ চাহ বাগিচালৈ অহা ইংৰাজসকলক অনুকৰণ কৰি তথাকথিত বিলাতী মদ বিলাতী নিয়মেৰে খোৱাটো আমাৰ বহু বিষয়া তথা চহকীসকলৰ মাজত আভিজাত্যৰ চিনৰ নিচিনা হৈ পৰিল। দুৰ্ভাগ্যবশত, অসমলৈ বাগিচা বা সেনা-বাহিনীৰ কামৰ কাৰণে অহা ইংৰাজসকলৰ বেছিভাগেই আছিল অশিক্ষিত, উতনুৱা আৰু বহু ক্ষেত্ৰত অতি অসভ্য ডেকা। বিলাতৰ

ইংৰাজ সমাজে তেওঁলোকক সহ্য কৰিব নোৱাৰি অসমলৈ পঠিওৱাটোৱেই নিয়ম আছিল—তেওঁলোক কেতিয়াও পশ্চিমীয়া সংস্কৃতিৰ ধ্বজাবাহক নাছিল। এওঁলোকৰ উৎপাতত অসমলৈ অহা মিছনেৰীসকল আৰু উচ্চ পদৰ ইংৰাজসকলে প্ৰমাদ গণিছিল।

সি যিয়েই নহওক, গণেশ গগৈৰ ওপৰত এই দুয়োবিধ কুপ্ৰথাৰ প্ৰভাৱ পৰিছিল আৰু সৰুৰেপৰাই তেওঁ মদ খোৱাত অভ্যস্ত হৈছিল। উপজীৱিকাৰ কাৰণেও তেওঁ বাচি লৈছিল মদৰ মহল। তাৰ পিছত কি হ'ল সেইটো তলত নবীন বৰুৱাই বৰ্ণোৱা কাহিনীৰ-পৰা স্পষ্ট, "১৯৩৪ চনত মোৰ বন্ধু ৺গণেশ গগৈৰ ঘৰত ডাক্তৰক লগ পাওঁ। গণেশে চিনাকী কৰি দিলে। মই ডাক্তৰক নমস্কাৰ কৰি তেখেতৰ নাম শুনিছো বুলি ক'লোঁ। ডাক্তৰে হাঁহি মাৰি ক'লে, 'নিশ্চয় মোৰ বেযাখিনিৰ কথাহে শুনিছে। মোৰ ভাল কোনেও নকয়।' মই ক'লো মানুহে তেখেতে বেছিকৈ সুৰাপান কৰে বুলি কৈছে যদিও অন্য :বয়া কোৱা নাই। . দিন গৈ আছে। ডাক্তৰক গণেশৰ লগত সুৰাপান কৰি থকা অৱস্থাত পাই দুয়োকে মদ এৰাৰ কথা কৈছিলোঁ। কিন্তু, মদ এৰাৰ বিপৰীতে খোৱাটো বেছি হৈহে গ'ল।" (নবীন বৰুৱা, 'বাল্মিকী', ডাঃ প্ৰসাদ চন্দ্ৰ বৰদলৈৰ সোঁৱৰণত স্মৃতিমাল্য, জয়হিন্দ থিয়েটাৰ্চ, যোৰহাট)।

মুঠৰ ওপৰত গগৈয়ে বিবহত ছাটি ফুটি কৰি মদ খাবলৈ আৰম্ভ কৰা নাছিল, আমাৰ সমাজত বিৰাজ কৰা কুপ্ৰথাৰ কাৰণেই তেওঁ এক প্ৰকাৰ কম বয়সৰপৰাই ৰাগীয়াল বস্তু পান কৰাত অভ্যস্ত হৈছিল – ফলত দৈহিক আৰু মানসিকভাৱে তেওঁ সেই বেমাৰৰ জীৱাণুবিলাক ভুগিছিল। ওপৰত উল্লেখ কৰা হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ পুথিখনৰ মতে নিচা-খোৱা-বেমাৰে "মানুহক আনৰপৰা আঁতৰি থাকিবলৈ ভাল পোৱা ধৰণৰ, আত্ম-বিশ্বাসহীন, বেছিকৈ মন ভাঙি পৰা ধৰণৰ আৰু সততে শঙ্কিত ব্যক্তি কৰি পেলায়। .... দৰাচলতে

পৰিয়াল ভঙা বা নিবনুৱা হোৱাটো নিচা-খোৱা বেমাৰৰ কাৰণ নহয়, নিচা-খোৱা-বেমাৰেহে পৰিয়াল ভাঙে আৰু মানুহক নিবনুৱা কৰে।' গগৈৰ ক্ষেত্ৰতো এইবিলাক সঁচা। মদৰ লগত তেওঁ দেউতাকৰ ধন-সম্পত্তি উৰুৱাই দি তেওঁ নিজৰ ভাই-ভনীয়েকহঁতক দুৰ্দশাগ্ৰস্ত কৰিছিল আৰু নিজেও একপ্ৰকাৰ নিবনুৱা হৈছিল। অৱশ্যে, তেওঁক সেই মানসিক বেমাৰৰপৰা ৰক্ষা কৰিবলৈ কোনেও সহায় কৰা নাছিল।

আজি আমি এইটো স্বীকাৰ কৰিবলৈ বাধ্য যে যদিও গণেশ গগৈৰ মৃত্যু হৈছিল টি-বি ৰোগত, তেওঁক বহুত দিন আগৰেপৰাই তিল তিলকৈ নাশ কৰিছিল নিচা-খোৱা-বেমাৰে, যি বহু দিনৰেপৰা বহু ব্যক্তি, বহু পৰিয়াল আৰু বহু জাতিকে ধ্বংস কৰি আহিছে আৰু যি আজি অসমীয়া সমাজত ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিছে। আগৰ সমালোচকসকলে গণেশ গগৈৰ এই বেমাৰৰ উল্লেখ মাত্ৰও কৰা নাই। আমি এই দিশতো দৃষ্টিপাত কৰিবলৈ বাধ্য কিয়নো গণেশ গগৈৰ জীৱনৰ ব্যৰ্থতাখিনি তেওঁৰ নিচা-খোৱা বেমাৰৰেই ফল। আনকি তেওঁ ভাল-পোৱা ছোৱালী গৰাকীৰ দেউতাকে তেওঁলৈ ছোৱালী নিদিয়াৰও সেইটোৱেই প্ৰধান কাৰণ আছিল।

আনহাতে, এই ব্যাধিগ্ৰস্ত ব্যৰ্থতাখিনি বাদ দিলে গণেশ গগৈৰ যে জীৱন ব্যৰ্থ নহ'ল তাক এই সঙ্কলনটোৱেই প্ৰমাণ কৰিব।"

# গণেশ গগৈৰ নাটক

গণেশ গগৈৰ নাটক আলোচনা কৰিবলৈ ল'লে পোনতে এই প্ৰশ্ন মনলৈ আহে যে অসমীয়া নাটকক ভাৰতীয় নাটক ৰূপে ভৰত মুনিৰ মাপকাঠীৰে বিচাৰ কৰা উচিত নে পশ্চিমীয়া নাটকৰ সূত্ৰেৰে বিচাৰ কৰা উচিত ? কিয়নো অসমৰ নাট্য জগতত গণেশ গগৈৰ আৱিৰ্ভাৱৰ আগলৈকে অসমৰ নাট্য-সাহিত্য আৰু নাট্য-প্ৰদৰ্শন দেখাকৈ দেখি গা উঠা ধৰণৰ একপ্ৰকাৰ ওপৰুৱা সংস্কৃতি ৰূপেই বিৰাজ কৰিছিল। কি কাৰণে কেনেকুৱা নাটক লিখা উচিত বা মঞ্চস্থ কৰা উচিত এখন নাটকৰ আঙ্গিক উপচাৰবিলাক কি আদি বিষয়ৰ অধ্যয়ন, চিন্তা বা পৰীক্ষা বা সূক্ষ্ম বিচাৰ সেই সময়ৰ সুধী সমাজে কৰাৰ সমিধান পোৱা নাযায়। অসমৰ নাট্য জগতত জ্যোতিপ্ৰসাদ আৰু গণেশ গগৈৰ আৱিৰ্ভাৱৰ আগলৈকে সেয়েহে এক বিশেষ বিশৃঙ্খলতা দেখা যায়।

উদাহৰণ স্বৰূপে বঙালী যাত্ৰাৰ অনুকৰণতে অসমত যাত্ৰাৰ আৰম্ভ হ'ল। অসমত প্ৰথমে যাত্ৰাবিলাক বঙালী ভাষাতেই হৈছিল। অসমৰ বহু যাত্ৰাৰ দলে নিজৰ নামটো অপেৰা পাৰ্টি বুলিহে দিছিল (সেইবিলাক কি কাৰণে অপেৰা বুলিছিল বুজা টান, কিয়নো পশ্চিমত অপেৰা মানে সঙ্গীতৰ মাধ্যমত প্ৰদৰ্শোৱা নাটক)। ডঃ ভূপেন হাজৰিকাৰ মতে সেই যাত্ৰা পাৰ্টিবিলাকে ক্লেৰনেট, বিউগল আদি পশ্চিমীয়া যন্ত্ৰ-পাতি ব্যৱহাৰ কৰিছিল কাৰণেই হয়তো নিজকে অপেৰা পাৰ্টি বুলিছিল। তাৰ পিছত কলিকতাত থিয়েটাৰ চোৱা অসমীয়া ছাত্ৰ-সকলে ছেক্সপিয়েৰৰ নাটক 'কমেডি অৱ এৰৰ্‌চ' ভ্ৰমৰঙ্গ নামে অনুবাদ কৰিলে, থিয়েটাৰ পাতিলে আৰু তাৰ পিছত অসমৰ চহৰবিলাকত থিয়েটাৰ হল সৃষ্টি দাঙি উঠিল। ইয়াৰ কাৰণে দুই এখন সমসাময়িক সামাজিক নাটক চলিলেও প্ৰথম অৱস্থাত বঙালী নাটক বা ছেক্সপিয়েৰৰ

নাটকৰ অনুবাদেই বেছিকৈ চলিল [ চন্দ্ৰাৱলী ( এজ ইউ লাইক ইট ), 'মেঘনাদ বধ', 'তিলোত্তমা সম্ভৱ', আদি ]। তাৰ পিছত বঙালী বা ইংৰাজী নাটকৰ ঠাঁচতে অসমীয়া ঐতিহাসিক বা পৌৰাণিক নাটক চলিল [ বেজবৰুৱাৰ 'জয়মতী কুঁৱৰী' ( ১৯১৫ ), চক্ৰধ্বজ সিংহ ( ১৯১৫ ), গোহাঞিবৰুৱাৰ 'জয়মতী' ( ১৯০০ ), 'গদাধৰ' ( ১৯০৭ ), 'বাণৰজা' ( ১৯৩২ ), দুৰ্গেশ্বৰ শৰ্মাৰ 'পাৰ্থ-পৰাজয়' ( ১৯০৯ )]। কিন্তু, মেদিনীমোহন চৌধুৰীয়ে ক'বৰ দৰে সেই লিখক, নাট্যকাৰসকল আছিল, "বঙালী অভিজাতৰ সতে ফেৰ মৰাত ব্যক্তিগত দুৰ্বলতাৰ হেতু বিফল হৈ 'তোমৰা যেমন বেঙ্গলে বৰলোক, আমৰাও আসামে তেমন' এনে ধৰণৰ এটা মনোভাবেৰে ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিছিল। কিন্তু অসমীয়াত মন নবহিছিল। বহিৰাংগৰ প্ৰতি অদম্য হেঁপাহ গুণে নিজৰ পৰিয়াললৈ অনা-অসমীয়া শিষ্টাচাৰ আমদানি কৰাই আত্মপ্ৰসাদ লাভ কৰিছিল। ··· গুণাভিৰামে চাহ বাগিছাৰ বনুৱাক শূদিৰ বুলি নিন্দা কৰিছিল, কিন্তু অসমীয়া মানুহক কৰ্মমুখী কৰাৰ বাবে একো কৰা নাছিল। ··· লক্ষ্মীনাথে অসমত গাঁৱৰ দুখীয়া বামুণ-টোক বা কৈৱৰ্ত ল'ৰাটোক নিষ্ঠুৰভাৱে ব্যঙ্গ কৰিবলৈ এৰা নাছিল।··· অসমৰ মাটি পানীৰ প্ৰতি মমতাবোধৰ অভাৱ।" [ 'সমলয়', যোৰহাট সাহিত্য সভা, ১৯৭৪, পৃঃ ৩৯-৪০ ]। তেওঁলোকৰ সেই চিন্তাধাৰা আৰু মনোভাব তেওঁলোকৰ নাটক আৰু আন সাহিত্যত প্ৰকাশ পাইছিল।

নাটকত এনে বিজাতৰীয় আমদানিৰ বিপক্ষে প্ৰথমে ৰণ ভেৰী বজালে ৰাধাকান্ত সন্দিকৈয়ে তেখেতৰ 'মূলাগাভৰু' ( অনুমানিক ৰচনা-কাল : ১৯২৬ ) নাটকৰ পাতনিত—"আজি-কালি আমাৰ দেশৰ সকলো মানুহৰে থিয়েটাৰ চাবলৈ বা কৰিবলৈ বৰ আগ্ৰহ হৈছে। কিন্তু নাটক নহ'লে থিয়েটাৰ নহয়। বেজাৰৰ কথা যে থিয়েটাৰ ভাওনাত পট-পত্ৰ দেখুৱাই কোনো বিষয়ে জনসাধাৰণক শিক্ষা দিলে যিমান শীঘ্ৰে উদ্দেশ্য সাধন হয় সভা-সমিতি বক্তৃতাৰদ্বাৰাই সিমান সোনকালে

ফল নধৰে। · · · তাৰলৈকে লাগে আমাৰ নিজ দেশৰ বুৰঞ্জীমূলক, নিজ সমাজৰ ৰীতি-নীতি বিষয়ক নাটক। এনে নাটক লেখিবলৈ আমাৰ নিজ দেশৰ সঁজুলিও জোখাৰে আছে। কিন্তু ঘৰৰ বস্তুৰ লগত আমাৰ ৰাহি নাহে। যি কথা শুনালে আমাৰ জনসাধাৰণে বেগাই বুজে, যি বস্তু আগত ধৰিলে সতকাই চিনে, যি ভাও আগত মেলিলে সহজে জাতীয় ভাব অন্তৰত জ্বলে, যি আদর্শ উপমা দেখুৱালে স্বজাতি-স্বদেশলৈ প্রেম-ভক্তি জন্মে, যাৰ কথা কীর্তন কৰিলে আমাৰ অতীতৰ গৌৰৱলৈ মনত পৰি হৃদয়ত উলাহ জন্মে সেইবোৰলৈ পাছ দি আমি চপাই ধৰোঁ বিদেশৰ বিদেশী ভাষাত লেখা কথাবোৰ—যাৰ ভাব, মর্ম আৰু গুণ আমাৰ মানুহে সহজে বুজিব আৰু ল'ব নোৱাৰে। নিজৰ কল্পনা-শক্তি চিন্তা-শক্তি বঢ়াবলৈ চেষ্টা নকৰি আমি কৰোঁ লোকে লোকৰ ভাষাত লেখা উপন্যাস-নাটকবোৰৰ তর্জমা। এইদৰে বিদেশী বস্তু আদৰ কৰা একেবাৰে বেয়া বুলি নকওঁ। আৱশ্যক-মতে বিদেশী বস্তু নকল আৰু ব্যৱহাৰ কৰি আমাৰ ভঁৰাল চহকী কৰা বাঞ্ছনীয়। কিন্তু স্বদেশী বস্তুৰ ফালে আওকাণ দিয়াটো অমঙ্গলৰ চিন।" ওপৰৰ কথাখিনি তুলি দি সন্দিকৈৰ কথাখিনি সমর্থন কৰি লক্ষ্মীনাথ বেজবৰুৱাইও ঘোষণা কৰিলে "আমাৰ দেশত আজি-কালি ডেকাসকলে বঙ্গদেশৰ এই থিয়েটাৰী কার্য্যকলাপবোৰ সৌশৰীৰে সকলো ৰকমে আমদানি কৰাটো দেখা যায়। বঙ্গদেশৰ নাটকৰ অনুবাদ নাচ-গান, অঙ্গি-ভঙ্গী, ভাৱৰীয়াৰ আও-ভাও আদি সোপাকে আমাৰ ডেকাসকলে অসমত সুমুৱাটো চকুত পৰিছে দেখিছে অসমীয়া সাহিত্যৰ ৰাজভগনৰ কথা কৈ থাকোতেই বাঢ়লীয়ে খোৱা এই বঙালী কলথোকৰ কথা এইখিনিতে ক'লোঁ। (বেজবৰুৱা ৰচনাৱলী পৃঃ১৮৭০)।

সন্দিকৈদেৱ আৰু বেজবৰুৱাৰ কথালৈ কেৰেপ নকৰি সেই কালত কোনো কোনোৱে আগৰ নিচিনাকৈ বঙালী আৰু বিদেশী নাটকৰ অনুবাদ লিখি থাকিল কিন্তু আন বহুতে সন্দিকৈ ডাঙৰীয়াই কোৱাৰ দৰে অসমীয়াৰ অতীত গৌৰৱ উজ্জলাবলৈ, অসমীয়াৰ মনত জাতীয়

ভাব জন্মাবলৈ, নাটক লিখিবলৈ ল'লে । 'জয়মতী', 'লাচিত বৰফুকন', 'অসম গৌৰৱ', 'অসম প্ৰতিভা', 'বামুণী কোঁৱৰ' আদি ঐতিহাসিক নাটক সৃষ্টি হ'ল । আন কোনো কোনোৱে অৱশ্যে অসমীয়া সমাজৰ আধাৰত সামাজিক নাটকও লিখিলে । দুৰ্ভাগ্যবশতঃ, বিষয়বস্তুত স্বজাতিলৈ চকু দিলেও এই নাট্যকাৰসকলে পশ্চিমীয়া আৰু বঙালী নাটকৰ প্ৰভাৱ এৰাব নোৱাৰিলে আৰু নাটকৰ পৰিণতিৰ প্ৰতিয়ে লক্ষ্য ৰাখি ট্ৰেজেডি বা কমেডি লিখিলে । অসমীয়া সাহিত্যলৈ পশ্চিমীয়া নাট্য সাহিত্যৰ দৰে ট্ৰেজেডি আৰু কমেডিৰ অৱতাৰণা কৰিলে যদিও সেইবিলাক নাটকত ট্ৰেজেডি বা কমেডিৰ মহিমা ফুটি উঠা দূৰৈত থাওক সেইবিলাকৰ যোগেদি পশ্চিমীয়া নাট্য পৰম্পৰাৰ ট্ৰেজেডি বা কমেডিৰ চৰিত্ৰ বুজি পোৱাও অসম্ভৱ । উদাহৰণ স্বৰূপে জয়মতীৰ নাটিকা কেইখনিত চাওদাঙৰ হাতত অশেষ জীয়াতু ভুগি মৃত্যু বৰণ কৰা জয়মতীৰ চৰিত্ৰটো ফুটাই নুতোলাকৈ যেনেদৰে নাটকীয় ৰূপ দিয়া হৈছে তাত শেষ পৰিণতিৰ বাদে ট্ৰেজেডিৰ আন উপাদান দেখা নাযায় ।

পশ্চিমীয়া সাহিত্যৰ পৰম্পৰাৰ মতে ট্ৰেজেডিৰ ছটা মূল উপাদান হৈছে : (১) কাহিনী, (২) চৰিত্ৰ (৩) ভাষা (৪) ভাব (৫) দৃশ্যপট আৰু (৬) করুণ-সুৰ । ট্ৰেজেডিৰ নায়ক বা নায়িকা হ'ব লাগে অডিপাচ বা থিয়েষ্টৰ দৰে জাকত জিলিকা ব্যক্তি বা তেনে পৰিয়ালৰ লোক যি শোকাবহ পৰিণতিত পৰে নিজৰ দোষ বা পাপৰ কাৰণে নহয় কিন্তু কিবা ভুলৰ কাৰণেহে । সেই ভুল নাট্যকাৰে স্পষ্ট নকৰি দৰ্শকক তাক বিচাৰ কৰিবলৈ এৰি দিয়ে । পৃথিৱীৰ শ্ৰেষ্ঠ ট্ৰেজেডি বুলি খ্যাত ছ'ফ'ক্লিচৰ 'অডিপাচ' নাটক ৰচনা কৰাৰ তিনি হেজাৰ বছৰ পিছতো আজি পশ্চিমৰ সুধী সমাজে সেই নাটৰ নায়ক অডিপাচেনো কি ভুল কৰিছিল তাৰ বিচাৰ বাৰে বাৰে কৰিও স্থিৰ সিদ্ধান্তলৈ আহিব পৰা নাই । সেইদৰে, চেক্সপিয়েৰৰ শ্ৰেষ্ঠ ট্ৰেজেডি 'কিঙ্গ লিয়েৰ'ৰ নায়ক ৰজা লিয়েৰেনো কি ভুলৰ কাৰণে তেনেদৰে জীয়াতু

ভুগিলে তাৰ আলোচনা-বিলোচনা আজিকোপতি চলি আছে। কিন্তু জয়মতীৰ দুঃসহ বেদনা তেওঁৰ ভুলৰ কাৰণে ঘটা নাছিল, ঘটিছিল ল'ৰা ৰজা আৰু চাউদাঙৰ নিষ্ঠুৰতাৰ কাৰণেহে—সেয়েহে জেৰেঙাৰ দৃশ্যপট ট্ৰেজেডি বা কাৰুণ্যৰ নহয় সি এক বীভৎস বৰ্বৰ কাৰ্য্যৰহে পটভূমি। এইখনিতে জয়মতী কথাছবিৰ চিত্ৰ গ্ৰহণ কৰোঁতে ঘটা ঘটনা এটা উল্লেখ কৰা যুগুত হ'ব—"জেৰেঙা পথাৰত কোটকোৰা গছত বান্ধি শাস্তি দিয়া দেখুওৱা সময়ত ওচৰৰ ভালেমান মুনিহ-তিৰোতা ৰাইজ চাবলৈ আহিছিল।" শেষ দিনা লোৰ শলা জুইত পুৰি ৰঙা কৰি জয়মতীৰ শৰীৰত খুচি দিয়া দৃশ্য দেখি সহিব নোৱাৰি এগৰাকী বুঢ়ী বৃদ্ধাই খঙতে জ্বলি-পকি 'হেৰ জহনীত যোৱাহঁত, মাউৰত মৰাহঁত, গজমু-ৰীয়াহঁত বুলি গালি পাৰি হেকেৰ পেকেৰকৈ লৰি আহি হাতৰ টোকোন-ডালেৰে চাওদাংহঁতক মৰিয়াবলৈ' লৈছিল [ জগত চেতিয়া, 'অভিনয় শেষ হ'ল', অসম সাহিত্য সভা, ১৯৮৫ ]। সেই বুঢ়ী গৰাকীৰ তেনে প্ৰতিক্ৰিয়া নিশ্চয় দৃশ্যটো করুণ কাৰণে হোৱা নাছিল, দৃশ্যটোৰ বৰ্বৰতাৰ কাৰণেহে হৈছিল। জয়মতীৰ বিষয়ে লিখা অসমীয়া নাটক কেইখনিত জয়মতীক এক করুণ চৰিত্ৰ ৰূপে গঢ় দিয়াৰ প্ৰতি কোনো চেষ্টা দেখা নাযায়।

সেইকালত কোনো কোনোৱে পৌৰাণিক কাহিনীৰ আধাৰতও নাটক লিখিছিল। এইবিলাকত ৰস-সৃষ্টিৰ প্ৰতি কোনো লক্ষ্য দেখা নাযায় বা ভৰত মুনিৰ নাট্য শাস্ত্ৰৰ আধাৰত গঢ়ি উঠা ভাৰতীয় নাট্য পৰম্পৰাক বুজাৰ প্ৰচেষ্টা দেখা নাযায়। মুঠৰ ওপৰত উনৈশ শতিকাৰ আদি ভাগত অসমীয়া নাটকত পশ্চিমীয়া পৰম্পৰা বা ভাৰতীয় পৰম্পৰাৰ সফল মৌলিক নাটক বিচাৰি পোৱা টান। অকল সেয়ে নহয়, সেই সময়ৰ নাটকত মৌলিক চিন্তাধাৰা বা অসমীয়া সমাজক সাঙুৰিবৰ প্ৰচেষ্টা খুব কমেইহে দেখা যায়। সেই সময়ৰ অসমীয়া নাটকৰ বিষয়ে সত্যেন্দ্ৰনাথ শৰ্মাৰ তলত দিয়া মন্তব্যবিলাকেও তাকেই সূচায়:

গোহাঞিবৰুৱাৰ "বুৰঞ্জীমূলক নাটকেইখনত বিষয়বস্তুৰ বিকাশত

মৌলিকতা দেখা নাযায়। ঐতিহাসিক ঘটনাৰে নাটকীয় ৰূপান্তৰ বুলিব পাৰি। 'সাধনী' আৰু 'জয়মতী' ট্ৰেজেডি, বাকী দুখন কমেডি। নাটক হিচাপে 'জয়মতী'য়েই বোধকৰো তেওঁৰ শ্ৰেষ্ঠ নাটক। সংলাপনৰ অস্বাভাৱিকতা আৰু কৃত্ৰিমতাই 'বাণৰজা' নাটকক নিম্নশ্ৰেণীৰ নাটকৰ স্তৰলৈ নমাই নিছে।" [ অসমীয়া সাহিত্যৰ ইতিবৃত্ত, বাণী প্ৰকাশ মন্দিৰ, ১৯৬১, পৃঃ ২৩৬ ]

"বেজবৰুৱাৰ প্ৰহসন কেইখনৰ প্লট বা কাহিনী বৰ দুৰ্বল: হাস্যজনক পৰিস্থিতি কিছুমান শিথিলভাৱে একে সূত্ৰতে গাঁথি থোৱা হৈছে। পৰিস্থিতিসমূহ বহুত ক্ষেত্ৰত উদ্ভট আৰু অতিৰঞ্জিত।... গহীন নাটৰ ৰচনা কৌশলত বেজবৰুৱাই ছেক্সপীয়েৰৰ নাট্যকলাক কিছুদূৰ অনুসৰণ কৰিছে আৰু দুই চাৰিটা চৰিত্ৰ উক্ত ইংৰাজ নাট্যকাৰৰ চৰিত্ৰৰ আদৰ্শত সৃষ্টি কৰিছে।.... সংলাপনৰ অনাটকীয় ৰীতিয়ে আৰু চৰিত্ৰসংখ্যাৰ বাহুল্যই নাট কেইখন যথাৰূপত ৰঙ্গমঞ্চৰ অনুপযোগী কৰিছে।" [ ঐ, পৃঃ ২৩৬ ]

"৺ৰাজখোৱাৰ এই গহীন নাটবোৰৰ সংলাপন অতি দুৰ্বল আৰু চৰিত্ৰ সৃষ্টিতো দক্ষতা দেখা নাযায়।" [ ঐ, পৃঃ ২৩৭ ]

"নকুল ভূঞাৰ 'তিনিখন নাটেই দুখান্তক' কিন্তু ট্ৰেজিক নাটকৰ মহিমা আৰু গম্ভীৰ্য্য ভালকৈ অনুভৱ কৰা নাযায়।" [ঐ, পৃঃ ২৪১ ]

এইবিলাকৰ বিপৰীতে গগৈৰ নাটকৰ বিষয়ে শৰ্মাদেৱে লিখিছে— "নাট্য প্ৰতিভাই পূৰ্ণ বিকাশ লাভ কৰিবলৈ নৌপাওঁতেই ৺ গণেশ গগৈ কালৰ কৰাল গ্ৰাসত পৰে। তেওঁৰ প্ৰকাশিত দুখন নাটকে যথেষ্ট নাটকীয় প্ৰতিভাৰ সম্ভাৱনা দাঙি ধৰিছে। 'শকুনিৰ প্ৰতিশোধ' আৰু 'কাশ্মীৰ-কুমাৰী' এই দুখন ৺ গগৈৰ নাটকত বলিষ্ঠ সংলাপ আৰু চৰিত্ৰ সৃষ্টিৰ মৌলিক প্ৰচেষ্টা আছে।" [ ঐ, পৃঃ ২১৪ ]

গণেশ গগৈয়ে পুৰণা কাহিনীৰ আধাৰতে ৰস-প্ৰধান নাটক লিখিছিল। তেওঁ নাট প্ৰদৰ্শনৰ কাৰণে অসমলৈ আহি পৰা পশ্চিমীয়া থিয়েটাৰৰ কলা-কৌশলকে অৱলম্বন কৰিছিল যদিও তেওঁৰ নাটকত

আমি ভাৰতীয় পৰম্পৰাৰে প্ৰভাৱ বেছিকৈ দেখিবলৈ পাওঁ। সেয়েহে, ভাৰতীয় পৰম্পৰাৰ বিষয়ে দুআষাৰ সকিয়াই থোৱা যুগুত হ'ব।

## ভৰত মুনিৰ নাট্য শাস্ত্ৰ আৰু ভাৰতীয় পৰম্পৰা :

নাটক আৰু নাটকৰ বিশ্লেষণৰ কাৰণে ভৰত মুনিয়ে নাট্যশাস্ত্ৰত অতি বিজ্ঞানসম্মতভাৱে যিবিলাক বিচাৰ আৰু গুণ বৰ্ণাই থৈ গৈছে আধুনিক যুগতো সেইবিলাক অৱহেলা কৰাটো কেৱল বুদ্ধিহীনতাই নহয় এক প্ৰকাৰ দুখ লগাও হ'ব। আনকি পশ্চিমীয়া নাট্যকাৰ আৰু নাটৰ সমালোচকসকলেও সততে ভৰত মুনিৰ নাট্যশাস্ত্ৰৰ বিচাৰকে উল্লেখ কৰে ( ভৰত মুনিৰ নাট্যশাস্ত্ৰৰ কিছুমান অতি প্ৰয়োজনীয় কথা আমাৰ শঙ্কৰদেৱৰ 'কালিয় দমন' নাট, বাণী মন্দিৰ, ১৯৮৬-ত উল্লেখ কৰিছোঁ ) আন নালাগে ভৰত মুনিৰ সূত্ৰ আজিৰ কথাছবি, থিয়েটাৰ আদিৰ বিশ্লেষণতো খটোৱাটো বাঞ্ছনীয়।

ভৰত মুনিৰ মতে এখন নাটকৰ ঘাই উদ্দেশ্য হৈছে ৰস-সৃষ্টি। ভৰত মুনিয়ে উল্লেখ কৰা আঠ বিধ ৰসৰ সংখ্যা পিছলৈ দহ বিধলৈ বঢ়োৱা হয় ( এই বিষয়ে লিখকৰ শঙ্কৰদেৱৰ 'কালিয় দমন' নাট চাওক।) এই ৰস সৃষ্টিৰ প্ৰধান আহিলা হৈছে— (১) কাহিনী (২) সংলাপ (৩) ভাব-অনুভাব-বিভাব (৪) নাটকীয় পৰিস্থিতি আদি।

নাটকত কি কি ৰস থাকিব বা অভিনেতাসকলে দৰ্শকলৈ কি কি ৰস কঢ়িয়াই নিব সেইটো নাট্যকাৰে নিৰ্ণয় কৰে আৰু তাৰ কাৰণে তেওঁ এটা উপযুক্ত কাহিনী বাচি লয়। কাহিনীটোৱেই ৰসৰ মূল আধাৰ। নাটকৰ কাহিনীত অৱশ্যে নাটকীয় পৰিস্থিতি বা ঘটনা থাকিব লাগিব। ভৰত মুনিৰ মতে নাটকীয় পৰিস্থিতি উদ্ভাৱন কৰাৰ প্ৰধান কৌশল হৈছে অদ্ভুত ৰস অৰ্থাৎ যিটো আশা কৰা যায় তাৰ বিপৰীতে আন কিবা এটা ঘটা বা সচৰাচৰ নোহোৱা পৰিস্থিতিৰ সৃষ্টি কৰা ( আধুনিক যুগত বাৰ্ণাৰ্ড শ্ব এনে নাটকীয় পৰিস্থিতি সৃষ্টি কৰাৰ অদ্বিতীয় নাট্যকাৰ )। আমাৰ পুৰণা নাট্যকাৰসকলে এনে

পৰিস্থিতিৰ উদ্ভাৱন কৰিবলৈ অৱতাৰবাদ, ঋষি-মুনিৰ শাপ, সতীৰ শক্তি, তপ-যজ্ঞৰ বল, দৈব-দুৰ্বিপাক আদি নাটকত বহুলভাৱে ব্যৱহাৰ কৰিছিল। এইবিলাক প্ৰয়োগ কৰাৰ প্ৰধান কাৰণ হয়তো এয়েই যে হিন্দু ধৰ্ম আৰু আৰ্য্য সংস্কৃতিয়ে মানৱ জীৱনৰ কাৰণে যিবিলাক পথ আৰু কৰ্তব্য নিৰ্দেশ দিছিল তাৰ ব্যতিক্ৰমী পথ যেন নাটকত প্ৰদৰ্শোৱা নহয়। সেয়েহে হত্যা, চুম্বন, যৌন সঙ্গম, গাৰ্হস্থ্য আশ্ৰমত প্ৰতাৰণা আদি ভৰত মুনিয়ে হয় স্পষ্টভাৱে নহয় ঠাৰে চিয়াঁৰে বাৰণ কৰিছিল।

অৱশ্যে, ব্যতিক্ৰমী পথক নাটকীয় ৰূপ দিয়াটো বা সেইবিলাকেৰে দৰ্শকক মনোৰঞ্জন কৰাটো অতি সহজ (যিটো আজি-কালিৰ চিনেমাত সততে কৰা হয়)। জীৱনৰ ব্যতিক্ৰমী পথৰ ঘটনাৰে নাটকীয় পৰিস্থিতি সৃষ্টি কৰাটো সহজ যদিও সেইবিলাকেই ৰস-সৃষ্টিৰ মূল উপাদান হ'লে সেই ব্যতিক্ৰমী পথটোকে দৰ্শক বা পাঠকে গৃহীত পথ বুলি গ্ৰহণ কৰাটো স্বাভাৱিক। আজি-কালি আমাৰ সুধী সমাজ এই বিষয়ে সচেতন নোহোৱাটো আচৰিত কথা। উদাহৰণ স্বৰূপে আজি-কালিৰ জনপ্ৰিয় চিনেমাত হত্যা আৰু অবৈধ প্ৰেমক সততে নাটকীয় পৰিস্থিতিৰ বিভাব ৰূপে ব্যৱহাৰ কৰা কাৰণেই সমাজতো সেইবিলাক অৰ্থাৎ হত্যাকাণ্ড আৰু অবৈধ প্ৰেমৰ প্ৰকোপ বাঢ়িছে। আজিৰ সমাজে যদি এইবিলাক ভাল পায় বা এইবিলাক এখন সুস্থ সমাজৰ অপৰিহাৰ্য্য অঙ্গ বুলি ভাবে তেনেহ'লে আমাৰ ক'বলগীয়া একো নাই কিন্তু এইবিলাক যদি সমাজৰ কাৰণে পীড়াদায়ক তেনেহ'লে আমাৰ সুধী সমাজে ভৰত মুনিৰ সাৱধান বাণী আৰু নিৰ্দেশ মানি চলা উচিত।

হত্যা, অবৈধপ্ৰেম আদি ভৰত মুনি, বাল্মিকী বা কালিদাসৰ দিনত নাছিল বুলি ভবাটো ভুল। সেইবিলাক সদায় সকলো সমাজতে বিৰাজ কৰি আছিছে আমাৰ প্ৰাচীন ঋষি-মুনি বা নাট্যকাৰসকলে সেইবিলাক জীৱনৰ ব্যতিক্ৰমী পথ বুলি তাক নাটক বা সাহিত্যত ঠাই দিছিল। কালিদাসে দুষ্মন্ত আৰু শকুন্তলাৰ প্ৰেম বৈধ কৰিবলৈ বিশেষ যত্ন লৈছে (শকুন্তলা আৰু দুষ্মন্ত একে কুলৰ বুলি বুজাই আৰু

গন্ধৰ্ব বিবাহৰ ব্যৱস্থা কৰি ), বাল্মিকীয়েও সতীৰ শাপৰ সহায়েৰে দুৰাধম ৰাৱণৰ দ্বাৰা অপহৃত সীতাৰ ওপৰত অবৈধ আচৰণ আঁতৰাইছে আৰু অগ্নি-পৰীক্ষাৰে তাক প্ৰতিষ্ঠা কৰিছে ।

আজিৰ অসমীয়া তথা ভাৰতীয় নাট্যকাৰ আৰু সাহিত্যিকসকলে কিন্তু হত্যাকাণ্ড, অবৈধ প্ৰেম, ইন্দ্ৰিয়-আসক্তি, সুৰা-আসক্তি আদিক তেওঁলোকৰ কাহিনীৰ, বিশেষকৈ কথাছবিৰ কাহিনীৰ প্ৰধান অঙ্গ কৰিছে । মনোবিজ্ঞানৰ জ্ঞান নাটক বা চিনেমাৰ কাহিনীত প্ৰদৰ্শোৱা-তকৈ সমাজৰ পীড়িতসকলৰ শুশ্ৰূষাত যেনে পতিতা বা নিৰ্য্যাতিতা নাৰী, সুৰাৰ বান্ধোনত পৰাসকল, জীৱনৰ ঘাত-প্ৰতিঘাতত মন থকা-সৰকা হোৱাসকল আদিৰ শুশ্ৰূষাত ব্যৱহাৰ হোৱাটোহে সমাজ আৰু সাহিত্যৰ কাৰণে বেছি উপকাৰী । কিন্তু, আমাৰ সমাজৰ এই নিৰ্য্যাতিত বা ৰুগীয়াসকলৰ শুশ্ৰূষাত মনোবিজ্ঞানৰ ব্যৱহাৰ তেনেদৰে দেখিবলৈ পোৱা নাযায় কিন্তু মনোবিজ্ঞান, মনস্তাত্বিক বিশ্লেষণ বা ফ্ৰয়ডীয় সূত্ৰৰ নামত হত্যাকাণ্ড, অবৈধ প্ৰেম, সুৰাপান আজিৰ সাহিত্য আৰু কথাছবিৰ মূল আকৰ্ষণ । এইবিলাকে আজিৰ সমাজক এনেভাৱে বোগাক্ৰান্ত কৰিছে যে ইয়াৰপৰা পৰিত্ৰাণ পাবলৈ এক প্ৰকাৰ আন্দোলনৰ প্ৰয়োজন ।

নাটক জীৱনৰ সঁচা ঘটনাৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগে যদিও ভাৰতীয় সমাজৰদ্বাৰা গৃহীত জীৱন পথৰ ব্যতিক্ৰমী ঘটনা সঁচা হ'লেও আমি সেইবিলাক নাটকৰ বিষয়বস্তু ৰূপে বৰ্জন কৰা উচিত । নাটকীয় পৰিস্থিতিৰ সৃষ্টি কৰোঁতে আমি সভ্য সমাজৰদ্বাৰা গৃহীত জীৱন পথৰ ওপৰতে নিৰ্ভৰ কৰা উচিত । তাৰ ব্যতিক্ৰমী ঘটনা নাটকীয় হ'লেও তাক নাটকৰপৰা আঁতৰাই ৰখাটোহে বাঞ্ছনীয় ।

এইটো সঁচা যে কাহিনীৰ ক্ষেত্ৰত আমি পৌৰাণিক কাহিনীতে সীমাবদ্ধ থকা অনুচিত । সামাজিক কাহিনী বা আধুনিক চিন্তাধাৰাই নাটকত নিশ্চয় স্থান পোৱা উচিত । ভৰত মুনিয়েও তেনে কাহিনী বাৰণ কৰা নাই । দৰাচলতে, শূদ্ৰকৰ 'মৃচ্ছকটিকা'ৰ—(অসম সাহিত্য

সভাই ১৯৬৭ চনত প্ৰকাশ কৰা ভবেন্দ্ৰ নাথ হাজৰিকাৰ অনুবাদ চাওক) নিচিনা অতি উচ্চ ধৰণৰ সামাজিক নাটকও আমাৰ পুৰণা সাহিত্যত আছে। আজিৰ মানৱতাবাদী দৃষ্টিভঙ্গী, মাৰ্ক্সবাদী চিন্তা-ধাৰা, ফ্ৰয়ডীয় সূত্ৰ, যুগ-চেতনা আদি আজিৰ নাটকত নিশ্চয় স্থান পোৱা উচিত। কিন্তু নাটকত এইবিলাকৰ অৱতাৰণা কৰিবলৈ গৈ বহুতে পশ্চিমীয়া নাট্য-সংস্কৃতি আৰু পশ্চিমীয়া জীৱন দৰ্শন ভালদৰে অধ্যয়ন নকৰাকৈ পশ্চিমীয়া নাট্যকাৰক অনুকৰণ কৰাটো পৰতৰ গছ আনি ভৈয়ামত ৰোৱাৰ নিচিনা অস্বাভাৱিক কথা। গণেশ গগৈয়ে কিন্তু তেনে কৰা নাছিল।

## গণেশ গগৈৰ নাটকৰ বৈশিষ্ট্য

গণেশ গগৈয়ে ঘাইকৈ দুবিধ নাটক লিখিছিল। প্ৰথমবিধ সেই সময়ত অসমৰ চহৰবিলাকত প্ৰতিষ্ঠিত হোৱা থিয়েটাৰ হলবিলাকত মঞ্চস্থ কৰিবলৈ দীঘলীয়া নাটক আৰু আনবিধ গ্ৰামোফোনৰ ৰেকৰ্ডৰ কাৰণে গীত-প্ৰধান চুটি নাটিকা।

গগৈদেৱৰ প্ৰকাশ হৈ ওলোৱা দীঘলীয়া নাটক দুখন হৈছে 'শকুনিৰ প্ৰতিশোধ' আৰু 'কাশ্মীৰ কুমাৰী'। ইয়াৰ উপৰিও তেওঁৰ আন দুখনমান নাটক মঞ্চস্থ হৈছিল যদিও সেইবিলাক প্ৰকাশ হোৱা নাছিল বা তাৰ কোনো নকল পাবলৈ নাই। তেওঁ যদিও সেই সময়ত আহি পৰা থিয়েটাৰ কৰা আৰু থিয়েটাৰ চাবলৈ হেঁপাহ কৰা অসমীয়া সমাজৰ মতি-গতিৰ প্ৰভাৱতে নাটক লিখিছিল তথাপি এটা দিশত তেওঁ বিশেষ মৌলিকতা প্ৰদৰ্শন কৰিছিল—সেইটো হৈছে আদৰ্শ প্ৰতিষ্ঠা। হিন্দু দৰ্শনৰ আধাৰত একোটা আদৰ্শ বা দাৰ্শনিক সত্য প্ৰতিষ্ঠা কৰাটো তেওঁ নাটকৰ মূল উদ্দেশ্য ৰূপে লৈছিল। সেই দাৰ্শনিক সত্য আৰু আদৰ্শ-বিলাকও তেওঁ বিচাৰি পাইছিল হিন্দু শাস্ত্ৰতে বা লাচিত, কমলা কুমাৰী, জয়মতী আদি হিন্দু চৰিত্ৰতে। তেওঁৰ একমাত্ৰ কাল্পনিক নাটক 'কাশ্মীৰ কুমাৰী'ৰ কাহিনীৰ পটভূমিও পৌৰাণিক কামৰূপ আৰু কাশ্মীৰ।

এইটো কথিত যে গগৈদেৱে গোটেই মহাভাৰতখন নাটকৰ ৰূপত লিখিবলৈ পণ লৈছিল। অৱশ্যে, সেই কাম তেওঁ আৰম্ভ কৰোঁতেই জীৱন নাট সামৰিব লগা হ'ল।

গগৈৰ নাটৰ আন এটি বৈশিষ্ট্য হৈছে নাটকৰ স্থান বসৰ লগত সঙ্গতি ৰাখি পৰিৱেশন কৰা অতি সুমধুৰ গীতবিলাক। সেই গীত-বিলাকে নাটকৰ ৰস উপলব্ধিত সহায় কৰাৰ উপৰিও নাটকবিলাকত এক বিশেষ ললিত-মাধুৰ্য্য দিছে। এইবিলাকৰ উপৰিও সত্যেন শৰ্মাই কোৱাৰ দৰে গগৈৰ নাটকত বলিষ্ঠ সংলাপ আৰু চৰিত্ৰ সৃষ্টিৰ মৌলিকতা বিৰাজ কৰিছে।

# গণেশ গগৈৰ নাটকসমূহৰ চমু সমালোচনা

## কাশ্মীৰ কুমাৰী

গণেশ গগৈযে আৰম্ভ কৰা পৌৰাণিক নাটকবিলাকৰ প্ৰথম বিষয় হ'ল—প্ৰতিশোধ। 'শকুনিৰ প্ৰতিশোধ', 'দক্ষ-যজ্ঞ', 'হৰিশ্চন্দ্ৰ' আৰু 'কাশ্মীৰ কুমাৰী' নাটকত তেওঁ প্ৰতিশোধক কেন্দ্ৰ কৰিয়েই কাহিনীৰ ৰূপ দিছে। সেযেহে, এই চাৰিখন নাটকক আমি প্ৰতিশোধৰ নাটক বুলি শ্ৰেণী বিভাগ কৰিছোঁ। শকুনিৰ প্ৰতিশোধ, দক্ষৰ প্ৰতিশোধ, শিৱৰ প্ৰতিশোধ আৰু ঋষি-মুনিসকলে অভিশাপ দি লোৱা প্ৰতিশোধৰ (হৰিশ্চন্দ্ৰত) যোগেদি প্ৰতিশোধৰ ভিন ভিন ৰূপ দাঙি ধৰাৰ পিছত তেওঁ 'কাশ্মীৰ কুমাৰী'ত প্ৰতিশোধৰ বিষয়ে নিজৰ বক্তব্য আৰু আদৰ্শ প্ৰতিষ্ঠা কৰিছে সেই নাটকৰ নায়ক অনঙ্গৰ যোগেদি। এই-পিনৰ পৰা 'কাশ্মীৰ কুমাৰী'ৰ শেষ দৃশ্যটো মন কৰিবলগীয়া। যাৰ মান-সন্মান ৰক্ষা কৰিবলৈ তেওঁ নিজৰ পিতৃৰ বিৰুদ্ধে হাতত তৰোৱাল লৈছিল, যাক জয় কৰিবৰ কাৰণেই হয়তো তেওঁ কামৰূপৰপৰা কাশ্মীৰলৈ ঢাপলি মেলিছিল, সেই কাশ্মীৰ কুমাৰী কমলাই যেতিয়া হাতত মালা লৈ তেওঁক বৰিবলৈ আগবাঢি আহিল তেতিয়া অনঙ্গই

কিন্তু সেই কমলাৰ পাণি গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰি কামৰূপলৈ উভতিলে—কিয়নো সেই সময়তে তেওঁ নিজৰ পিতৃ বিয়োগ হোৱা বাতৰি পালে আৰু তৎক্ষণাৎ তেওঁ উপলব্ধি কৰিলে নিজৰ জন্মদাতা পিতৃৰ আত্মাৰ সদগতিৰ কাৰণে হিন্দু ধৰ্মই বান্ধি দিয়া তেওঁৰ কৰ্তব্য। নিজৰ ভোগ-সুখতকৈ তেওঁ নিজৰ ধৰ্মৰ দায়িত্বক প্ৰাধান্য দিলে। এক কথাত ক'বলৈ হ'লে 'কাশ্মীৰ কুমাৰী' শান্ত ৰসৰ নাটক। সেই নাটকখনত অনঙ্গ আৰু আন আন চৰিত্ৰৰ বীৰত্বৰ যোগেদি বীৰৰস ফুটি উঠিলেও অনঙ্গৰ মহত্বই সকলোকে তল পেলাইছে।

হিন্দু দৰ্শনৰ মতে প্ৰেম মানে একাত্ম হোৱা। প্ৰেমৰ কাৰণে প্ৰথম প্ৰয়োজন হৈছে ইন্দ্ৰিয় দমনৰ। সেয়েহে হিন্দু প্ৰেমে আনি দিয়ে দায়িত্ব, সকলো ক্ষেত্ৰতে ইন্দ্ৰিয়-দমনেৰে প্ৰেম প্ৰদৰ্শন কৰাৰ দায়িত্ব। একাত্ম হ'ব পৰা এগৰাকী জীৱন সঙ্গীৰ সহায়ত জীৱনৰ এই আধ্যাত্মিক লক্ষ্য সাধন কৰা হয় আৰু নিজৰ প্ৰেম সাৰ্থক হয় যদিও নিজৰ আই-বোপাইৰ প্ৰতি সমাজে বান্ধি দিয়া দায়িত্বৰ প্ৰতি পিঠি দি বা নিজৰ আন কৰ্মৰ প্ৰতি পিঠি দি যুৱক-যুৱতীৰ ইন্দ্ৰিয় আসক্ত প্ৰেম সাৰ্থক হ'ব নোৱাৰে। আই-বোপাইৰ বিয়োগ হ'লে কিছুদিনলৈ বিবাহ পাশত আবদ্ধ হ'ব নোৱাৰাৰ অৰ্থ এয়েই যে আই-বোপায়ে ল'ৰা-ছোৱালীক লালন পালন কৰি যি প্ৰেম প্ৰদৰ্শালে তাত মনোনিবেশ কৰা—যি তাক আপোন মনে আপোন উলাহত কৰিব পাৰিছে তেনে লোকেই সাৰ্থক প্ৰেমী। 'কাশ্মীৰ কুমাৰী'ত গণেশ গগৈয়ে এই চিন্তা-ধাৰাৰ যি নাটকীয় ৰূপ দিছে সি অতুলনীয়। গগৈয়ে হিন্দু দৰ্শনক কেনেকৈ নিজৰ আপোন কৰিছিল কাশ্মীৰ কুমাৰীত তাৰ ভাল পৰিচয় পোৱা যায়। 'কাশ্মীৰ কুমাৰী' কেৱল অসমীয়া ভাষাৰে নহয় ভাৰতীয় ভাষাৰ এখন শ্ৰেষ্ঠ নাটক। মোৰ এইটো এক দৃঢ় বিশ্বাস যে আন আন ভাৰতীয় ভাষালৈ অনুবাদ হ'লে 'কাশ্মীৰ কুমাৰী' ভাৰতীয় সুধী সমাজৰ দ্বাৰা সমাদৃত হ'ব।

প্ৰতিশোধৰ কাৰণে শকুনিৰ দৰে চক্ৰান্ত কৰা, দক্ষৰাজাৰ দৰে

যজ্ঞ কৰা, ভীমৰ দৰে ৰক্তপান কৰা, অৰ্জুনৰ দৰে ব্ৰহ্ম অস্ত্ৰ প্ৰয়োগ কৰা আদি হিংসাত্মক দৃষ্টান্তবিলাকৰ মাজত গণেশ গগৈৰ প্ৰেমেৰে প্ৰতিশোধ লোৱা কাহিনী নিশ্চয় অভিনৱ। অনন্তৰ আপুৰ আবেদন 'পিতা, তীক্ষ্ণতৰ তৰোৱালেৰে প্ৰতিশোধ নলৈ, প্ৰেম আৰু ক্ষমাৰে প্ৰতিশোধ ল'বলৈ শিকক'ৰ নিচিনা কাহিনী অসমীয়া নালাগে আন ভাৰতীয় ভাষাত বিচাৰি পোৱা টান হ'ব বুলিয়েই মোৰ ধাৰণা।

## শকুনিৰ প্ৰতিশোধ

'শকুনিৰ প্ৰতিশোধ'ৰ মূল বিষয় নানা চল কূটনীতিৰ মায়াজাল তৰি কেনেকৈ শকুনিয়ে দুৰ্যোধনৰ ওপৰত প্ৰতিশোধ ল'লে আৰু নিজেও কেনেকৈ কুৰুক্ষেত্ৰ যুদ্ধৰ বলি হ'ল তাৰেই নাটকীয় বৰ্ণনা যদিও শেষত শকুনি আৰু শ্ৰীকৃষ্ণক সমুখা সমুখিকৈ আনি গগৈদেৱে বহু দাৰ্শনিক প্ৰশ্নৰ অৱতাৰণা কৰিছে। শকুনিয়ে শ্ৰীকৃষ্ণৰ আগত নিজৰ দুষ্কৰ্মৰ দায়িত্ব কান্ধ পাতি লৈ কুৰুকুল ধ্বংস কৰাৰ গৌৰৱত অৱতাৰ শ্ৰীকৃষ্ণৰ লগত সমানে বাক্‌যুদ্ধ কৰিছে। মানুহে ভগৱানৰ বা অৱতাৰৰ সৈতে ফেৰ মৰাৰ ই এক পৰিচিত প্ৰয়াস। শকুনিয়ে ভগৱানৰ সৈতে ফেৰ মাৰি নিজৰ ক্ষমতা আৰু কুঅভিসন্ধিৰে কুৰুক্ষেত্ৰৰ যুদ্ধ সংঘটিত কৰা বুলি আত্মতৃপ্তি লভিছে। পৃথিৱীত ধৰ্মৰ গ্লানি দূৰ কৰি দুষ্টসকলক দমন কৰিবলৈকে শ্ৰীকৃষ্ণই কুৰুক্ষেত্ৰ যুদ্ধ সংঘটিত কৰিলে—শকুনি তাৰ নিমিত্ত মাত্ৰহে। অৱতাৰসকলৰ আৱিৰ্ভাৱ হয় পৃথিৱীত ধৰ্ম সংস্থাপন কৰিবলৈ, তেওঁলোকে তেতিয়া মানুহৰ ৰূপ ল'লেও তেওঁলোক সাধাৰণ মানুহৰ দৰে স্বাৰ্থ-অন্বেষ, হিংসা-দ্বেষ, লোভ-কপটতা আদিৰ বশৱৰ্তী নহয়। মানুহ সৃষ্টিৰ নিমিত্ত মাত্ৰ—তথাপি মানুহে নিজৰ কৰ্মৰ মাজেদিয়েই নিজৰ নিমিত্ত বাচি লয় আৰু তাৰ ফল ভোগ কৰে। কৌৰৱক ধ্বংস কৰিবলৈকে শ্ৰীকৃষ্ণৰ আৱিৰ্ভাৱ আৰু শকুনিয়ে প্ৰতিশোধ ল'বলৈ আৰু কৌৰৱক

ধ্বংস কৰিবলৈ উন্মাদ হোৱাৰ কাৰণেই সেই ধ্বংস কাৰ্য্যৰ নিমিত্ত হ'ল যিদৰে পঞ্চ-পাণ্ডৱে তেওঁলোকৰ সৎ কাৰ্য্যৰ বলত ধৰ্ম সংস্থাপনত সহায় হৈ পৰিত্ৰাণ লভিলে। ক্ৰোধান্ধ, বিশ্বাসঘাতকী, প্ৰবঞ্চক শকুনিয়ে ধৰ্ম সংস্থাপক শ্ৰীকৃষ্ণৰ সৈতে সমতা পাতিবলৈ যোৱাটো কেনে মূৰ্খামি সি নাট্যকাৰে ভালদৰে ফুটাই তুলিছে।

কুৰুক্ষেত্ৰৰ মহা মহা ৰথীসকলৰ ইয়াত সমাবেশ হোৱাই 'শকুনিৰ প্ৰতিশোধ'ত বীৰৰসৰ প্ৰাধান্য বেছি। তথাপি বীৰৰস প্ৰদৰ্শন কৰাটো নাট্যকাৰৰ উদ্দেশ্য নহয়। প্ৰতিশোধপ্ৰিয় লোকৰ এটা দিশ আৰু আমি ওপৰত কোৱা ধৰণেৰে শকুনিৰ দৰে নৰাধমৰ অৱতাৰ শ্ৰীকৃষ্ণৰ বাক্‌যুদ্ধৰ যোগেদি মানুহৰ কাৰ্য্যকলাপৰ ওপৰত এটা দৃষ্টিভঙ্গী দাঙি ধৰাটোহে নাট্যকাৰৰ উদ্দেশ্য "নাটকৰ আন আন চৰিত্ৰ যেনে দুৰ্য্যোধন, কৰ্ণ, অৰ্জুন আদিও সমানেই আকৰ্ষণীয় হৈছে। ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ মানসিক দ্বন্দও কম পৰিসৰতে দেখুৱাবলৈ নাট্যকাৰ সক্ষম হোৱা বুলি ক'ব পাৰি। নাটকৰ ভাষা প্ৰাঞ্জল, অমিত্ৰাক্ষৰ ছন্দ প্ৰয়োগ সাৱলীল গীতিধৰ্মী আৰু অভিনয় উপযোগা, নাটকীয় ক্ৰিয়া ব্যঞ্জক। নাটখনি অধিক ঘটনাবহুল নকৰি সংলাপৰ সহায়ত নাট্য-কাৰে কাহিনীৰ সংযত ৰূপ দাঙি ধৰিছে। কোনো ঠাইতে নাটকীয় কাহিনীৰ গতি ব্যাহত হোৱা নাই। আৰু নাটকৰ শেষত শকুনিৰ সহদেৱৰ হাতত মৃত্যু হোৱালৈকে উদ্বিগ্নতাই দৰ্শক পাঠকৰ মন নাটকৰ কাহিনীৰ প্ৰতি আকৃষ্ট কৰি ৰাখে।" (সত্যপ্ৰসাদ বৰুৱা, গণেশ গগৈৰ নাটক, শিল্পীৰ পৃথিৱী, চতুৰ্থ বছৰ ষষ্ঠ সংখ্যা, পৃঃ ১০—১৩)।

## লাচিত, জেৰেঙাৰ সতী, হৰিশ্চন্দ্ৰ আৰু কমলা কুমাৰী

গণেশ গগৈদেৱে ৰেকৰ্ডৰ উপযোগী কেইবাখনিও চুটি নাটিকা লিখিছিল। সেইবিলাকৰ ভিতৰত 'লাচিত' (১৯৩৬ চনত ৰেকৰ্ড কৰা), 'জেৰেঙাৰ

সতী' ( ১৯৩৬ চনত ৰেকৰ্ড কৰা ) আৰু 'কমলা কুঁৱৰী' প্ৰকাশ হৈ ওলাইছিল। এই তিনিখনৰ প্ৰথম দুখনহে ৰেকৰ্ড কৰা হৈছিল, 'কমলা কুঁৱৰী'খন ৰেকৰ্ড কৰা হোৱা নাছিল বুলিয়েই আমাৰ বিশ্বাস। সম্প্ৰতি তেখেতৰ ভায়েক শ্ৰীতৰুণচন্দ্ৰ গগৈয়ে গণেশ গগৈদেৱৰ আন দুখন চুটি নাটিকা 'দক্ষ যজ্ঞ' ( ১৯৩৭ চনত ৰেকৰ্ড কৰা ) আৰু 'হৰিশ্চন্দ্ৰ' আমালৈ নিজৰ হাতেৰে কপি কৰি পঠিয়াইছে। ইয়াৰে 'দক্ষ যজ্ঞ'খনহে ৰেকৰ্ড কৰা হৈছিল, 'হৰিশ্চন্দ্ৰ'খন ৰেকৰ্ড কৰা হোৱা নাছিল বুলিয়েই আমাৰ বিশ্বাস। গ্ৰামোফোন ৰেকৰ্ডৰ কাৰণে লিখা কাৰণে এই নাটকবিলাকৰ নাটকীয় গুণ অতি সীমিত। তদুপৰি, এইবিলাকৰ বেছি ভাগ ধনৰ অভাৱত কেৱল ধন ঘটিবৰ কাৰণেই লিখা কাৰণে বহু ক্ষেত্ৰত তেওঁৰ শিল্পী-প্ৰতিভা তাত ভালদৰে প্ৰকাশ নাপালে। 'লাচিত' বীৰৰসৰ দেশপ্ৰেমমূলক নাটক। সত্যপ্ৰসাদ বৰুৱাই ক'বৰ দৰে 'লাচিত' নাটকৰ প্ৰতিটো চৰিত্ৰ, প্ৰতিটো সংলাপ নাটকীয় গুণেৰে সমৃদ্ধ।....এইখন নাটকৰ দেশপ্ৰেমমূলক গীত কেইটিয়ে দৰ্শক পাঠকৰ মনত নিশ্চয় প্ৰেৰণা যোগাব।' ( সত্যপ্ৰসাদ বৰুৱা, গণেশ গগৈৰ নাটক, শিল্পীৰ পৃথিৱী, চতুৰ্থ বছৰ সপ্তম সংখ্যা, পৃঃ ২৮ )। 'জেৰেঙাৰ সতী'ত আমি আগেয়ে উল্লেখ কৰা আন 'জয়মতী' নাটকৰ বিষয়ে কৰা ত্ৰুটি বিদ্যমান। 'কমলা কুঁৱৰী' গীতি মধুৰ করুণ ৰসৰ চুটি নাটিকা। অসমীয়াৰ পৰিচিত এটি গীতি কাহিনীক নাটকীয় ৰূপ দিয়াৰ চেষ্টা কৰিছে। এই দুয়োখনৰ সংলাপ বলিষ্ঠ যদিও চৰিত্ৰ কেইটাক করুণ ৰসৰ ভাৱবাহী ৰূপে গঢ় দিবলৈ ( সম্ভৱ ৰেকৰ্ডৰ সীমিত সময়ৰ কাৰণে ) সমৰ্থ হোৱা নাই।

'হৰিশ্চন্দ্ৰ' নাটকখন ১৯৩৯ চনত বাণী সম্মিলনত, 'দক্ষ যজ্ঞ' নাটকখন যোৰহাট থিয়েটাৰত আৰু তৰাজ্ঞান থিয়েটাৰত মঞ্চস্থ কৰা হৈছিল বুলি জনা যায়।

### দক্ষ যজ্ঞ

'দক্ষ যজ্ঞ' নাটিকাখন কাহিনী, ভাব-ভাষা, সংলাপ, দাৰ্শনিক অভি-ব্যক্তি সকলো পিনৰপৰাই এখন অতি মনোৰম নাটিকা। ইয়াৰ

কাহিনী পৌৰাণিক আৰু পৰিবেশ অলৌকিক হ'লেও গগৈদেৱে অতি সফলভাৱে ইয়াক এক চিৰন্তন ৰূপ দিব পাৰিছে । শক্তিনাথ বৰুৱাই ক'বৰ দৰে, "এই কাহিনীটি গগৈৰ দাৰ্শনিক দৃষ্টি পৰশত সোণত সুৱগা চৰা যেন হৈছে । ইয়াত তেওঁৰ ৰচিত প্ৰতিটো বাক্যই অতি গুখ ভাৱপূৰ্ণ ।" কাহিনীটোৰ মূল আধাৰ হৈছে স্বামী-স্ত্ৰীৰ বাক্-বিতণ্ডাৰ দুটি ভিন ভিন ৰূপ । এপিনে দাম্ভিক, প্ৰতিশোধ প্ৰিয় দক্ষ মহাৰাজৰ শিৱক ক্ষমা কৰিবলৈ পত্নী প্ৰসূতিয়ে কৰা কাতৰ মিনতিক উপেক্ষা আৰু আনপিনে নিমন্ত্ৰণ নোহোৱাকৈও দক্ষৰ যজ্ঞলৈ যাম বুলি আঁকোৰ গোজালি মাৰি ধৰা সতীয়ে স্বামীৰ বুজনি নামানি অসংযত হোৱাৰ নিচিনা স্বামী-স্ত্ৰীৰ সাধাৰণ কন্দলৰ নিখুঁত ছবি । সেই কন্দলত ভুল কাৰ সেইটো দৰ্শকৰ বিচাৰৰ কাৰণে ভাল খোৰাক । এনে কন্দল আৰু জোঁৱাই-শহুৰৰ জেদাজেদি বেলেগ বেলেগ কাৰণত সদায় ঘৰে ঘৰে হৈ থাকে আৰু তাৰ ভুক্তভোগী কন্দলৰ সৃষ্টিকাৰী দক্ষ নহয়, ক্ষমাৰে মহিমামণ্ডিতা প্ৰসূতি আৰু পত্নী প্ৰেমত আপোন পাহৰা শিৱৰ দৰে নিৰ্দোষী নিমাখিতসকল । এই কাহিনীটোত গগৈদেৱে ভোলানাথৰ চৰিত্ৰটিক অতি যতনেৰে এগৰাকী পত্নীপ্ৰাণ মহান স্বামীৰূপে অঙ্কিত কৰিছে । ভাৰতীয় কাহিনীত ইও এক অভিনৱ কথা । কিয়নো সতী, পতিব্ৰতা, মহিমাময়ী আদি আদৰ্শৰ অনুপ্ৰেৰণাত নাৰী চৰিত্ৰৰ ওপৰতহে পুৰুষ-প্ৰধান ভাৰতীয় সাহিত্যত সাধাৰণতে গুৰুত্ব দিয়া হয় । গগৈদেৱৰ শিৱই কিন্তু পত্নীক,

> 'তুমি প্ৰাণৰ প্ৰদীপ মোৰ,
> পূজাৰ গোঁসানী,
> বনবাসী শঙ্কৰৰ তুমি ধ্যান, জ্ঞান'

বুলি স্বামীৰ আদৰ্শও অতি মনোমোহাকৈ দাঙি ধৰিছে । শেষত, শিৱই সতীৰ শৱ দেহ কান্ধত লৈ

> 'ৰ'ল, ৰ'ল সংজ্ঞাহীনা,
> নিদ্ৰিতা প্ৰেয়সী,

ত্যজি এই দক্ষপুৰী,
ত্যজি যজ্ঞ কোলাহল, জন সমাগম—ব'ল, ব'ল-
যাওঁ ক'ত আছে
নির্জন বিচাৰি—
সেই নির্জনত,
সেই নিৰলাত সতী,
তোৰ মুখখনি তুলি
এবাৰ মাতিবি প্ৰিয়ে ভোলানাথ বুলি'

কৰা কাতৰ ক্ৰন্দনে সকলোৰে অন্তৰতে করুণ ধ্বনি তুলিব। গগৈদেৱৰ ভোলানাথে পতিব্ৰতা পত্নীৰ সেৱা আৰু ত্যাগৰ কাৰণে পুৰুষেও কেনেদৰে নিজৰ ভোগ-সুখ জলাঞ্জলি দিয়ে আৰু হিয়া উবুৰিয়াই প্ৰেম দিয়ে তাৰ এক গৌৰৱোজ্জ্বল উদাহৰণ।

নাটিকাখনৰ ভাব-ভাষা অতি শুৱলা আৰু সংলাপবিলাক ইমান সহজ সৰল অথচ অৰ্থপূৰ্ণ যে ই চৰিত্ৰবিলাকক এক অতি মহান যুগৰ ব্যক্তিৰূপে গঢ় দিছে। দক্ষ, প্ৰসূতি, শিৱ, সতী আদি মূল চৰিত্ৰ কেইটাৰ সংলাপৰ মাধুৰ্য্যৰ কাৰণে এনে অনুমান হয় যেন তেওঁলোক আটায়ে কবি সাহিত্যিক। এনেকুৱা সংলাপৰ নাটিকা যি ভাষাত ৰচিত সি সেই ভাষাৰ শ্ৰী বঢ়োৱাত বিশেষ সহায় কৰে। তদুপৰি নাটিকাখনিত 'গোটেই ব্ৰহ্মাণ্ডখনি এটি যজ্ঞ ঘৰ, তুমি যজ্ঞ—মই যজ্ঞ, যজ্ঞ চৰাচৰ', 'বিবেকে বিধান দিয়ে আপোন কৰ্তব্য', 'নিয়তিয়ে নিৰ্মম হাতেৰে কৰিলে যি বিধি প্ৰণয়ন, সেই বিধি সত্য শুদ্ধ, সিযে অখণ্ডন' আদি হিন্দু দৰ্শনৰ দৃষ্টিভঙ্গী কিছুমান স্থান বিশেষে পৰিবেশৰ লগত সঙ্গতি ৰাখি ইমান শুৱলাভাৱে প্ৰকাশ কৰিছে যে সেইবিলাকৰ তাৎপৰ্য্য আৰু বিচাৰ পাঠক বা দৰ্শকৰ কাৰণে সহজেই বুজিব পৰা হৈছে।

এইবিলাক কাৰণত গগৈৰ 'দক্ষ যজ্ঞ' পঢ়ি কবিগুৰু ৰবীন্দ্ৰনাথৰ 'বিদায়েৰ অভিশাপ', 'গান্ধাৰীৰ আবেদন', 'কৰ্ণকুন্তী সংবাদ' আদিৰ লেখীয়া গীতি-নাটিকাৰ নিচিনা সোৱাদ পোৱা যায়। কবিগুৰুৰ দৰে

গগৈদেৱৰও এটা পৌৰাণিক কাহিনীক আধুনিক বিশ্লেষণ আৰু অতি উচ্চ ভাব-ভাষাৰে নতুন ৰূপ দিবলৈ সমৰ্থ হৈছে। তদুপৰি কবি-গুৰুৰ দৰে গণেশ গগৈয়েও হিন্দু দৰ্শনৰ কিছুমান অৱহেলিত সত্যক অতি মনোমোহাকৈ পাঠক বা দৰ্শকৰ বোধগম্য কৰিছে। এনেকুৱা সুন্দৰ লিখনি আধুনিক যুগৰ অসমীয়া নাটক-নাটিকা নালাগে আন সাহিত্যতো বিৰল।

বিঃ দ্ৰঃ (১) গগৈদেৱৰ 'কুৰি শতিকা' নাটকখন যোৰহাট থিয়েটাৰত আৰু 'সীতা' নামে আন এখন নাটক শিলিখা বাগানত অভিনয় কৰা হৈছিল। 'সীতা' ৰ পাণ্ডুলিপি পোৱা নগ'ল।

(২) 'সীতা বনবাস', 'জেৰেঙাৰ প্ৰতিশোধ', 'কুৰি শতিকা' নামৰ নাটক কেইখন গগৈদেৱে লিখিছিল বুলি অমূল্য বৰুৱাই 'ৰূপ জ্যোতি'ৰ পাতনিত উল্লেখ কৰিছে। কিন্তু 'সীতা বনবাস' নাটকখনৰ পাণ্ডুলিপি পোৱা নগ'ল।

(৩) গগৈদেৱৰ গ্ৰামোফোনৰ ৰেকৰ্ডৰ কাৰণে ৰচা আৰু এই সঙ্কলনত প্ৰকাশ পোৱা আটাইকেইখন চুটি নাটিকা ৰেডিঅত প্ৰচাৰৰ উপযোগী। 'লাচিত' আৰু 'দক্ষ যজ্ঞ' মঞ্চৰ কাৰণেও অতি আকৰ্ষণীয়। গগৈদেৱে 'সীতা বনবাস' আৰু 'দাতাকৰ্ণ' নামে আন দুখন নাটক ৰেকৰ্ড কৰিছিল বুলি জনা যায় কিন্তু সেই দুখনৰ পাণ্ডুলিপি পোৱা নগ'ল।

(৪) বৰ্তমান 'জেৰেঙাৰ প্ৰতিশোধ'ৰ এটি অসম্পূৰ্ণ পাণ্ডুলিপি পোৱা গৈছে। সেইটো সম্পূৰ্ণ কৰিব পাৰিলে ভৱিষ্যতৰ তাঙৰণত দিয়া হ'ব।

# শকুনিৰ প্ৰতিশোধ

## নাটকৰ চৰিত্ৰাৱলী

— পাণ্ডৱ পক্ষ —

শ্ৰীকৃষ্ণ, যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, সহদেৱ, দ্ৰৌপদী ।

— কৌৰৱ পক্ষ —

ধৃতৰাষ্ট্ৰ, দুৰ্য্যোধন, দুঃশাসন, কৰ্ণ, শকুনি,

শল্য, গান্ধাৰী, পদ্মা ।

বৰাগী

# শকুনিৰ প্ৰতিশোধ

## ১ম অঙ্ক

১ম দৃশ্য—শকুনি, বৰাগী, শল্য ।
২য় ,,—দ্ৰৌপদী, শ্ৰীকৃষ্ণ, অৰ্জ্জুন, ভীম ।
৩য় ,,—কৰ্ণ, পদ্মা ।
৪ৰ্থ ,,—দুৰ্যোধন, শকুনি, দুঃশাসন, কৰ্ণ ।
৫ম ,,—বৰাগী
৬ষ্ঠ ,, —ধৃতৰাষ্ট্ৰ, গান্ধাৰী, দুৰ্য্যোধন ।

## ২য় অঙ্ক

১ম দৃশ্য—যুধিষ্ঠিৰ, সহদেৱ, ভীম, অৰ্জ্জুন, শ্ৰীকৃষ্ণ
২য় ,, —কৰ্ণ, দুঃশাসন, দুৰ্য্যোধন, শল্য, শকুনি ।
৩য় ,, — ভীম, কৰ্ণ, দুঃশাসন, শকুনি, যুধিষ্ঠিৰ ।
৪ৰ্থ ,, — দ্ৰৌপদী অৰ্জ্জুন, যুধিষ্ঠিৰ শ্ৰীকৃষ্ণ ।
৫ম ,, — শকুনি, দুঃশাসন, ভীম ।
৬ষ্ঠ ,, — ভীম, দ্ৰৌপদী ।
৭ম ,, — কৰ্ণ, শ্ৰীকৃষ্ণ, অৰ্জ্জুন ।

## ৩য় অঙ্ক

১ম দৃশ্য—ধৃতৰাষ্ট্ৰ, দুৰ্য্যোধন, গান্ধাৰী ।
২য় ,, — শ্ৰীকৃষ্ণ, শকুনি ।
৩য় ,, — বৰাগী ।
৪ৰ্থ ,, — শল্য, শকুনি, যুধিষ্ঠিৰ, সহদেৱ ।

# শকুনিৰ প্ৰতিশোধ

## প্ৰথম অঙ্ক

১ম দৃশ্য : যুদ্ধক্ষেত্ৰৰ অদূৰ প্ৰান্তৰ।

[ সময় অপৰাহ্ণ, ক্ষুধাৰ্ত বাঘৰ দৰে লোলুপ দৃষ্টিৰে শকুনিৰ প্ৰৱেশ ]

শকুনি— ইমান চেষ্টা কি অথলে যাব পাৰে ? ইমান পাপ কি পৃথিৱীয়ে সহ্য কৰিব পাৰে ? মোৰ আজন্ম সাধনৰ সফলতা সৌ অদূৰত। দুৰ্য্যোধন, তুমি ৰাজৰাজেশ্বৰ আৰু মই দীনহীন অন্নসেৱী। তুমি শত জীৱিত ভ্ৰাতাৰ জ্যেষ্ঠ, আৰু মই শত প্ৰেতাত্মাৰ কনিষ্ঠ ? তোমাতে মোতে ইমান প্ৰভেদ; অথচ ইমান আপোন ! তুমি মোৰ মৰমৰ ভাগিন, আৰু মই তোমাৰ বুদ্ধিদাতা চেনেহৰ মাতুল ! [ক্ৰুদ্ধ দৃষ্টিৰে চাই] আৰু বেছি পৰ নাই। দিগন্ত প্ৰসাৰি লহ-লহ জিহ্বা মেলি অগ্নি জ্বলি উঠিছে; এটি ছুটি কৰি পতঙ্গ জাপ দিছে ! কাৰো সাধ্য নাই তাক নিবাৰণ কৰে; কাৰো সাধ্য নাই তাক নিৰ্ব্বাপিত কৰে ! [গীত গাই গাই এটা বৰাগীৰ প্ৰৱেশ আৰু গীতৰ এটা কলি গাই প্ৰস্থান]

[ বৰাগীৰ গীত ]

নভ জল স্থল কৰি বিমোহন
বাজে কিনো গীতি ধীৰে ধীৰে,
চিৰ অভিনৱ উঠে অবিৰাম
অসীম বিয়পি ধীৰে ধীৰে ধীৰে।
ৰবি শশী তৰা হয় জ্যোতি-হৰা
নিখিল ভুবন আপোন পাহৰা
কাৰে ভোল যায়, সীমা পৰে ধৰা
তুলি সেই গীত, ধীৰে ধীৰে ধীৰে।

বিশ্ব-জগতে বিভোল চিতেৰে
প্ৰকাশ বিকাশ লয়ৰ তালেৰে
নিতে নৱ নৱ মহিমা বিতৰে
নিয়তি গীতিৰ ধীৰে ধীৰে ধীৰে । [ 'মালঞ্চ' ]
( করুণাধৰ করুৱা ৰচিত )

শকুনি—মূৰ্খ মানৱ, তেজৰ ঢৌ উঠিছে আৰু তই গীতৰ ৰাগিনী তুলিছ ? মৃত্যুৱে মুখ মেলি খেদি আহিছে আৰু তই সঙ্গীতৰ সুধা ঢালিছ ? নহয়, ঠিক কৰিছ ! আনন্দ কৰ, আনন্দ কৰ ! হস্তিনাপুৰ যায়, দুৰ্যোধন যায়, কুৰুকুল যায় যায় ! উৎসৱ কৰ — মহোৎসৱ কৰ –

[ প্ৰস্থানোদ্যত ]

[ শল্যৰ প্ৰৱেশ ]

শল্য—মামা, মামা, কিহৰ উৎসৱ ?

শকুনি—যুদ্ধ জয়ৰ উৎসৱ ।

শল্য — কি কৈছা মামা ?

শকুনি—কৈছো, আজি দ্ৰোণাচাৰ্য্যই কৌৰৱৰ গৌৰৱ ৰক্ষা কৰিছে ; পাণ্ডৱ বিভঙ্গে পলাইছে ।

শল্য—দ্ৰোণাচাৰ্য্য আৰু নাই মামা ! ধৃষ্টদ্যুম্নৰ হাতত নিহত ; আমি পৰাজিত ।

শকুনি—তুমি সুন্দৰ মিছা কথা ক'ব জানা শল্য ।

শল্য— মিছা নহয় মামা, ই সত্য ।

শকুনি—সত্য ! আঁ্যা—ই কি শুনিলো দ্ৰোণাচাৰ্য্য হত ! কৌৰৱ পৰাজিত ! ই কি শুনিলো ! অহ—হ-হ [ বহি পৰে ]

শল্য— বেজাৰ কৰিলে আৰু কি হ'ব ?

শকুনি—কি বেজাৰ কৰাৰ কথা কৈছা শৈল্য ! আজি মোৰ বুকু ভাগি গ'ল ? চকুৰ আগত অন্ধকাৰ দেখিছো ! মোক কি শুনালাহি শল্য, মোক কি শুনালাহি ?

শল্য—ধৈৰ্য্য নেহেৰুৱাবা মামা। তুমি অধৈৰ্য্য হ'লে দুৰ্য্যোধনক কোনে সান্ত্বনা দিব।

শকুনি—[ বহাৰ পৰা উঠি ] ঠিক কৈছা শল্য, মই অধৈৰ্য্য হোৱা অনুচিত। এতিয়াও সময় আছে, এতিয়াও আমাৰ শক্তি-সামৰ্থ্য আছে। [ ভাবি ] মই এতিয়া বুজিব পাৰিছো ! ওঁ ! ইয়াৰ ভিতৰত কথা আছে, কথা আছে ! বাৰু যক। এইবাৰ তুমি সেনাপতি হ'ব লাগিব। তুমি, পাণ্ডৱক মৰমৰ চকুৰে চোৱা ভীষ্ম আৰু প্ৰিয়শিষ্য অৰ্জ্জুনৰ গুৰু দ্ৰোণাচাৰ্য্য নোহোৱা। তুমি শল্য, তুমি পাৰিবা।

শল্য—এদিনৰ ভিতৰতে পাণ্ডৱক বিনাশ কৰি কৌৰৱৰ জয়ধ্বজা উৰাব পাৰোঁ মামা। কিন্তু—

শকুনি—আৰু কিন্তু নাই। তুমি সেনাপতি হবই লাগিব। কাৰো বিশ্বাস নাই শল্য, কাৰো বিশ্বাস নাই। তুমি দুৰ্য্যোধনৰ মান ৰক্ষা কৰিব লাগিব। কোৱা, কৰিবা ?

শল্য—[ বুকু ফিন্দাই ] কৰিম মামা। অতদিনে যুদ্ধৰ গতি নিৰীক্ষণ কৰি আহিছিলো, আৰু নকৰো। সেনাপতি হৈ শুনা মামা, পাণ্ডৱৰ নাম পৃথিৱীৰপৰা মচি পেলাম।

শকুনি—তুমি পাৰিবা, তুমি পাৰিবা, তুমি পাৰিবা !

শল্য—কিন্তু কৰ্ণ ? কৰ্ণক যদি মহাৰাজে সেনাপতি—

শকুনি—কৰ্ণক ? কৰ্ণও আকৌ বীৰ। সেইবাবে কোনো চিন্তা নাই শল্য, আহা। [স্বগতঃ] মূৰ্খ, তয়ো পতঙ্গ, তয়ো যাবি।

[ দুইবো প্ৰস্থান। বিপৰীত ফালৰপৰা বৰাগী আহি আগেয়ে গোৱা গীতৰ বাকী অংশ গাই প্ৰস্থান কৰে। ]

—পট—

২য় দৃশ্য : পাণ্ডৱ শিবিৰৰ ওচৰৰ কানন।

[ এজোপা গছৰ তলত দ্ৰৌপদীয়ে গীত গাই থাকে। গীত

শেষ নৌ হওঁতেই কৃষ্ণাৰ্জ্জুনক অহা দেখি প্ৰস্থান। বিপৰীত ফালৰ পৰা কথা পাতি কৃষ্ণ আৰু অৰ্জ্জুনৰ প্ৰবেশ। ]

[ দ্ৰৌপদীৰ গীত ]

শেৱালীৰে মালা প্ৰিয় ৰচিছিলা কিহলৈ,
জৰিল আজলী পাহি ৰেণু উৰি উৰি গৈ।
নিৰুপমা নিমগনা
সপোন সুষমা সনা
মৰহিলে কবিতাৰ মাধুৰীমা আজি ঐ।
আলসুৱা অনুগতা
নিমাতী লাজুকী লতা
আহো বুলি নাহি প্ৰিয়, গ'লা কিয় দূৰলৈ ?
মাধবী জোনালী নিশা
ৰূপোৱালী ৰূপ শিখা
ঢাকিব বিৰহী মেঘে জানিবানো কেনেকৈ !

অৰ্জ্জুন—বনবাসেই ভাল, যদুপতি।

কৃষ্ণ—সঁচাকৈয়ে ভাল। সংসাৰীৰ ভোগ-বিলাসৰ প্ৰাধান্য বনত নাই, ৰাজত্বৰ বিষম চিন্তাই মস্তিষ্ক উদ্‌ভ্ৰান্ত নকৰে, বনত সদায় শান্তি আৰু সেই কাৰণেই শান্তিকামী মুনি-ঋষিসকলে নগৰত আশ্ৰম নেপাতি বনতেই পাতে সখা !

অৰ্জ্জুন—তেন্তে আত্মীয়-স্বজন বিনাশ কৰি লাভ কি ?

কৃষ্ণ—একো লাভ নাই।

অৰ্জ্জুন—তেন্তে কুৰুক্ষেত্ৰ ৰণৰ ইয়াতেই সামৰণি পৰক।

কৃষ্ণ—কুৰুক্ষেত্ৰ সমৰৰ সামৰণি কুৰু-পাণ্ডৱে পেলাব নোৱাৰে সখা।

অৰ্জ্জুন—কিয় ?

কৃষ্ণ—বোধকৰো ধৰ্ম্মৰ বাবে।

অৰ্জ্জুন—ইয়াত ধৰ্ম্মৰ কথা কি আছে যদুপতি ! ই এটা হত্যা, বংশ নাশ, এটা বিৰাট ধ্বংস ●

কৃষ্ণ— এটা বিৰাট ধ্বংসৰেই প্ৰয়োজন হৈছে সখা, ধৰ্ম্মৰ মৰ্য্যাদা ৰক্ষা কৰিবলৈ।

অৰ্জ্জুন— পিতামহক হত্যা কৰা, গুৰুক হত্যা কৰা, দুৰ্ব্বল নিৰীহ প্ৰাণীক হত্যা কৰা কি ধৰ্ম্ম যদুপতি?

কৃষ্ণ— পকাশ্য ৰাজসভাত সতীক বিবস্ত্ৰা কৰা, বালকক সপ্তৰথীয়ে নৃশংসভাৱে বধ কৰা, কি ধৰ্ম্ম ফাল্গুনী?

অৰ্জ্জুন— হে মাধৱ,
উত্তেজিত নকৰিবা আৰু।

[ ভীমৰ প্ৰৱেশ ]

ভীম— উত্তেজনা নহয় অৰ্জ্জুন,
চিৰ লক্ষ্য ব্ৰত মোৰ শত্ৰু বিনাশন।

অৰ্জ্জুন— দাদা, ক্ষান্ত হোৱা।
ৰাঙ্গলী কৰিছো হাত
পিতামহ ভীষ্মৰ তেজেৰে,
ৰাঙ্গলী কৰিছো হাত
শিক্ষাদাতা, দীক্ষাদাতা
গুৰুৰ তেজেৰে,
আৰু কিয দাদা?

ভীম— ভাবিবলৈ দিয়া অৰ্জ্জুন? [ ভাবে ]

অৰ্জ্জুন— ভাবি চোৱা,
এশটা ভ্ৰাতৃৰ মাথো আছে দুটি বাকী।
সেই ভাতৃ শোণিতত ৰাজসিংহাসন,
আত্মীয়ৰ শ্মশানত
সাম্ৰাজ্য স্থাপন কৰি
কিয় ডুবু নৰকত?
কিয় হেকুৱাও
ইহকাল পৰকাল, বংশ শেষ কৰি?

কৃষ্ণ— সখাই কোৱা কথাও বৰ মিছা নহয় বৃকোদৰ। ভাই-ককাইতকৈ ৰাজ্য-ৰাজপাট ডাঙৰ নহয়।

ভীম— কেতিয়াও নহয়।

কৃষ্ণ— কিন্তু সেই ভাই-ককায়েই অচিনাকি সূতপুত্ৰ কৰ্ণক অযাচিতে অঙ্গদেশ দান কৰিব পাৰিলে, পাণ্ডৱৰ নামত হ'লে পাঁচখন গাৱেঁ। নাহিল।

ভীম— উন্মাদ নকৰিবা কৃষ্ণ।

কৃষ্ণ— উন্মাদ কৰা নাই বৃকোদৰ ; কিন্তু এতিয়াও প্ৰতিজ্ঞা বাকী। ক্ষত্ৰিয়ৰ প্ৰতিজ্ঞা, বৃকোদৰৰ প্ৰতিজ্ঞা, গাণ্ডীৱধাৰী অৰ্জ্জুনৰ প্ৰতিজ্ঞা এতিয়াও বাকী ! কুৰুসভাত উৰু দেখুৱা দুৰ্য্যোধনৰ আজিও অক্ষতদেহ, পাঞ্চালী আজিও মুক্ত-কেশী, দুঃশাসন আৰু দাম্ভিক কৰ্ণ আজিও জীৱিত ?

[ বেগেৰে প্ৰস্থান ]

অৰ্জ্জুন— সখা, সখা, [ প্ৰস্থান ]

ভীম— অৰ্জ্জুন, অৰ্জ্জুন
যুক্তিতৰ্ক ধৰ্ম্মাধৰ্ম্ম যক ৰসাতলে।
প্ৰতিজ্ঞা পালন মোৰ
জীৱনৰ ব্ৰত। [ প্ৰস্থান ]

—পট—

৩য় দৃশ্য : কৰ্ণৰ প্ৰাসাদ কক্ষ

[ চঞ্চল হৈ কৰ্ণৰ প্ৰবেশ ]

কৰ্ণ— পদ্মা—পদ্মা—পদ্মা [ পদ্মাৰ প্ৰবেশ ]

পদ্মা— নাথ—

কৰ্ণ— [ ওচৰ চাপি ] 'জীৱন ৰহস্য মোৰ শুনিবি অভাগি ?'

পদ্মা— কি কৈছে প্ৰিয়তম ? একো বুজিব পৰা নাই। আপুনি চঞ্চল হৈছে কিয় ?

কৰ্ণ— চঞ্চল নহওঁ প্ৰিয়ে,
ধীৰ, স্থিৰ আজি মই
অচল অটল ।
— জানা কোন মই ?
পদ্মা—জানো, আপুনি মোৰ স্বামী, মোৰ গুৰু ; আপুনিয়েই মোৰ দেৱতাৰো দেৱতা ।
কৰ্ণ— আৰু কি জানা ?
পদ্মা—আৰু প্ৰভু জানিবৰ
নাই প্ৰয়োজন ।
কৰ্ণ— শুনা প্ৰিয়ে,
সূতপুত্ৰ মই—
পদ্মা—জানো প্ৰিয়তম—
কৰ্ণ— নেজানা, নেজানা ?
সূতপুত্ৰ মই আছিলো এদিন ।
কিন্তু, আজি হ'লো,
কুন্তী পুত্ৰ, জ্যেষ্ঠ পাণ্ডৱৰ ।
পদ্মা—উপহাস নকৰিব প্ৰভু ।
কৰ্ণ— উপহাস ! উপহাস নোহে পদ্মা,
মাতা আহি,
নিজ মুখে, যমুনা তীৰত,
কই গ'ল আজি প্ৰভাতত,
"ৰাধাৰ নন্দন তুমি
নহয়, নহয় ;
জ্যেষ্ঠ পুত্ৰ তুমি মোৰ, প্ৰথম তনয় ।"
পদ্মা—দয়াময়,
তোমাৰ অনন্ত লীলা, অপাৰ কৰুণা ।
কৰ্ণ— কৰুণা নহয় প্ৰিয়ে,

ই যে প্ৰতাৰণা,
নহলেনো,
ব্যৰ্থ কৰি জীৱনৰ সোণালী গৰিমা,
শিৰ পাতি লৈ লৈ ঋষি অভিশাপ,
অন্তিমৰ যৱনিকা পৰাৰ আগতে
জানিলোহেঁতেন কিয়,
ৰাজৰাজেশ্বৰী কুন্তী মাতৃ বুলি মোৰ ?
[ পদ্মাই কৰ্ণৰ মুখলৈ চাই থাকে ]
স্বাৰ্থপৰ, স্বাৰ্থপৰ,
সমগ্ৰ পৃথিৱী মাথো
স্বাৰ্থৰ আকৰ ।
পদ্মা— প্ৰিয়তম ।
কৰ্ণ— শুনা পদ্মা,
কলঙ্ক কালিমা সানি
শৈশৱৰেপৰা
সহিলো যাতনা কত,
কত অপমান,
ক'তা, তেতিয়াতো জননীৰ
নেকান্দিলে প্ৰাণ !
হীন কুলোদ্ভৱ বুলি
আচাৰ্য্য দ্ৰোণই,
অস্ত্ৰ শিক্ষা নিদিলে ঘৃণাত,
দ্ৰৌপদীৰ সয়ম্বৰ দিনা,
নীচ বুলি, হীন বুলি,
দ্ৰোপদ বালাই,
কৰিছিলে কত অপমান,
সূতক নকৰো বুলি

বৰ মাল্য দান ।
ক'তা, তেতিয়াতো জননীৰ
নেকান্দিলে প্ৰাণ !
আজি—
পদ্মা—অতীতৰ নিকৰুণ,
নিদাৰুণ কথা
মুশুনাব আৰু প্ৰভু ।
নোৱাৰো বুজিব
গোপনে আছিল কিয়
আজি অতকাল,
আপোনাৰ জীৱন ৰহস্য ।
কৰ্ণ— ৰহস্যৰ বাবে পদ্মা
জীৱন ৰহস্য মোৰ
গোপনে আছিল ।
পদ্মা—কি ৰহস্য ?
কৰ্ণ— কুমাৰী আছিল মোৰ
জননী যেতিয়া,
আদিত্য তেজত,
দেখা পালে তেতিয়াই
কৰ্ণক তোমাৰ ।
কলঙ্কৰ চেক ধুই নিকা কৰিবৰ
উপায় আছিল মাথো,
নিঃসহায়, নিৰ্দোষী শিশুক
জ্ঞান কৰি মাটিৰ পুতলা,
অকাতৰে, অম্লান বদনে,
নদীৰ গৰ্ভত থিৱে,
বিসৰ্জন দিয়া !

পদ্মা—বিসৰ্জ্জিলে নদীৰ গৰ্ভত !

কৰ্ণ—নিদিব ? নহলে যে নেথাকে নাৰী
সতীৰ মহিমা

পদ্মা—গৰ্ভজাত সন্তানক
কোন সতে চেনেহী মাতৃয়ে—

কৰ্ণ—ক্ষান্ত হোৱা পদ্মা
তথাপি জননী মোৰ
আৰাধ্যা জননী ।

পদ্মা—এতিয়া কি কৰিব প্ৰিয়তম ?

কৰ্ণ—নেলাগে ৰাজত্ব মোক,
নেলাগে জ্যেষ্ঠতা ।
সূত আখ্যা জীৱনৰ
শ্ৰেষ্ঠ পদ মোৰ
হওক পাণ্ডৱ মোৰ নিজ সহোদৰ,
হওক জননী কুন্তী,
তথাপিও,
বিফল নহব প্ৰিয়ে,
যৌৱনৰ পণ,
সখা মোৰ, ভ্ৰাতা মোৰ
মাথো দুৰ্য্যোধন ।

—পট—

**৪ৰ্থ দৃশ্য : কৌৰৱ শিবিৰৰ মন্ত্ৰণা কক্ষ**

[ বিষণ্ণ মনেৰে দুৰ্য্যোধন আৰু পাচে পাচে
শকুনি আৰু দুঃশাসনৰ প্ৰবেশ ]

**শকুনি—মন মাৰি থাকিলে আৰু হ'ব কি ? ভীষ্ম, দ্ৰোণ যদিও বীৰ আছিল, পক্ষপাতী আছিল । নহলেনো ভীষ্ম হেন বীৰে**

দহ দিন আৰু দ্ৰোণাচাৰ্য্যই মাত্ৰ পাঁচ দিন যুদ্ধ কৰিলেই পুলকি পৰেনে ? গ'ল গ'ল ভালেই হ'ল। শৌৰ্য্য-বীৰ্য্যত কুৰুকুল এতিয়াও হীন হোৱা নাই। অন্য এজনক সেনাপতি পাতি যুদ্ধ চলোৱা। বহি নাথাকিবা দুৰ্য্যোধন, বহি নাথাকিবা।

দুৰ্য্যোধন—বহিবৰ সময় ক'ত মামা-

ভাবিছো মাত্ৰ ভাবিছো,
কি শক্তিত বলীয়ান
পাণ্ডৱ সেনানী,
কি শক্তিত বলীয়ান
হই ধনঞ্জয়ে,
পাৰিছে নাশিব মোৰ
বিপুল বাহিনী।

দুঃশাসন—ইয়াত শক্তিৰ কথা নাই দাদা, ই চক্ৰান্ত। চক্ৰান্তকাৰী কূট কলীয়া কৃষ্ণই শিখণ্ডীক অৰ্জুনৰ ৰথত বহুৱাই পিতামহক বধ কৰালে আৰু 'অশ্বত্থামা হত' বুলি অসত্য সংবাদ প্ৰচাৰ কৰোৱাই গুৰুদেৱকো মৃত্যুৰ মুখত পেলালে।

শকুনি— ঠিক কৈছা দুঃশাসন ভীষ্ম, দ্ৰোণক বধ কৰিব পৰা শক্তি পাণ্ডৱৰ নাই। মাত্ৰ চক্ৰান্ত, চক্ৰান্ত !

দুৰ্য্যোধন—হওক চক্ৰান্ত ; এইবাৰ তাক ব্যৰ্থ কৰিম। অঙ্গাধিপতি কৰ্ণক সেনাপতি পদত বৰণ কৰি—

পৰীক্ষা কৰিম মামা,
পঞ্চ সহোদৰে ধৰে
শকতি কিমান।
পৰীক্ষা কৰিম,
কূটনীতি, ষড়যন্ত্ৰ
কিমান শিকিলে সেই
ৰাখাল বালকে।

শকুনি— কৰ্ণকো চিনা টান দুৰ্য্যোধন। তেওঁ যদি আকৌ সেনাপতি হৈ ইকাল সিফাল কৰে, তেতিয়া?

[ কৰ্ণৰ প্ৰবেশ ]

কৰ্ণ—তেতিয়া? তেতিয়া কক্ষচ্যুত হব ভানু
মধ্যাহ্নৰ বেলা।
মামা, এতিয়াও ম্লান নোহে।
ধৰ্ম্মৰ মহিমা
এতিয়াও পুণ্যব্ৰতী
শ্যাম বসুন্ধৰা।
হ'ব পাৰো সূতপুত্ৰ,
হ'ব পাৰো বিশ্বৰ অস্পৃশ্য,
কিন্তু,
বন্ধু বুলি, সখা বুলি যাক
সাৱটি ধৰিছো মামা
শত শত কুৰুক্ষেত্ৰ,
সহস্ৰ পাণ্ডৱ,
লক্ষ লক্ষ দৈৱকী নন্দনে,
নোৱাৰে চিঙিব সেই
বন্ধুত্বৰ ডোল
নোৱাৰে চিঙিব সেই
প্ৰীতিৰ বান্ধোন।

দুৰ্য্যোধন—সখা, সকলো জানো!
সেইহে তোমাকে আজি
সেনাপতি পদে
বিভূষিত কৰিব খুজিছো।
দুঃশাসন, ঘোষণা প্ৰচাৰ কৰা
কুৰুবাহিনীত,

অতি শীঘ্রে ৰণ যাত্ৰা
কৰিব লাগিব ;
অঙ্গৰাজ হ'ব আহি
সেনাপতি নিজে ।
—ভাই, ইবাৰ ৰণতো যদি,
পৰাজয় হব লগা আছে—

দুঃশাসন—অসম্ভৱ ।
এইবাৰ ৰণজয় অনিবাৰ্য্য দাদা ।
কৰ্ণ মহাৰথী যদি হয় সেনাপতি ,
সমৰত কৃষ্ণাৰ্জ্জুনে প্ৰমাদ গণিব ।
আৰু ভীম ? তুচ্চ কথা
প্ৰকাশি বিক্ৰম মোৰ
ইবাৰ যুদ্ধত,
পৰিচয় দিম তাক
দুঃশাসন কোন ।
"দুঃশাসন ৰক্তপান" প্ৰতিজ্ঞা ভীমৰ ?
হাঃ হাঃ হাঃ
মূৰ্খ বধ কৰি সামান্য ৰাক্ষস
পাৰ হলি সীমা তই
আপোন শক্তিৰ ।
"দুঃশাসন ৰক্তপান !"
হাঃ হাঃ হাঃ [ প্ৰস্থান ]

শকুনি— বোপা দুৰ্য্যোধন, মই এটা কথা ভাবিছো, এই কৃষ্ণটোক কেনেবাকৈ সিফলীয়া কৰি পঠিয়াব নোৱাৰিনে ? ইয়াক দিহা লগাব পাৰিলেই পাণ্ডৱবো বুদ্ধিৰ ভুৰুকা উদং, জানি থ'বা ।

কৰ্ণ— মামা, অন্যায় যুদ্ধ এবাৰ কৰিলো ; আৰু নকৰো । অন্যায় যুদ্ধ কৰি অভিমন্যুক বধ কৰিলো । সেই হত্যাই শত্ৰু পক্ষৰ শক্তি ক্ষয় কৰিব নোৱাৰিলে, শত্ৰু পক্ষক শক্তি দান কৰিলে মাথোন ।

দুৰ্য্যোধন—সখা, শত্ৰু সদায় শত্ৰু। বলে-কৌশলে, ন্যায়ে-অন্যায়ে সিহঁতক
ধ্বংস কৰাই আমাৰ কৰ্ত্তব্য।

কৰ্ণ— অন্যায় সমৰ কৰি,
কুৰুক্ষেত্ৰ কলঙ্কিত
নকৰিবা সখা।
অন্যায় সমৰ কৰি,
শত্ৰুনাশ নোৱাৰা কৰিব।
প্ৰচণ্ড প্ৰতাপী যদি
ৰজা দুৰ্য্যোধনে,
লক্ষ লক্ষ সেনানীৰ সতে,
পঞ্চ ভাই পাণ্ডৱৰ,
সম্মুখীন হ'ব খোজে
অন্যায় যুদ্ধত,
ধ্বংস হ'ব কুৰুকুল, এটি পলকতে।

দুৰ্য্যোধন—[ ভাবি ] সত্য কথা।
শৈশৱৰে পৰা,
উচ্ছেদ সাধিম বুলি
পঞ্চ পাণ্ডৱৰ,
কত চেষ্টা কৰি চালো,
তথাপি আজিও দেখো
পাণ্ডৱ জীৱিত।
নিৰ্ম্মাণিলো জতু গৃহ,
প্ৰয়োগিলো হলাহল বিহ,
আৰু কত মৃত্যুপুৰী
কৰিলো ৰচনা,
—আঁতৰতে উৰি গ'ল
ষড়যন্ত্ৰ মোৰ।

সত্য কথা সখা,
ৰুদ্ৰ ৰূপ ধৰি মোৰ কুৰু বাহিনীয়ে,
কুৰুক্ষেত্ৰ সমৰত
কৰোক প্ৰবেশ,
অন্যায়ৰ নাই প্ৰয়োজন ।
শক্তিহীন নোহে দুৰ্য্যোধন
এতিয়াও বৰ্ত্তমান, [ প্ৰস্থান ]
কৰ্ণ, দুঃশাসন ।

কৰ্ণ— ধ্ৰুব সত্য ।
বীৰে মাথো ধৰ্ম্ম যুদ্ধ কৰি আহ্বাহন,
জয়ী হয় কিম্বা কৰে
মৃত্যু আলিঙ্গন । [ প্ৰস্থান ]

শকুনি—আজি ধৰ্ম্ম লাগে, পুণ্য লাগে, সকলো লাগে ! অত দিন ক'ত আছিলা, দুৰ্য্যোধন ক'ত আছিলা ! পাশা খেলত ধৰ্ম্মলৈ মনত নপৰিল ! ৰজস্বলা দ্ৰৌপদীক বিবস্ত্ৰা কৰোতো ধৰ্ম্মলৈ মনত নপৰিল ! মোৰ বৃদ্ধ পিতা, এটা এটাকৈ নিৰাম্নবৈটা ভাতৃ অন্ধকাৰ কাৰাগাৰত, এমুঠি অন্নৰ কাৰণে হাঁহাকাৰ কৰি মৰিবৰ সময়ত ধৰ্ম্মলৈ মনত নপৰিল ? আজি ধৰ্ম্ম লাগে ! ধৰ্ম্ম লাগে ! ধৰ্ম্ম লাগে ! হাঃ হাঃ হাঃ ।
[ প্ৰস্থান ]

—পট—

পঞ্চম দৃশ্য : নিৰ্জ্জন পথ

[ গীত গাই গাই বৰাগীৰ প্ৰবেশ]

( গীত )

সকলো মায়াৰে খেলা
আগতো নেদেখি পাচতো নেদেখি
বুজিব নোৱাৰা লীলা ।

নিতে ফুলে ফুল সুবাসেৰে ভৰা
পখী কুলে ধৰে গীতি সুধাক্ষৰা
প্ৰীতি অনুৰাগ সকলো অসাৰ
সকলো মায়াৰে খেলা ।
ধন জন দেহা মিছা সকলোটি
মিছা সঁচা বুলি নৰবা সাৱটি
ৰাখা যতনৰে সঁচা নিধি যিটি [ মালশ্ৰী ]
তৰোৱা নিদান বেলা । ( করুণাধৰ বৰুৱা ৰচিত )

[ গীতৰ অন্তত বৰাগীৰ প্ৰস্থান ]

—পট—

৬ষ্ঠ দৃশ্য ঃ ধৃতৰাষ্ট্ৰৰ কক্ষ

[ এখন শয্যাত ধৃতৰাষ্ট্ৰ বহি থাকে । ওচৰত থিয় হৈ গান্ধাৰী । ]

ধৃতৰাষ্ট্ৰ— সি নুশুনে ৰাণী, সি নুশুনে । মোৰ কথা সি নুশুনে ।

গান্ধাৰী—কিয় নুশুনিব ? অভিমানী হ'লেও মোৰ দুৰ্য্যোধন অবিবেচক নহয় । আপুনি তাৰ পিতা, জন্মদাতা । সি আপোনাৰ কথা শুনিব মহাৰাজ ।

ধৃত— আৰু তুমিও তাৰ মাতা । পুত্ৰই যদি পিতাৰ কথা শুনিব পাৰে, মাতাৰ কথাও নুশুনি নেথাকে গান্ধাৰী ।

গান্ধাৰী—মই কিমান চেষ্টা কৰি চালো, কিমান বুজালো, কিমান অনুনয় বিনয় কৰিলো সকলো মিছা হ'ল ।

ধৃত— আৰু মই বুজোৱা নাই ? মই তাক অনুৰোধ কৰিবলৈ বাকী ৰাখিছো । কত দিন কাষত বহুৱাই কেঁচুৱা ল'বাৰ দৰে গাত হাত ফুৰাই কিমান বুজালো, দুৰ্য্যোধন যুদ্ধ নকৰিবি, পাণ্ডৱ তোৰ পৰ নহয় । সি মুখ আমোলাই শুচি গ'ল ; মোৰ কথা নেৰাখিলে ।

গান্ধাৰী—বিশ্বাস নহয় মহাৰাজ ।

ধৃত— কি ? [ বিচনাৰপৰা নামি গুচৰলৈ আহি ] কি বিশ্বাস নহয় গান্ধাৰী ?

গান্ধাৰী—আপোনাৰ কথা ।

ধৃত— পুত্ৰ অবাধ্য । আৰু তুমিও দেখিছো ধৃতৰাষ্ট্ৰক জন্মান্ধ বুলি, বৃদ্ধ অপদাৰ্থ বুলি বিশ্বাস নকৰিবলৈ শিকিছা গান্ধাৰী ।

গান্ধাৰী—অভিনয় নকৰিব মহাৰাজ । এই কুৰুক্ষেত্ৰ ৰণৰ কাৰণে কৌৰৱৰ পিতা আপুনি, আপুনিয়েই বেছি দায়ী ।

ধৃত— শাস্তি দিয়া ৰাণী । ৰাজৰাজেশ্বৰী তুমি, ৰাজমাতা তুমি, শাস্তি দিয়া ।

গান্ধাৰী—আঠামবৈটা পুত্ৰৰ অকাল মৃত্যু দেখিও যাৰ বুকু নপমিল সেই কাঠচিতীয়া পুৰুষক, সেই কঠোৰ পাষাণক অবলা নাৰীয়ে কি শাস্তি দিব মহাৰাজ ?

ধৃত— পুত্ৰশোকত জৰ্জ্জৰিত হবলৈ কৈছা ৰাণী ? হৈছোঁ, বহুত দিনৰ আগতে হৈছোঁ ! যি দিনা তুমি, তুমি করুণাময়ী জননীয়ে, নিজ গৰ্ভত ধাৰণ কৰা দেৱশিশুক গৰ্ভৰ ভিতৰতে লোহা মুগদৰেৰে মৰিয়াই মৰিয়াই মাংসপিণ্ডত পৰিণত কৰিছিলা, সেই দিনাই, সেই দিনাই জৰ্জ্জৰিত হৈছোঁ আজি আৰু অশ্ৰু টুকিবলৈ নাই ৰাণী ; অশ্ৰুনদী বৈ বৈ শেষ হৈ গ'ল, বুকুৰ চেনেহ নিজৰা শুকাই শুকাই শিলৰ তলি ওলাই পৰিল ।

[ গান্ধাৰী খণ্ডে-বেজাৰে ডলমূৰ কৰি নিজাত ]

ধৃত— [ অলপ বৈ কোমল মাতেৰে ] গান্ধাৰী, গান্ধাৰী ।

গান্ধাৰী—[ কঁপা মাতেৰে ] মহাৰাজ—

ধৃত— মতিভ্ৰষ্ট দুৰ্ব্বল বৃদ্ধ মই, অস্থিৰ মগজু । কিবা ক'ম বুলি কিবা কৈ পেলালো ; মোক ক্ষমা কৰা ৰাণী ।

গান্ধাৰী—সোৱা দুৰ্য্যোধন আহিছে ।

ধৃত— আহিছে ? আহিছে ? ৰাণী ৰাণী মোৰ মূৰ ঘূৰাইছে, স্থিৰেৰে থাকিব পৰা নাই, মোক শয্যালৈ নিয়া, শয্যালৈ নিয়া ।

[ গান্ধাৰীয়ে ধৃতৰাষ্ট্ৰক বিচনাত শুৱাই অলপ আঁতৰত থিয় দি থাকে। দুৰ্য্যোধনে প্ৰবেশ কৰি গান্ধাৰীক সেৱা কৰে। পাচত ধৃতৰাষ্ট্ৰৰ ওচৰলৈ গৈ ভৰি দুই হাত লগায়। ধৃতৰাষ্ট্ৰ নিমাত নিতাল ]

দুৰ্য্যোধন আই, মোক বোলে মাতি পঠিয়াইছিলা ?

গান্ধাৰী— মাতিছিলো দুৰ্য্যো।

দুৰ্য্যো— কোৱা, কিয় মতালা ! [ গান্ধাৰী নিমাত ]

দুৰ্য্যো— আই, তোমাৰ কি হৈছে ? নেমাতা কিয় ?

গান্ধাৰী— একো হোৱা নাই।

দুৰ্য্যো— তেন্তে কোৱা। কুৰুক্ষেত্ৰৰ পৰা তোমাৰ আদেশতে লৰি আহিছো আই।

গান্ধাৰী— ক'ম, ক, তই শুনিবি ?

দুৰ্য্যো— কোন দিনা তোমাৰ অবাধ্য হৈছোঁ আই ?

গান্ধাৰী— তেন্তে এই যুদ্ধ পৰিত্যাগ কৰ। মোৰ সকলো গ'ল। মাত্ৰ তই আৰু দুঃশাসন আছ, এই যুদ্ধ পৰিত্যাগ কৰ বাচা।

দুৰ্য্যো— আই আই, কিয় সেই একেটা কথাকে ধৰি আছা ?

গান্ধাৰী— কিয় ধৰি আছো ! পুত্ৰশোক যে কি, কি বুজাম ! ভৰ বয়সতে এটা এটাকৈ দুটা কম এশ সন্তানে মোক এৰি গুচি গ'ল। সিহঁতে মোৰ বুকু শুৱাই আছিল। আজি সেই বুকু উদং হ'বলগীয়া হৈছে। আৰু কিমান সহ্য কৰিম ? দুৰ্য্যোধন, মোৰ কথা ৰাখ আৰু যুদ্ধ কৰিব নালাগে।

দুৰ্য্যো— হে জননী
পৰিহাৰ কৰিলে সমৰ
মৃত্যুৰ পুৰীৰ পৰা
আহিবনে কোৱা মোৰ
মৃত ভাতৃ ঘূৰি ?
পৰিহাৰ কৰিলে সমৰ
পাৰিমনে মচিব জননী
কপালৰ ভাগ্য ৰেখা বিধাতাই লিখা।

গান্ধাৰী—নোৱাৰে মচিব কেৱে
বিধিৰ বিধান।
সেই বুলি আপোন ঘৰত
জ্বলিলে যি ভীষণ অগণি
আৰু তাক জ্বলিব নিদিবি।
দুৰ্য্যো— যি অগ্নিয়ে,
দহন কৰিলে মোৰ ভ্ৰাতা চেনেহৰ
যি অগ্নিয়ে,
দহন কৰিলে মোৰ আত্মীয় স্বজন
সেই অগ্নি, জ্বলক জননী।
হয় যদি দগ্ধ হোক
চিৰ শত্ৰু মোৰ,
নতুবা নিজেই দেহি,
জ্বলই ভস্ম হই
উৰি উৰি, গুচি যাওঁ পৰ পাৰলই।
গান্ধাৰী—মাতৃৰ আজ্ঞা লঙ্ঘন নকৰিবি পুত্ৰ।
দুৰ্য্যো— সন্তানক অপৰাধী নকৰিবা মাতা।
জানো মই,
বেদবাণী তোমাৰ আদেশ।
কিন্তু, কি কৰিম ?
মেলি দিলো তৰী মোৰ
মহা জলধিত,
নাহে ঘূৰি, নোৱাৰো ঘূৰাব,
যদ্যপি নেপায় মাতা
তাৰ লক্ষ্য তীৰ।
গান্ধাৰী—পাঁচখন গাওঁ মাত্ৰ
খুজিছে পাণ্ডৱে,

তাকে দি নকৰ কিয়
সন্ধি এতিয়াও ?
দয়াশীল যুধিষ্ঠিৰ,
ভীমাৰ্জ্জুন নোহে অবুজন ;
সাদৰে সন্মতি দিব
সন্ধি প্ৰস্তাৱত ।
দুৰ্য্যো— সন্ধি ?
কৌৰৱৰ সন্ধি মাতা
পাণ্ডৱৰ সতে ?
গান্ধাৰী— কি ক্ষতি ?
দুৰ্য্যো— ক্ষতি একো নাই ।
কিন্তু,
এই সন্ধিৰ কাৰণে,
যুদ্ধ আয়োজন মোৰ
নাছিল জননী ।
এই সন্ধিৰ কাৰণে
লক্ষ লক্ষ বীৰে,
প্ৰাণৰ মমতা এৰি
এৰি প্ৰিয় জন,
নাই কৰা প্ৰাণ দান
উন্মাদৰ দৰে ।
মাতা,
জন্ম মোৰ ক্ষত্ৰিয় কুলত ;
বীৰ মই চন্দ্ৰবংশী,
ৰাজৰাজেশ্বৰ ।
প্ৰাণৰ ভয়ত আজি
কাপুৰুষ হই

পাণ্ডৱৰ চৰণত প্ৰণিপাত কৰি,
সন্ধি ভিক্ষা নকৰো, নকৰো ।
শুনা মাতা,
সন্মুখত তুমি মোৰ
আৰাধ্যা গোসানী,
কাষৰ শয্যাত সউ
জন্মদাতা পিতা মোৰ,
উপাস্য দেৱতা । [ ধৃতৰাষ্ট্ৰ চকু খাই উঠি বিচনাত বহে ]
শুনা,
চুইৰো আগত পুত্ৰ
কৰো নিবেদন,
যুদ্ধ ত্যেজি পাণ্ডৱক
সূচ্যাগ্ৰী মেদিনী,
প্ৰাণান্তেও নিদিওঁ নিদিওঁ ।
হ'ব লগা আছে যদি,
সোণৰ হস্তিনা মোৰ
হো'ক চাৰখাৰ ;
দিব লাগে, যদি দিম,
বক্ষ ৰক্ত গাৰ । [বেগেৰে প্ৰস্থানোদ্যত]

ধৃত— [গলগলীয়া মাতেৰে] পুত্ৰ ।
দুৰ্য্যো— পিতা
ধৃত— আশীৰ্ব্বাদ কৰো বাচা
হোক যুদ্ধ জয় ।
দুৰ্য্যো— পিতৃ পদে মতি যেন
চিৰ দিন ৰয় ।
গান্ধাৰী—[হঠাৎ মুখৰপৰা ওলাল]
আৰু যদি হয় পৰাজয় ?
দুৰ্য্যো— [প্ৰণাম কৰি মিচিকীয়া হাঁহিৰে]
তোমাৰ সন্তান মই,
নাই মৃত্যুভয় ।

[ ১ম অঙ্ক শেষ ]

# দ্বিতীয় অঙ্ক

১ম দৃশ্য : যুদ্ধ ক্ষেত্ৰৰ একাষ

[ যুধিষ্ঠিৰ আৰু সহদেৱৰ প্ৰবেশ ]

যুধিষ্ঠিৰ—ভাই, আজি আমাৰ যুদ্ধ জয় হৈছে যদিও ইয়াত নিৰ্ভৰ কৰিব নোৱাৰি । কৰ্ণ অসীম প্ৰতাপী দুৰ্জ্জয় বীৰ। আজি ৰণত হাৰি গৈছে বুলিয়েই কৰ্ণৰ শক্তিত সন্দেহ কৰিলে ভুল কৰা হব।

সহদেৱ—যিমানেই পাণ্ডৱ বীৰ হওক, কৌৰৱৰ যিমানেই শক্তি থাকক শেষ ফল আমাৰেই শুভ হ'ব বুলি মোৰ ধাৰণা দাদা।

যুধি— সেই ধাৰণাকে মনত লৈ ময়ো যুদ্ধ আহ্বান কৰিছিলো ভাই। কিন্তু দুখ লাগে, মাজে মাজে অনুতাপ হয়, নিজৰ বংশ নাশ কৰি কি কৰিছো ।

সহ— পাপৰ প্ৰায়শ্চিত্ত, দোষৰ শাস্তি আছেই । তাত বেজাৰৰ কথা কি আছে দাদা ?

যুধি— দুৰ্য্যোধনৰ বাহিৰে কোনেও সিমান দোষ বা পাপ কৰা নাই সহদেৱ, যদি কৰিছেও, ৰজাৰ আজ্ঞাত কৰিছে। ৰজাৰ ধৰ্ম্মকে নিজ ধৰ্ম্ম বুলি প্ৰজা স্বৰূপে কৰিছে ।

সহ— অধৰ্ম্মী ৰজাৰ পাপ কাৰ্য্য কোনো জ্ঞানী আৰু ধাৰ্ম্মিক লোকে অনুমোদন কৰিব নোৱাৰে দাদা ।

যুধি— আংশিক সঁচা ।

সহ— কূট মন্ত্ৰণাকাৰী শকুনি এই বিবাদৰ গুৰি, এই যুদ্ধৰ পুৰুহিত। অভিমানী দুৰ্য্যোধনে তাৰ কথা শুনিয়েই যুদ্ধত জাপ দিছে। যিমান দিনলৈকে শকুনি জীয়াই থাকিব, সিমান দিনলৈকে যুদ্ধ চলি থকাই সম্ভৱ । বাক, মই এতিয়া আহোঁ দাদা।

যুধি— যোৱা ভাই, তুমি ক্লান্ত । [সহদেৱৰ প্ৰস্থান ! স্বগতঃ] হে অনাদি, অনন্ত, অব্যক্ত, নিৰাকাৰ নিৰঞ্জন, তুমিয়েই আদি তুমিয়েই শেষ । অবোধ সন্তানক ক'লৈ টানি নিছা প্ৰভু ?

[ ভীমাৰ্জ্জুনৰ প্ৰবেশ ]

অৰ্জ্জুন— দুৰ্য্যোধনৰ পৰম মিত্ৰ কৰ্ণ মহাবীৰে যুদ্ধক্ষেত্ৰৰপৰা আজি প্ৰাণ লৈ পলাল দাদা।

যুধি — শুনিছোঁ ভাই, অতি আনন্দৰ কথা।

ভীম— এই পলায়নৰ পুৰস্কাৰ স্বৰূপে, দুৰ্য্যোধনে কৰ্ণক অঙ্গদেশ আগতে দান দি থৈছিল। [যুধিষ্ঠিৰ আৰু অৰ্জ্জুনে হাঁহে]

অৰ্জ্জুন— কিন্তু দুৰ্য্যোধনৰ ধৈৰ্য্য প্ৰশংসা নকৰি নোৱাৰি দাদা, এতিয়াও অচল অটল, এতিয়াও বুকু ডাঠ।

যুধি— মানুহ স্বৰূপে, ৰজা স্বৰূপে দুৰ্য্যোধন দোষী হ'লেও ক্ষত্ৰিয় স্বৰূপে কুৰুৰাজ যথাৰ্থ বীৰ।

ভীম— সেই বীৰত্বও যাব; ডাঠ বুকুও কঁপিব।

যুধি— কেনেকৈ ভাই ?

[ ভীমে অতি গহীন হৈ হাতত থকা গদা দেখুৱায় ]

যুধি— বিশ্বাস কৰো।

অৰ্জ্জুন— কুৰুপতিৰো কিন্তু অটল বিশ্বাস কৰ্ণৰ ওপৰত।

যুধি — অযোগ্যত, বিশ্বাস স্থাপন কৰা নাই ফাল্গুনী।

অৰ্জ্জুন— হ'ব পাৰে যোগ্যজন। কিন্তু এইদৰে পলাবলৈ হ'লে, সেই বিশ্বাস কিমান দিন থাকিব।

ভীম— মোৰ ধাৰণা হৈছে, এইবাৰ কৰ্ণই ৰুদ্ৰমূৰ্ত্তি ধাৰণ কৰিব। কোনো ক্ষত্ৰিয় বীৰে পৰাজয়ৰ কলঙ্ক সহ্য কৰি থাকিব নোৱাৰে অৰ্জ্জুন।

যুধি— মোৰো সেয়ে ধাৰণা।

অৰ্জ্জুন— তাৰ বাবে চিন্তা নাই দাদা, যদুপতি আমাৰ সহায়।

[ কৃষ্ণৰ প্ৰবেশ ]

কৃষ্ণ— যদুপতিয়ে কি কৰিব সখা ? তোমাৰপৰা গাণ্ডীৱ আৰু দাদাৰ হাতৰপৰা গদা লৈ যুদ্ধ কৰিব পৰা শক্তি যদুপতিৰ এতিয়াও হোৱা নাই। পাৰোতেনো কুৰুক্ষেত্ৰ যুদ্ধত অস্ত্ৰ নধৰো বুলি শপত খাওঁনে ?

যুধি— যদুপতি, তুমি নিৰস্ত্ৰ হ'লেও তোমাৰ অনন্ত শক্তিৰ এটি কণাই, আমাৰ পঞ্চ ভ্ৰাতা আৰু সেনা-সেনানীক শক্তিশালী কৰি তুলিছে ।

কৃষ্ণ— সিমান শক্তি থকা হ'লে জৰাসন্ধৰ ভয়ত তোমালোকৰ ওচৰ নেচাপিলোহেঁতেন ধৰ্ম্মৰাজ । সেইবোৰ কথা এতিয়া নেলাগে ; ব'লা শিবিৰলৈ যাওঁ, বৰ ভাগৰ লাগিছে ।

যুধি— আহাঁ, মই বিশ্ৰামৰ আয়োজন কৰো । [প্ৰস্থান]

ভীম— ব'লা যদুপতি আমিও শ্ৰান্ত ।

কৃষ্ণ— ভীমাৰ্জ্জুনে যুদ্ধ কৰি শ্ৰান্ত হোৱাৰ আৰম্ভ হৈছে আৰু আজি শ্ৰান্ত, কাইলৈ মূৰ্চ্ছা, পৰহিলৈ—

ভীম— ভীমাৰ্জ্জুনে কৰ্ণৰ লগত যুদ্ধ কৰি মূৰ্চ্ছা নেযায় যদুপতি ।

কৃষ্ণ— যাবলৈ কিমান পৰ ?

ভীম— পলৰীয়া অধিৰথ সূতে বৃকোদৰৰ চেতনা বিলুপ্ত কৰিব নোৱাৰে মাধৱ ।

কৃষ্ণ— কিন্তু সেই অধিৰথ সূত, সিন্ধুপুত্ৰ জয়দ্ৰথতকৈ কোনো গুণে হীন নহয় দাদা ।

ভীম— অৰ্থাৎ ?

কৃষ্ণ— অৰ্থাৎ, হীন জয়দ্ৰথে গদাৰে আঘাত কৰি যদি বৃকোদৰক মূৰ্চ্ছা নিয়াব পাৰে, ৰামদত্ত বিজয় ধনুৰ্দ্ধাৰী কৰ্ণই ধনুৰ্ব্বানেৰে তেওঁক মূৰ্চ্ছিত কৰা একো অসম্ভৱ নহয় ।

ভীম— বিজয় অজয় একো
নেজানো মাধৱ ।
ধনুৰ্ব্বান অগ্নিবান,
নগণো একোকে ।
ভীষণ আঘাত পালে
ভীমৰ গদাৰ,
উৰি যাব ধনুৰ্ব্বান
ঠান্ বান হই

কৃষ্ণ— দাদাৰ অলপ কথাতে খঙ্ উঠে ।

ভীম— খঙ্ নহয় কৃষ্ণ, ই মোৰ সৰল কথা ।

কৃষ্ণ— এতিয়া বুজিলো, বৃকোদৰ মূৰ্চ্ছা যোৱা বিধৰ মানুহ নহয়।
[অৰ্জ্জুনলৈ চাই] সখাত কিন্তু অলপ সন্দেহ আছে।

অৰ্জ্জুন— কাৰণ ?

কৃষ্ণ— কাৰণ প্ৰতিবাদ কৰিব নোৱাৰিলা ।

অৰ্জ্জুন— বাদ-প্ৰতিবাদ মোক নেলাগে মুৰাৰি ।
যুদ্ধ লাগে, জয় লাগে,
প্ৰতিদ্বন্দী লাগে।
ৰামদত্ত, গুৰুদত্ত
থাকক বিজয় সখা,
কৰ্ণৰ হাতত,
মোৰো আছে,
দেৱদত্ত গাণ্ডীৱ মুঠিত ।
অতিকৈ আকুল ই যে,
অতি তৃষ্ণাতুৰ,
ঘনে ঘনে বিচাৰিছে
কৰ্ণৰ ৰুধিৰ ।

ভীম— মোৰো অতি শুষ্ক কণ্ঠ ।
উত্তপ্ত লোহিত,
মোকো লাগে, মোকো লাগে,
বুকুৰ অমৃত।

কৃষ্ণ— [ হাঁহি ] পাবা আহা এতিয়া ।
[ কৃষ্ণ আগে আগে, পাচত ভীমাৰ্জ্জুনৰ প্ৰস্থান ]

—শান্তি—

২য় দৃশ্য : কুৰু শিবিৰৰ এটা কক্ষ

[ কৰ্ণ আৰু দুঃশাসনৰ প্ৰবেশ ]

কৰ্ণ— দুঃশাসন, প্ৰথম চেষ্টা ব্যৰ্থ হৈছে হয় কিন্তু সেই বুলি মই নিৰুৎসাহী নহওঁ।

দুঃশাসন— আমাৰ অজস্ৰ সৈন্য নিধন হ'ল অঙ্গৰাজ।

কৰ্ণ— স্বীকাৰ কৰিছো। কিন্তু ভীষ্ম দ্ৰোণযো সৈন্যনাশত বাধা দিব নোৱাৰিছিল।

দুঃশা— সেইটো হয়, পিচে দাদাৰ আস্থা আপোনাৰ ওপৰত যিমান আছিল আৰু আছে, আন কাৰো ওপৰত সিমান নাছিল। মাত্ৰ সন্মান কৰি পিতামহ আৰু গুৰু দ্ৰোণক আগতে সেনাপতি পাতিলে।

কৰ্ণ— সেই আস্থাৰ প্ৰতি অপব্যৱহাৰ কৰিব খোজা নাই দুঃশাসন।

দুঃশা— জানো মহাৰাজ।

কৰ্ণ— আজি হাৰিছো বুলি চিৰ দিন নেহাৰো, আজি সৈন্যনাশ হ'ল বুলিয়েই চিৰদিন হ'ব নোৱাৰে।

দুঃশা— পাণ্ডৱৰ লগত কৌৰৱ হাৰিবলৈ হ'লে আমাৰ জন্মধাৰণ কৰা মিছা মহাৰাজ। বীৰ বুলি, ক্ষত্ৰিয় বুলি পৰিচয় দিয়াৰ কোনো মূল্য নাথাকে।

কৰ্ণ— পাণ্ডৱৰ জয় এটা স্বপ্ন আৰু কৌৰৱৰ পৰাজয় এটা অলীক কল্পনা।

দুঃশা— যিদিনা কুৰুক্ষেত্ৰত পঞ্চ পাণ্ডৱৰ মৃত দেহৰ ওপৰত শিয়াল-শগুণ বহি মঙ্গহ টনা-আজোৰা কৰিব, সেই দিনা আমাৰ কিমান আনন্দ হ'ব ?

কৰ্ণ— সেই শুভদিনলৈ আৰু বেছি অপেক্ষা কৰিব নেলাগে দুঃশাসন, সেই দিন আহিছে।

দুঃশা— আহিবই লাগিব। দুৰ্যোধন দুঃশাসনৰ গদা, কৰ্ণ মহাৰথীৰ ধনু আৰু শকুনিৰ মন্ত্ৰণা ধেমালিৰ কথা নহয়। সেই দিন

আনিবই লাগিব। বাৰু আপুনি অলপ অপেক্ষা কৰক, মই দাদাক জনাওঁ। [প্ৰস্থান]

কৰ্ণ— [স্বগতঃ] কৃষ্ণ হ'ব পাৰা তুমি নৰৰূপী ভগৱান, সেই বুলি পাৰ্থৰ মৃত্যুত হস্তক্ষেপ কৰিলে নচলিব। পাৰ্থক ৰাখিব নোৱাৰিবা।

[বিষণ্ণ মনেৰে দুৰ্য্যোধনৰ প্ৰবেশ]

আহাঁ সখা।

দুৰ্য্যো— অঙ্গাধিপতি, পাণ্ডৱৰ পৰাজয় বাৰ্ত্তা শুনি সুখী হ'লো।

কৰ্ণ— তিৰস্কাৰ নকৰিবা সখা।

দুৰ্য্যো— তিৰস্কাৰ নাই কৰা মহাৰাজ, তোমাৰ গুণ-কীৰ্ত্তন কৰিছোঁ।

কৰ্ণ— [অলপ খঙেৰে] সখা—

দুৰ্য্যো— [খঙেৰে] কি—

কৰ্ণ— কৰ্ণ এতিয়াও জীয়াই আছে।

দুৰ্য্যো— এটা সামান্য কুৰু-সেনায়ো পলৰীয়া হৈ প্ৰাণ ধাৰণ কৰিবলৈ লাজ পায় মহাৰাজ।

কৰ্ণ— কুৰুপতি, ই আজি কেনে ব্যৱহাৰ?

দুৰ্য্যো— কৌৰৱৰ শ্ৰেষ্ঠ সেনাপতি, বীৰ অগ্ৰগণী, মহাৰথী কৰ্ণৰ যোগ্য ব্যৱহাৰ।

কৰ্ণ— কৌৰৱেশ্বৰ, কৰ্ণক অধৈৰ্য্য নকৰিবা, ক্ষিপ্ত নকৰিবা।

দুৰ্য্যো— ভ্ৰূকুটি দেখুৱাবলৈ মোক নাৰীজ্ঞান কৰিছা মহাৰাজ?

কৰ্ণ— জানো, তুমি মহাৰাজ
প্ৰচণ্ড প্ৰতাপী।
জানো, বীৰ তুমি,
নোহোৱা ৰমণী।
অসীম ঐশ্বৰ্য্যশালী
তুমি কুৰুপতি,
নিঃসহায় নিৰ্ধনী কৰ্ণক,
সত্যকথা,

অযাচিতে কৰিছিলা ৰাজ্য দান,
কৰিছিলা, মণি-মুক্তা দান,
সেই বুলি,
কৰ্ণই নকৰে সহ্য এনে অপমান।

দুৰ্য্যো— তেন্তে দুৰ্য্যোধনে
কোন প্ৰাণে,
সহিব পাৰিব কোৱা
তেনে অপমান?

কৰ্ণ— কি অপমান?

দুৰ্য্যো—পৰাজয়ৰ অপমান, কৌৰৱ সেনাপতিৰ পলায়নৰ অপমান।
পাণ্ডৱৰ শিবিৰত
জনে জনে আজি,
প্ৰচাৰ কৰিছে মোৰ
কলঙ্ক কাহিনী।
বাটে ঘাটে আলোচনা,
বনবাসী পাণ্ডৱৰ
নিপুণ চানেকি চাই
ৰণ পাণ্ডিত্যৰ
ভীত হ'ল কৌৰৱৰ
বিৰাট বাহিনী,
উৰ্দ্ধশ্বাসে প্ৰাণ লই
ত্যজিলে সমৰ।
ভিক্ষাৰীৰ তিৰস্কাৰ,
বিদ্রূপৰ বাণী,
দুৰ্ব্বলীৰ এনে অহঙ্কাৰ,
কোন প্ৰাণে, কোন প্ৰাণে
ভাৰতৰ একচ্ছত্ৰী

অধীশ্বৰ হই
অম্লান বদনে আজি
ল'ম শিৰ পাতি ?

কৰ্ণ—( অলপ বৈ ) মহাৰাজ, মহাৰাজ,
নেলাগে নেলাগে আৰু
অস্পষ্ট নহয়,
প্ৰত্যক্ষে পাইছোঁ দেখা
অন্তৰৰ মনোব্যথা
বেদনাৰ ৰেখা ।
চিন্তা আৰু নাই কুৰুপতি,
নিদাৰুণ ক্ৰুৰ নিয়তিয়ে
গোপনে গোপনে আহি
নিৰ্ম্মম হাতেৰে
ভাগ্য চক্ৰ আজি মোৰ
প্ৰতিকূল দিছিলে ঘূৰাই ।
ইবাৰ সতৰ্ক মই ।—( শল্যৰ প্ৰবেশ )
নোৱাৰে চাপিব কাষ,
নোৱাৰে তৰিব আৰু
ষড়যন্ত্ৰ জাল ।
মহাৰাজ, দিয়া মোক
সুনিপুণ সাৰথি এজন
শেষ কৰোঁ কুৰুক্ষেত্ৰ ৰণ,
উজলাও কৌৰৱৰ
কীৰ্ত্তি অগণন ।

দুৰ্য্যো—মদ্ৰপতি, কোৱা
কৰিবানে সাৰথ্য স্বীকাৰ ?

শল্য— আদেশ যদিহে কৰে

কৌৰৱ ঈশ্বৰে
অৱশ্যেই কৰিব লাগিব ।
দুৰ্যো—আদেশ নহয় ৰজা,
মোৰ অনুৰোধ
শল্য— আনন্দেৰে কৰিলোঁ স্বীকাৰ ।
কৰ্ণ— তেন্তে কুৰুপতি,
সুস্থিৰে বিশ্ৰাম কৰা
আপোন কক্ষত ।
যুদ্ধ চিন্তা কৰি
মস্তিস্ক উত্তপ্ত কৰি,
নেলাগে যাপিব আৰু
বিনিদ্ৰ ৰজনী । [ প্ৰস্থান ]
দুৰ্যো—প্ৰবল বেগেৰে আজি
ধুমুহা বলিল
বাধিবৰ শক্তি আৰু নাই পাণ্ডৱৰ ।
[ দুৰ্যোধন আৰু তেওঁৰ পাচে পাচে শল্যৰ প্ৰস্থান ]
[ বিপৰীত ফালৰপৰা শকুনিৰ প্ৰবেশ ]

শকুনি—বাধা দিবৰ শক্তি আছে বুলি জানিলে কি কৰিবা দুৰ্যোধন, কি কৰিবা ? চকুৰ আগতে দেখিছা, ভীষ্ম গৈছে, দ্ৰোণ গৈছে, কৰ্ণ পলাইছে, আকৌ কৈছা কৈছা “বাধা দিবৰ শক্তি নাই, বাধা দিবৰ শক্তি নাই ।” অন্ধ, উন্মাদ, এতিয়াও বিশ্বাস আছে পাণ্ডৱক ধ্বংস কৰিম, এতিয়াও বিশ্বাস আছে কুৰুক্ষেত্ৰত বিজয় পতাকা উৰাম ! প্ৰলাপ ! প্ৰলাপ !! প্ৰলাপ !!! তেজৰ পিৰপিৰণি থাকে মানে দুৰ্যোধন, এই প্ৰলাপ থাকিব । কিন্তু যিদিনা তেজ চেঁচা পৰিব, গোট মাৰিব, টনটনীয়া শিৰ কোঁচ খাই বিট-শগুণৰ ঠোঁটৰ আগত ওলমি পৰিব, সেই দিনা এই প্ৰলাপ, এই উন্মাদনা ক'ত থাকিব !! [ প্ৰস্থান ]

—পট—

৩য় দৃশ্য : ৰণক্ষেত্ৰ

[ হাতত গদা লৈ মূৰ্ত্তি ধৰি ভীমৰ প্ৰবেশ ]

ভীম— [ নেপথ্যালৈ চাই ] পাণ্ডৱ সৈন্য, কৰ্ণৰ ভয়ত পলাইছ ? কাপুৰুষ, ভীৰু, চা ঘূৰি, যমদণ্ড হাতত লৈ মূৰ্ত্তিমান ৰুদ্ৰৰূপী মই বৃকোদৰ ! একো ভয় নাই, নপলাবি, নপলাবি, হীন সূত-পুত্ৰই পাণ্ডৱক পৰাস্ত কৰিব নোৱাৰে ।

[ কৰ্ণৰ প্ৰবেশ ]

কৰ্ণ— তেন্তে মহাৰাজ পাণ্ডুৰ পুত্ৰ, বিৰাট ৰজাৰ বান্ধনিয়ে কৌৰৱক পৰাস্ত নকৰে কিয় !

ভীম— কৌৰৱৰ পদসেৱী,
পাপিষ্ঠ অধম,
চা, চা, তোৰ সম্মুখত আজি
কালান্তক যম ।

কৰ্ণ— [ মিচিকীয়া হাঁহি মাৰি ভীমৰ ভৰিৰপৰা মূৰলৈকে চাই বিদ্ৰূপ কৰি ]
মৃত্যুপতি, ইচ্ছা হ'লে
নিৰ্ব্বিঘ্নে পলাব পাৰা
দিছে অনুমতি

ভীম— ভীমৰ শুনিলে নাম,
থৰে থৰে কঁপে যদি প্ৰাণ,
কিয় হলি কৌৰৱৰ সেনাপতি ভীৰু ?
দুৰ্ব্বল হাতত ধৰি
কিয় কাপুৰুষ,
পৰশুৰামৰ ধনু অশুচি কৰিলি ?

কৰ্ণ— [ ভীমৰ কথালৈ আওকাণ কৰি, নেপথ্যলৈ চাই ]
যদুপতি,
ঘূৰুৱা ঘূৰুৱা ৰথ

চলালা কলই ?
অপেক্ষা কৰিছোঁ চোৱা
মৃত্যুবান লই ।
কি ? কি ? মুঘূৰালা ? [ বিপৰীত ফালে নেপথ্যলৈ চাই ]
শল্য, শল্য, আনা ৰথ,
আপুনি আগুৰি ধৰি,
সউ কপিধ্বজ
দেখুৱাও অর্জ্জুনক মৰণৰ পথ । [ প্রস্থানোদ্যত ]

ভীম— [কর্ণক আগ ভেটি] ক'লৈ পলাবি অধম ? ভীমৰ চকুত ধূলি দি সাৰিব পাৰিম বুলি ভাবিছ ?

কর্ণ— বীৰবৰ,
নেজানা ৰহস্য একো নোৱাৰা বুজিব ।
হাতৰ মুঠিত পাই
পাৰোজেনো এৰি দিওঁ স্বেচ্ছায় তোমাক ?
যোৱা যোৱা,
জননীৰ আলাসৰ লাৰু,
আঁচলৰে মুখ মচি শিতলোৱা প্রাণ । [প্রস্থান]

ভীম— সুচতুৰ ৰাধাৰ নন্দন,
নেৰিছো কদাপি তোক, নাই পৰিত্রাণ [প্রস্থান]

[বিপৰীত ফালৰপৰা দুঃশাসনৰ প্রবেশ]

দুঃশা— আনন্দৰ উৎস আজি
উথলি উঠিছে !
দুর্দ্দান্ত শার্দ্দুল দেখা
হৰিণীৰ দৰে,
আতুৰত শত্রুসেনা সঘনে কঁপিছে ।
সোৱা, সোৱা
কর্ণ যুধিষ্ঠিৰে কৰে ভীষণ সংগ্রাম ।

হুহকিছে যুধিষ্ঠিৰ।
অঙ্গৰাজ, হত্যা কৰা, হত্যা কৰা,
দয়া নাই, ক্ষমা নাই, ধৰ্ম্মৰাজ বুলি । [প্ৰস্থান]

[ বিপৰীত ফালৰপৰা শকুনিৰ প্ৰবেশ ]

শকুনি—সত্য কথা দুঃশাসন, দয়া নাই, ক্ষমা নাই। কোনেও কাকো ক্ষমা কৰিব নোৱাৰে, নোৱাৰে । স্বৰ্গৰ দেৱতাকিন্নৰ, মৰ্ত্ত্যৰ মানৱ, শুনা, দুঃশাসনে কৈছে, হত্যা কৰা হত্যা কৰা! ধৰ্ম্মৰাজ বুলি দয়া নাই, ক্ষমা নাই । আৰু ময়ো কওঁ ভাগিন বুলি কুৰুৰাজ বুলি ক্ষমা নাই, ক্ষমা নাই । [প্ৰস্থান]

[বিপৰীত ফালৰপৰা ডিঙিত ধনু লগাই কৰ্ণই যুধিষ্ঠিৰক টানি আনে]

কৰ্ণ— ধৰ্ম্মৰাজ,
ক'ত তোমাৰ আজি
গদাধাৰী ভাই বৃকোদৰ ।
খাণ্ডৱ দহন কৰা ক'ত ধনঞ্জয় ?
নিঃসহায় অৱস্থাত,
তোমাক অকলে এৰি
কলই পলাল আজি মাদ্ৰীৰ তনয় ।
ত্ৰাণকৰ্ত্তা বুলি যাৰ পশিলা শৰণ,
ক'ত সেই কূট কৃষ্ণ দৈৱকী নন্দন ?

[ ধনুত ধৰি জোকাৰে ]

যুধি— হেৰ, হেৰ, ৰাধাৰ নন্দন,
এৰি দে, এৰি দে মোক,
যুঁজি পুনুৰবাৰ,
মৃত্যুদণ্ড আজি তোক দিওঁ উপহাৰ ।

কৰ্ণ— [এৰি দি] তুমি মোৰ মৃত্যু দাতা !
হাঃ হাঃ হাঃ
ধৰ্ম্মৰাজ,

বুদ্ধিহীন, মতিচ্ছন্ন নহয় বিধাতা ।
যোৱা মহাৰাজ
আনন্দেৰে দিছোঁ মুক্তিদান ।
ইচ্ছা কৰা হ'লে,
কৌৰৱৰ ৰাজ প্ৰাসাদত
বন্দী কৰি লৌহ পিঞ্জৰাত,
পাৰিলোহেঁতেন ৰজা, ৰাখিব তোমাক
কিন্তু, নেৰাখো, কাৰণ,
কৰ্ণই নকৰে ভঙ্গ
কোনো প্ৰতিজ্ঞাৰ ।
ৰহস্য, ৰহস্য তাৰ
জীৱনৰ সাৰ ।
[ যাব খুজি ঘূৰি আহি কয় ]

কৰ্ণ— শুনা
তুমি মোৰ প্ৰতিদ্বন্দী নাছিলা ৰাজন,
পাৰ্থক উদ্দেশি মোৰ
চলিছিলে ৰথ,
সম্মুখত তুমি আহি
আগুৰিলা পথ
—তোমাৰ বাবেই আজি
হেৰাল চিকাৰ,
নহলে নোপোৱা তুমি এনে তিৰস্কাৰ । [প্ৰস্থান]

[ বিপৰীত ফালে তললৈ মূৰ কৰি যুধিষ্ঠিৰৰ প্ৰস্থান ]

—পট—

**৪ৰ্থ দৃশ্য : পাণ্ডৱ শিবিৰ**

[ দ্ৰৌপদীয়ে গীত গাই থাকে গীত শেষ নৌ হওঁতেই অৰ্জ্জুনৰ প্ৰৱেশ ; দ্ৰৌপদীয়ে গীত শেষ নকৰি বাকীছোৱা অৰ্জ্জুনৰ মুখলৈ চাই গাই শেষ কৰে ]

( গীত )

হিয়াখনি আজি মোৰ
কিয় কঁপে কিয় কঁপে
ব্যথা ভৰা বাজে সুৰ ?
শুনো কিয় দূৰণিৰ
অৰুনিমা নলিনীৰ
করুণ বিননি ধ্বনি
বিৰহে বিষাদে পূৰ ?
ৰেৱতীৰ পাতে পাতে
শৰতৰ হিমে ছাটে
নগুলি মুকুতা তাতে
সৰে কিয় চকুলোৰ ?

অৰ্জ্জুন— আজি আৰু সঙ্গীতে সান্ত্বনা দিব নোৱাৰে যাজ্ঞসেনী।

দ্ৰৌপদী —কিয় নাথ ?

অৰ্জ্জুন— যুদ্ধত আমাৰ পৰাজয়, সৈন্য ছত্ৰভঙ্গ ।

দ্ৰৌপদী—পৰাজয় হৈছে ? কেনেকৈ পৰাজয় হ'ল ?

অৰ্জ্জুন—মই অশ্বত্থামাৰ লগত লাগি থাকোতেই কৰ্ণই দুৰ্জ্জয়বিক্ৰমে আমাৰ বেহুভেদ কৰি সকলোকে পৰাস্ত কৰিলে, দাদা, নকুল, সহদেৱ সকলো পলাল । ধৰ্ম্মৰাজে প্ৰাণপণে চেষ্টা কৰিছিল, কিন্তু তেওঁৰ চেষ্টাও ব্যৰ্থ হ'ল ।

দ্ৰৌপদী—সেই বাবে চিন্তা নকৰিব প্ৰিয়তম । আপোনাসকল ভালে থাকিলে কৌৰৱে একো কৰিব নোৱাৰে ।

অৰ্জ্জুনে—হব পাৰে । কিন্তু আজি ধৰ্ম্মৰাজৰ আগত কেনেকৈ মুখ দেখুৱাম ? কিহেৰে দাদাক প্ৰবোধ দিম ? উস্ মই যদি গুৰুপুত্ৰৰ লগত ব্যস্ত নেথাকি কৰ্ণক প্ৰতিৰোধ কৰিলোহেঁতেন।

দ্ৰৌপদী—অনুতাপ কৰিলে কি হ'ব নাথ ? হোৱা কথা হৈ গ'ল।

অৰ্জ্জুন— আক্ষেপ কৰি লাভ নাই কৃষ্ণা, কিন্তু আজিৰ জয়েই অভিমানী দুৰ্য্যোধনৰ তেজ দুগুণে বঢ়াব। প্ৰতিদিন পৰাস্ত হৈ ভগ্নোৎসাহী হোৱা কুৰু-সেনাক যথেষ্ট উৎসাহ দিব।

দ্ৰৌপদী—এদিনৰ পৰাজযে আমাৰ সেনাকো হতাশ কৰিব নোৱাৰে নাথ। যদি ধৰ্ম্ম আছে, যদি পাপ-পুণ্যৰ বিচাৰ আছে, পৰোস্বপহাৰী দুৰ্য্যোধনৰ শেষফল শোচনীয হ'বই হ'ব।

অৰ্জ্জুন— কৃষ্ণা, তোমাৰ বাক্যই যেন সত্য হয়।

দ্ৰৌপদী—[নেপথ্যলৈ চায] সৌৱা, মহাৰাজ আহিছে।

অৰ্জ্জুন— আহিছে? যোৱা তুমি শুশ্ৰূষাৰ আয়োজন কৰা।

[দ্ৰৌপদীৰ প্ৰস্থান। বিপৰীত ফালৰপৰা যুধিষ্ঠিৰৰ প্ৰবেশ]

যুধিষ্ঠিৰ- কৰ্ণক বধ কৰিলা অৰ্জ্জুন।

অৰ্জ্জুন - মই সংশপ্তক আৰু অশ্বত্থামাৰ লগত যুদ্ধ শেষ কৰি অলপ আগতে শিবিৰ পাইছোহি। ইয়াত আহি মাত্ৰ জানিব পাৰিছো যে আমাৰ পৰাজয় হৈছে।

যুধি - তেন্তে কৰ্ণ এতিযাও জীয়াই আছে? [অৰ্জ্জুন নিমাত] নিমাত কিয়?

অৰ্জ্জুন— (কঁপা মাতেৰে) দাদা, মহাৰাজ—

যুধি— অপদাৰ্থ, এই বীৰত্বৰে কৰ্ণ বধ প্ৰতিজ্ঞা কৰিছিলি? এই বীৰত্বৰে তৰ্জ্জন-গৰ্জ্জন কৰি দুৰ্যোধনৰ ওপৰত প্ৰতিশোধ ল'ম বুলি কৈছিলি?

অৰ্জ্জুন— [হাত যোৰ কৰি]
ক্ষান্ত হোৱা দাদা,
পিতৃ সম, তুমি পূজ্য মোৰ।
জানিলোহেঁতেন যদি আগেয়ে এবাৰো
ৰাধাৰ তনয়ে আজি
পৰাস্ত কৰিব বুলি চাৰি ভ্ৰাতা মোৰ
কৰ্ণক স্বেচ্ছায় এৰি ৰণ প্ৰাঙ্গণত
নেথাকো আবদ্ধ দাদা
দ্ৰোণীৰ লগত।

যুধি— আস্ফালন নুশুনো অৰ্জ্জুন !
নেযাওঁ প্ৰত্যয় আৰু
ভীৰুৰ কথাত !
হীন, নীচ কুলোদ্ভৱ
ৰাধাৰ নন্দনে
সমৰ ক্ষেত্ৰত মোক কৰে অপমান,
আৰু তই, কাপুৰুষ,
যুদ্ধ পৰিহৰি
সখীৰ লগত তোৰ
উল্লাহত মত্ত হ'লি
প্ৰত্যূষতে গই ।
অৰ্জ্জুন—দাদা, দাদা
ধৰো চৰণত
নোদোষিবা অধমক আৰু [ভৰিত ধৰিব খোজে]
যুধি— আঁতৰ আগৰপৰা
গুচ কুলাঙ্গাৰ ।
এই শকতিৰে গাণ্ডীৱ ধৰিছ !
এই মুখেৰেই তই
নিতে নিতে গাণ্ডীৱৰ কীৰিতি বখান !
নেলাগে, নেলাগে ভীৰু
দে, দে, দলিয়াই,
অকামিলা গাণ্ডীৱৰ প্ৰয়োজন নাই ।
অৰ্জ্জুন—[খঙত উন্মত্ত হই]
কি—কি !
গাণ্ডীৱক তুচ্ছ জ্ঞান কৰিলা অবোধ,
—লোৱা তাৰ পুৰস্কাৰ

নিৰ্ম্মম, নিষ্ঠুৰ ।

[তৰোৱাল উলিয়াই যুধিষ্ঠিৰক কাটিব খোজে ; কৃষ্ণই প্ৰবেশ কৰি দুয়োৰো মাজত থিয় দি হাত দাঙি অৰ্জ্জুনক বাধা দি কয়]

কৃষ্ণ— মূৰ্খ, মাটিৰ মানুহ পৰে মাটিতেই ওৰ ।
নিয়তি গৰাকী মাথো জনম মৃত্যুৰ ॥

অৰ্জ্জুন— যদুপতি, যদুপতি,
গাণ্ডীৱক যেই জনে
কৰে তিৰস্কাৰ,
ভ্ৰাতৃ হওক, গুৰু হওক
বিনাশিব ফাল্গুনীয়ে
এয়ে অঙ্গীকাৰ ।

[কৃষ্ণই অৰ্জ্জুনৰ হাতৰপৰা তৰোৱাল কাঢ়ি আনে, যুধিষ্ঠিৰে 'অৰ্জ্জুন' বুলি কিবা ক'ব খোজোতেই কৃষ্ণই একো নেমাতিবলৈ ইঙ্গিত দিয়ে ]

কৃষ্ণ— ধৰ্ম্মৰাজ জ্যেষ্ঠ যাৰ,
পিতৃ তুল্য যাৰ,
সেই মহাগুৰু নাশি
নেলাগে পালিব পাৰ্থ,
সত্য অঙ্গীকাৰ ।

অৰ্জ্জুন— ( খঙেৰে ) ব্যৰ্থ হ'ব জেনে মোৰ
সত্য অঙ্গীকাৰ ?

কৃষ্ণ— নহয় কদাপি ব্যৰ্থ
আছে অন্যোপায় ।
[ অৰ্জ্জুনলৈ আঙুলি টোৱাই ]
বিস্মিত নহবা পাৰ্থ,
নোৱাৰা যদিহে ল'ব নিন্দুকৰ প্ৰাণ,
আছিল প্ৰতিজ্ঞা তব,
নিজ প্ৰাণদান ।

অৰ্জ্জুন— সত্য, সত্য, যদুপতি,
আছিলো বিস্মৃত ।
[ যুধিষ্ঠিৰক আঁঠুকাঢ়ি ]
দাদা, দাদা
মহাত্মন,
জীৱন নিৰ্ম্মালি মোৰ
নবঢ়াই আগ
ভাঙ্গিব খুজিলো আগে
দেৱ পূজা ভাগ,
ক্ষমা কৰা, ক্ষমা কৰা দাদা ।
[ উঠি ] চিন্তা নাই যদুপতি,
আপুনি বিদাৰি আজি
বক্ষ আপোনাৰ
আপোন শোণিত ঢালি,
তৰ্পণ কৰিম তাৰে—
সত্য অঙ্গীকাৰ ।
[ ধনু-শৰ উলিয়াই আত্মহত্যা কৰিব খোজে ]

কৃষ্ণ— [ বাধা দি ] সত্যাশ্ৰয়ী, বীৰত্বৰ পৰাকাষ্ঠা দেখুৱাব নালাগে । আত্মহত্যা কৰি জগতত কীৰ্ত্তি ৰাখিব নেলাগে, ত্ৰিভুবন বিজয়ী ফাল্গুনীৰ শোণিতেৰে পাণ্ডৱ শিবিৰ ৰঞ্জিত কৰিব নালাগে । যদি সত্যৰক্ষা কৰিব খুজিছা, আত্মশ্লাঘা কৰা । আত্মশ্লাঘা কৰিলেই আত্মদান কৰা হ'ব ।

অৰ্জ্জুন— [ ক্ষন্তেক ভাবি ] সেয়ে হওক যদুপতি, তোমাৰ ইচ্ছাই পূৰ্ণ হওক ।
শুনা ধৰ্ম্মৰাজ,
দেৱাসুৰ জয়ী এই পাৰ্থ মহাবীৰ ।
এই সুদৃঢ় বাহুৰে

কৰিছিলো ধূলিস্যাৎ
লক্ষ লক্ষ ৰাজেন্দ্ৰ মণ্ডলী,
সয়ম্বৰ দিনা সেই দ্ৰোপদ বালাৰ ।
মল্ল যুদ্ধ কৰি
সৃষ্টিৰ সংহাৰকাৰী
ত্ৰিশূলীৰ সতে
শুনা শুনা মহাৰাজ,
পাশুপাত অস্ত্ৰলাভ কৰিছিলো ময়ে ।
আজি,
আজি তব সম্মুখত
কৰিলোঁ প্ৰতিজ্ঞা
—সাক্ষী তুমি, যদুকুল মণি,
এই গাণ্ডীৱেৰে মোৰ,
কুৰুক্ষেত্ৰ সমৰ স্থলিত,
বিনাশি ৰাধাৰ পুত্ৰ
দ্বৈৰথ যুদ্ধত
কৰ্ণ শূন্য কৰিম মেদিনী ।

—পট—

৫ম দৃশ্য : যুদ্ধক্ষেত্ৰ

[ শকুনি আৰু দুঃশাসনৰ প্ৰৱেশ ]

শকুনি— দুঃশাসন, আজি তোমাৰ পৰীক্ষাৰ দিন । কৌৰৱেশ্বৰ দুৰ্য্যোধনৰ শ্ৰেষ্ঠ ভ্ৰাতা তুমি, বৃকোদৰৰ যোগ্য প্ৰতিদ্বন্দী । এই গদাৰ আঘাতত ৰাক্ষস ভীমৰ শিৰ চূৰ্ণ কৰি তাৰ আসুৰিক লীলা-খেলাৰ আজিয়েই শেষ কৰিব লাগিব ।

দুঃশাসন—সন্দেহ কৰিছা মামা ? দুঃশাসনৰ প্ৰতাপ তুমি দেখা নাই ?

স্বৰ্গৰ দেৱৰাজ যাৰ ভয়ত কম্পমান, পাতালৰ বাসুকী যাৰ ভয়ত মূৰ্চ্ছিত, সেই দুঃশাসনৰ আগত ভীম কোন ?

[ ভীমৰ প্ৰবেশ ]

ভীম— ভীম ? ভীম তোৰ যম ! পাপিষ্ঠ নৰাধম, কুলৰ কণ্টক, ইষ্ট দেৱতাক স্মৰণ কৰ। [ শকুনিক ] আৰু তই, চক্ৰান্তকাৰী ৰাজ-দ্ৰোহী গান্ধাৰ পুত্ৰ। তয়েই—

শকুনি— [ ভয় কৰা যেন দেখুৱাই ] মই নহওঁ বৃকোদৰ, মই নহওঁ। মই ৰজস্বলা দ্ৰৌপদীৰ চুলিত ধৰা নাই, একবস্ত্ৰা সতীক ৰাজ-সভাত বিবস্ত্ৰ কৰিব খোজা নাই, মোৰ বক্ষ-ৰক্ত পান কৰিম বুলি তুমি প্ৰতিজ্ঞাও কৰা নাই। তোমাৰ প্ৰতিজ্ঞাৰ লক্ষ্য ৰাজভ্ৰাতা এই দুঃশাসন। দুঃশাসন, কি চাই আছা ? দেৱৰাজ তোমাৰ ভয়ত কম্পিত, বাসুকী মূৰ্চ্ছিত, ভীমৰ গৰ্ব্বচূৰ্ণ কৰা, পাণ্ডুৰ শক্তি লোপ কৰা। [ প্ৰস্থান ]

ভীম— [ গৰ্জ্জি ] দুঃশাসন, ক্ষত্ৰ কুলাধম হেৰ
পাপিষ্ঠ পামৰ,
পাৰ যদি ৰক্ষা কৰ
শোণিত বক্ষৰ ! [ অগ্ৰসৰ হয় ]

দুঃশা— চূৰ্ণ কৰো মৱো তোৰ
নিষ্ফল দম্ভৰ।
[ যুদ্ধ কৰি দুইৰো প্ৰস্থান ; বিপৰীত ফালৰপৰা শকুনিৰ প্ৰৱেশ ]

শকুনি— ক'ত ভীম ? ক'ত দুঃশাসন !
সোৱা, সোৱা,—
গদাই গদাই হ'ল মহা সংঘৰ্ষণ
[ ওপৰলৈ চাই ] পিতা, পিতা,
ক্ষন্তেক অপেক্ষা কৰা
নাই বেছিক্ষণ,

শত্রু শোণিতেৰে অৰ্ঘ্য কৰিম তৰ্পণ। [প্ৰস্থান]

[যুদ্ধ কৰি ভীম আৰু দুঃশাসনৰ প্ৰবেশ; গদাৰ প্ৰহাৰত দুঃশাসন বাগৰি পৰে; ভীমে বুকুৰ ওপৰত বহি]

ভীম— দুৰ্বৃত্ত পাষণ্ড,
তয়েই, তয়েই,
এই হাতেৰেই—[হাতত ভুকুৱায়]
কেশ স্পৰ্শ কৰিছিলি
সাধ্বী পাঞ্চালীৰ!
আজি, আজি,
কোনে ৰক্ষা কৰে তোক?

দুৰ্য্যোধনক মাত, কৰ্ণক মাত, শকুনিক মাত—চাওঁ, ভীমৰ হাতৰপৰা কোনে ৰক্ষা কৰে!—

ভীম, নোহে ভীম
ভীম, আজি ৰক্তপায়ী
দুৰ্দ্দান্ত ৰাক্ষস! [ৰক্তপান কৰে]
[উঠি] হাঃ হাঃ হাঃ
তৃপ্ত হ'ল, তৃপ্ত হ'ল তৃষ্ণাতুৰ প্ৰাণ!
ভীমৰ হাতত আজি
দুঃশাসন শেষ!
পাঞ্চালী, পাঞ্চালী,
যুক্ত হ'ল অতদিনে তব মুক্ত কেশ। [বেগেৰে প্ৰস্থান]

—পট—

৬ষ্ঠ দৃশ্য: পাণ্ডৱ শিবিৰৰ এটা কক্ষ

[উদ্‌ভ্ৰান্ত হৈ হাতে-মুখে তেজেৰে ভীমৰ প্ৰবেশ]

ভীম— কৃষ্ণা! কৃষ্ণা! [দ্ৰৌপদীৰ প্ৰবেশ]

দ্ৰৌপদী—ইকি ! ইকি ! গোটেই গাত তেজ ! আপুনি আহত হৈছে !
ভীম— আহত হোৱা নাই, নিহত হৈছে ! নিহত হৈছে !
দ্ৰৌপদী—আপুনি কি কৈছে ? গোটেই গাত তেজ, অথচ-অথচ—
ভীম— ভয় নকৰিবা প্ৰিয়ে, উন্মাদ হোৱা নাই। নৰৰক্ত পান কৰি আহিছোঁ আৰু এয়া ৰক্ত তোমালৈ লৈ আহিছোঁ।
দ্ৰৌপদী—নৰৰক্ত পান কৰিছে। কাৰ ৰক্ত ?
ভীম— ভ্ৰাতৃৰ, স্নেহৰ ভ্ৰাতৃৰ।
দ্ৰৌপদী—ভ্ৰাতৃৰ ! ভ্ৰাতৃৰ ॥ [ ভয়ত পিচ হুহঁকি ] ভগৱান, ভগৱান, এইবোৰ কি শুনাইছা, কি দেখুৱাইছা।
ভীম— মাতা মাতা, উচ্চকণ্ঠে ভগৱানক মাতা। আকুল প্ৰাণে, শুদ্ধচিত্তে কোৱা, ভগৱান তুমি আছা, তুমি আছা।
[ ভীম দ্ৰৌপদীৰ ফালে এখোজ আগ বাঢ়ে ]
দ্ৰৌপদী—কি তুমি মোকো হত্যা কৰিবা ? কৰা, কৰা প্ৰভু চিৰ অভাগিনী মই, মোকো হত্যা কৰা।
ভীম— কৰিম কৃষ্ণা তোমাকো হত্যা কৰিম। আগা আজি মুক্তকেশী পাঞ্চালীক হত্যা কৰি, বিষণ্ণবদনা দ্ৰোপদ নন্দিনীক হত্যা কৰি লাঞ্ছিতা, অপমানিতা যাজ্ঞসেনীক হত্যা কৰি, তাৰ পৰিৱৰ্ত্তে [ কৃষ্ণাক ধৰি ] পাণ্ডৱৰ জয়লক্ষ্মীক, ভাবী ভাৰতৰ অধিশ্বৰীক হাস্য মুখাৰিতা, চিৰ প্ৰফুল্লিতা কৰো, যাজ্ঞসেনীক প্ৰতিজ্ঞা মুক্ত কৰি, কৃষ্ণাৰ উন্মুক্ত কৃষ্ণ কেশ আজিৰপৰা বেণীবদ্ধ কৰোঁ।
[ তেজ চুলিত সানি হাতত ধৰি লৈ যায় ]

—পট—

৭ম দৃশ্য : যুদ্ধক্ষেত্ৰ

[ ৰথৰ পৰা নামি এটা চকাত ধৰি কৰ্ণ, সম্মুখৰ ৰথত কৃষ্ণাৰ্জ্জুন ]
কৰ্ণ— পাৰ্থ, পাৰ্থ, বীৰ চূড়ামণি,
ৰোৱা,

গ্ৰাসে মোৰ ৰথচক্ৰ ৰাক্ষসী ধৰাই।
ক্ষন্তেক অপেক্ষা কৰা,
বিদাৰি ধৰাৰ বক্ষ
মুক্ত কৰো ৰথ। [ চকাত, ধৰি আজোৰে ]

অৰ্জ্জুন— বীৰবৰ,
মুক্ত কৰা অবিলম্বে,
অপেক্ষা কৰিলোঁ।

কৃষ্ণ— সাৱধান ধনঞ্জয়,
কোনো ক্ষমা নাই।

কৰ্ণ— যদুপতি, যদুপতি,
তুমিয়েনে দয়াময়, অগতিৰ গতি ?
তুমিয়েনে নাৰায়ণ, পতিত পাৱন ?
পাৰ্থ, পাৰ্থ,
ক্ষত্ৰকুলমণি তুমি,
সাৰথিৰ কথা শুনি,
বংশত কলঙ্ক সানি
বীৰধৰ্ম্ম বিসৰ্জ্জন নিদিবা ফাল্গুনী।

কৃষ্ণ — কোন ধৰ্ম্মমতে,
কৌৰৱৰ নৰক সভাত
পাঞ্চালীক লাঞ্ছনা কৰোতে,
সমৰ্থন কৰিছিলা কোৱাহে ধাৰ্ম্মিক ?
কৌৰৱৰ পাপ প্ৰাসাদত
অন্যায় পাশাৰে ছলি
পঞ্চ পাণ্ডৱক, বনবাস দিয়াৰ কালত,
কোন ধৰ্ম্মমতে,
মত দিলা অধৰ্ম্মীৰ নিষ্ঠুৰ মতত ?
কোন ধৰ্ম্ম মতে,

কোন ধৰ্ম্ম মতে কৰ্ণ,
দুঃশাসনে কেশ স্পৰ্শ কৰোতে সতীৰ,
কাঠৰ পুতলা হই প্ৰকাশ্য সভাত
নিমাতে নিতালে বহি আছিলা ধাৰ্ম্মিক ?
কৰ্ণ—কৃষ্ণ, কৃষ্ণ,
দুৰ্য্যোধন ভাৰতৰ একচ্ছত্ৰী ৰজা,
অনুগত প্ৰজা মাথো মই ।
ৰজাৰ ধৰ্ম্মই ধৰ্ম্ম
পালিত প্ৰজাৰ ।
কিন্তু যদুপতি
তুমি কাৰো নোহোৱা অধীন ।
তুমিতো নোহোৱা কৃষ্ণ, পাণ্ডৱৰ দাস ।
তথাপিও,
ষড়যন্ত্ৰ কৰি কৰি,
উত্তেজিত কৰি,
স্বৰ্ণময় ভাৰত ভূমিত
অগণি জ্বলালা কিয়,
ভায়ে ভায়ে কন্দল লগাই ?
কৃষ্ণ—যুক্তি তৰ্ক বিচাৰৰ
নাই প্ৰয়োজন ।
অৰ্জ্জুন, অৰ্জ্জুন,
এই পাষণ্ডই,
দুগ্ধ পোষ্য, সুকুমাৰ,
সুভদ্ৰাৰ আলাসৰ লাৰু
প্ৰাণাধিক অভিমন্যুক তোমাৰ,
অন্যায় সমৰ কৰি
পশুৰূপ ধৰি

নৃশংস নিৰ্ম্মমভাৱে হত্যা কৰিছিলে
ফাল্গুনী, ফাল্গুনী,
এয়ে আজি সুবৰ্ণ সুযোগ,
লোৱা, লোৱা তাৰ প্ৰতিশোধ ।

অৰ্জ্জুন— সত্য, সত্য, অতি সত্য ।
হেৰ' হেৰ' পাষণ্ড অধম,
ভাল ধৰ্ম্মলই আজি পৰিল মনত ।
পশুবৎ বধ কৰি নিৰ্ম্মম হাতেৰে,
পশু তই, শেষ কৰোঁ আজি তোৰ
পশু অভিনয় ।
[বাণ ত্যাগ কৰিব খোজে]

কৰ্ণ— [নেপথ্যলৈ চাই]
শল্য, শল্য,
ৰথ আনো বুলি মূৰ্খ, কলই পলালি ।
[অৰ্জ্জুনক] ক্ষত্ৰ কুল গ্লানি হেৰ'
পাপিষ্ঠ দুৰ্ম্মতি,
অতি ভাগ্যৱান তই,
ব্ৰহ্ম শাপে, ঋষি শাপে
নকৰাহেঁতেন মোক আজি জৰ্জ্জৰিত,
নিদাৰুণ নিয়তিয়ে
নকৰাহেঁতেন গ্ৰাস ৰথচক্ৰ মোৰ,
—থাকক সাৰথি তোৰ নৰ-নাৰায়ণ,
এই বিজয়েৰে আজি
শিৰশ্ছেদ কৰি
ক্ষত্ৰিয় পূজাৰী হই
মাধৱক পূজিলোহেঁতেন,
তোৰ সেই ছিন্নমুণ্ড উপহাৰ দি !

অৰ্জ্জুন—তাৰ আগতে আজি
অধম পামৰ,
তোৰ শোণিতৰে হোক পূজা মাধৱৰ
[বাণ এৰে, কৰ্ণ বাগৰি পৰে]

কৰ্ণ— সিন্ধুৰা, সিন্ধুৰা ।
পাৰ্থৰ ৰথৰ পৰা
চোৱা কুৰুক্ষেত্ৰ ৰণ অধৰ্ম্মেৰে ভৰা ।
[কৃষ্ণ ৰথৰ পৰা নামি আহে]

কৃষ্ণ— নহয় অধৰ্ম্ম বীৰ,
কুৰুক্ষেত্ৰ ধৰ্ম্মক্ষেত্ৰ,
ই যে পুণ্যতীৰ ।
যোৱা কৰ্ণ, মহা ধনুৰ্দ্ধৰ,
স্বৰ্গত পাবা স্থান,
উচ্চ মনোহৰ ।

কৰ্ণ— দযাময,
শেষ হ'ল আজি মোৰ
জন্ম অভিনয ।
জন্ম জন্মান্তৰে যেন
পদ-কমলত,
স্থান দিয়া
এয়ে ভিক্ষা অন্তিম কালত । [মৃত্যু]

২য় অঙ্ক শেষ

# তৃতীয় অঙ্ক

১ম দৃশ্য ঃ ধৃতৰাষ্ট্ৰৰ প্ৰাসাদ কক্ষ

[ ধৃতৰাষ্ট্ৰ আৰু দুৰ্য্যোধন ]

ধৃতৰাষ্ট্ৰ— কৰ্ণ গ'ল, দুঃশাসন গ'ল, কৌৰৱ সৈন্য ধ্বংস হ'ল ! আৰু—

দুৰ্য্যোধন—পিতা, তাৰ বাবে—

ধৃত— কথা নকবি । মোক ভাবিবলৈ দে, সকলো গৈছে কিন্তু এতিয়াও শকুনি আছে । [অলপ ৰৈ] দুৰ্য্যোধন ।

দুৰ্য্যোধন—পিতা—

ধৃত— ব্ৰহ্মতালুত কালসৰ্পে দংশন কৰিলে ধৰণী ধৰিব জান ? চিতাত বহুৱা মৃত দেহত প্ৰাণ সঞ্চাৰ কৰিব পাৰ ?

দুৰ্য্যো— একো বুজিব পৰা নাই পিতা ।

ধৃত— ময়ো একো বুজিব পৰা নাই, কিহৰপৰা কি হ'ল ! ময়ো একো ধাৰণা কৰিব পৰা নাই, তই কৈছ কি ! দুঃশাসনক ভীমে বধ কৰিলে । দুৰ্য্যোধন, তই উন্মাদ, উন্মাদ ।

দুৰ্য্যো— পিতা, পিতা, আপুনি চঞ্চল হৈছে ।

ধৃত— চঞ্চল হৈছো ? কতা ?

দুৰ্য্যো— ব'লক পিতা, আপোনাক শয্যালৈ নিওঁ ।

ধৃত— মৃত্যু শয্যালৈ ? হাঃ হাঃ হাঃ, তই মোক মৃত্যু দিব নোৱাৰ পুত্ৰ । এশ সন্তানৰ পিতা মই, নেদেখিলি মোৰ আগতে মোৰ নিৰাময়বৈটা শুক্লপক্ষৰ জোনৰ দৰে লহপহকৈ বাঢ়ি অহা সন্তান, মোৰ আগৰেপৰা দুৰ্য্যোধন, মোৰ আগৰেপৰা নিষ্ঠুৰ নিয়তিয়ে লৈ গুচি গ'ল । অন্ধ মই, জৰাজীৰ্ণ বৃদ্ধ মই, তথাপি মৃত্যুৰ চকু মোৰ ওপৰত নপৰিল । তই মোক কি মৃত্যু দিবি পুত্ৰ !

দুৰ্য্যো— পিতা বেজাৰ নকৰিব । সকলো গৈছে হয়, কিন্তু আপোনাৰ দুৰ্য্যোধন এতিয়াও জীয়াই আছে । আশীৰ্ব্বাদ দিয়ক পিতা,

যেন লক্ষ্যচ্যুত নহওঁ। ভ্ৰাতৃ শোকে, বন্ধু শোকে, লক্ষ লক্ষ বিধবা নাৰীৰ সজল চকুলোৱে যেন মোৰ আজন্মৰ ব্ৰত, একাগ্ৰ সাধনা ভ্ৰষ্ট কৰিব নোৱাৰে। আশীৰ্ব্বাদ দিয়ক পিতা।

[ নীৰৱে গান্ধাৰীৰ প্ৰবেশ ]

ধৃত— দুৰ্য্যোধন, যা যুদ্ধলৈ যা, যুদ্ধত তোৰ জয় হওক। উন্মাদ হোৱাৰ আগতে, পৰপাৰলৈ গতি কৰাৰ আগতে, পাণ্ডৱ সমাধিস্থ হোৱা শুনি যাওঁ।

গান্ধাৰী—সেই দিন কেতিয়া আহিব মহাৰাজ ?

ধৃত— কোন, গান্ধাৰী ? তোমাকেই সুধিছোঁ তুমিয়েই কোৱা ৰাণী সেই দিন কেতিয়া আহিব ? [গান্ধাৰী নিমাত]

ধৃত— নিমাতে থাকিলা ? বুজিছোঁ তোমাৰ বিশ্বাস সেই দিন আৰু নাহে। গান্ধাৰী, মাতা হৈ পুত্ৰৰ অকল্যাণ কামনা নকৰিবা, কোৱা, সেই দিন আহিব।

গান্ধাৰী—জননীয়ে গৰ্ভজাত সন্তানৰ অকল্যাণ কামনা নকৰে মহাৰাজ। নিজৰ সৰ্ব্বস্ব দি সন্তানৰ মঙ্গল চিন্তা কৰিয়েই দিন নিয়ায়। কিন্তু, সেই দিন আৰু নাহে।

ধৃত— গান্ধাৰী ! গান্ধাৰী।

দুৰ্য্যো— আই, সেই দিন আৰু নাহে ?

গান্ধাৰী—নাহে পুত্ৰ।

ধৃত— আহিব ! আহিব ! আহিব ॥

গান্ধাৰী—মহাৰাজ, বিপন্ন পুত্ৰক উত্তেজিত নকৰিব। সেই দিন আৰু নাহে।

দুৰ্য্যো— সেই দিন যদি নাহে, আহিব নালাগে। পাণ্ডৱ ৰণজয়ী হওক, দীৰ্ঘজীৱী হওক একো কথা নাই। সেই বুলি হতাশৰ কান্দুনিয়া কাঢ়ি ময়ো পশ্চাৎপদ নহওঁ। যেতিয়া জন্ম ল'লো মৰণ অৱশ্যম্ভাৱী। মৃত্যুৰ ভয়ত কিয় কাপুৰুষ হ'ম ?

গান্ধাৰী—অভিমান নকৰিবি বাচা।

দুৰ্য্যো— অভিমান ? আই জগতৰ চকুৰ আগত দুৰ্য্যোধন অভিমানী

সঁচা, কিন্তু তোমাৰ কাষত, মাতৃৰ কাষত মই সেই মৰমৰ দুৰ্য্যোধন ।

ধৃত— ৰাণী, ৰাণী ।

গান্ধাৰী—মহাৰাজ ।

ধৃত— বাৎসল্য স্নেহৰ এতিয়া সময় নহয় । মাতাই পুত্ৰক আঁকোৱালি ধৰি 'পুত্ৰ পুত্ৰ' বুলি আনন্দাশ্ৰু টুকিবৰ এতিয়া সময় নহয়। দুৰ্য্যোধনক যুদ্ধলৈ পঠিওৱা, যুদ্ধলৈ পঠিওৱা । মোৰ পুত্ৰহন্তা, নৰঘাতী ৰাক্ষস বৃকোদৰ এতিয়াও জীয়াই আছে !

দুৰ্য্যো— আই, বিদায় দিয়া যুদ্ধলৈ যাওঁ ।

গান্ধাৰী—উতাৱল নহবি পুত্ৰ ।

ধৃত— ৰাণী, কালক্ষয় নকৰিবা, পুত্ৰক বিদায় দিয়া ।

গান্ধাৰী—এই বিদায়ৰ কাৰণে ইমান অধৈৰ্য্য হৈছে কিয় মহাৰাজ ?

ধৃত— কিয় ? মোক সুধিছা ? ৰাণী ইমান এটা সহজ প্ৰশ্ন অথচ, বীৰমাতা, বীৰজায়া, ক্ষত্ৰীয় ৰমণী হৈ তুমি, গান্ধাৰীয়ে উপলব্ধি কৰিব নোৱাৰিলা ? দুৰ্ভাগ্য ! কিয় ? সোধা ৰাণী, আকাশত যদি দেখিছা মৌন ম্লান মেঘমালাক সোধা, হস্তিনাপুৰৰ ক্ষুন্ধপ্ৰাণা বিৰহিনী বতাহক সোধা, আৰু আৰু, এই প্ৰাসাদত, য'ত ৰাজাধিৰাজ ধৃতৰাষ্ট্ৰ আৰু পটেশ্বৰী গান্ধাৰীৰ উত্তপ্ত নিঃশ্বাসত প্ৰস্তৰ নিৰ্ম্মিত প্ৰাচীৰ বিগলিত হওঁ হওঁ, তাৰ শাৰী শাৰী ফটিক স্তম্ভক সোধা, কিয় ধৃতৰাষ্ট্ৰ আজি ইমান অধৈৰ্য্য !

গান্ধাৰী—প্ৰতিশোধৰ কাৰণে ।

ধৃত— প্ৰতিশোধৰ কাৰণে । তুমি আচৰিত হৈছা ?

গান্ধাৰী—আচৰিত নাই হোৱা মহাৰাজ ।

ধৃত— তেন্তে ?

গান্ধাৰী—একো নহয় ।

ধৃত— উত্তম ! দুৰ্য্যোধন, মাতাৰ আশীৰ্ব্বাদ শিৰত লৈ অগ্ৰসৰ হোৱা ।

দুৰ্য্যো— আই—

গান্ধাৰী—পুত্ৰ—

দুৰ্য্যো— [আঁঠুকাঢি] আশীৰ্ব্বাদ কৰিবা, যেন শত্ৰু নিৰ্ম্মূল কৰি তোমাৰ যোগ্য সন্তান বুলি জগতত চিনাকি দিব পাৰো।

গান্ধাৰী—যোৱা বাচা, আশীৰ্ব্বাদ কৰিছো, যথা ধৰ্ম্ম তথা জয়।

—পট—

২য় দৃশ্য ঃ যুদ্ধ ক্ষেত্ৰৰ দূৰৰ প্ৰান্তৰ

[ কৃষ্ণৰ প্ৰবেশ ]

কৃষ্ণ— কুৰুক্ষেত্ৰৰ ৰণৰ সামৰণি পৰি আহিছে। অকল বাকী দুৰ্য্যোধন। দুৰ্য্যোধনক শেষ কৰিব পাৰিলেই মোৰো কৰ্ত্তব্যৰ শেষ হ'ব। শল্য আৰু শকুনি? সিহঁতৰ কাৰণে বিশেষ চিন্তান্বিত হ'ব নেলাগিব। দাদা তীৰ্থবপৰা ঘূৰি অহাৰ আগতে, দুৰ্য্যোধনক কিবা এটা কৰিব নোৱাৰিলে পাচত কৰা টান হৈ উঠিব, দুৰ্য্যোধন দাদাৰ পৰম ভক্ত। [ভাবি] নহয়, শকুনিকো লগে লগে আঁতৰাব লাগিব। নহলে হয়তো—

[ শকুনিৰ প্ৰবেশ ]

শকুনি— আও, আজি মোৰ পৰম ভাগ্য। দেখোন নাৰায়ণৰ আগতে ওলালোহি। প্ৰণাম।

কৃষ্ণ— মামা, তোমাৰ কথাকে ভাবিছিলো।

শকুনি—কুৰুক্ষেত্ৰৰ ভাব এৰি মোৰ কথা ভাবিছিলানে, কুৰুক্ষেত্ৰৰ ভাবৰ মাজতে মোৰ কথা ভাবিছিলা?

কৃষ্ণ— মাজতে।

শকুনি— তেনে আমাৰো চাউল উকলিল।

কৃষ্ণ— কিয় মামা?

শকুনি— অতদিন ভাঙৰ ভাঙৰ গ্ৰহ-নক্ষত্ৰৰ গণনা কৰি আছিলা দেখিছেই আজি চকুত নপৰিছিলো। এতিয়া সেইবোৰ শেষ কৰি

যদুপতিয়ে যেতিয়া সকস্থ্ৰা তৰাৰ লেখত ধৰিলাহি, আমি পপীয়া তৰা, আমাক খহাবাই।

কৃষ্ণ— মামা, তুমি বৰ চতুৰ।

শকুনি— [ হাতযোৰ কৰি ] সকলোখিনি যদুপতিৰপৰাই ধাৰ কৰা।

কৃষ্ণ— বাৰু মামা, এটা কথা সোধো, কবানে ?

শকুনি— অন্তৰ্য্যামী ভগৱানে নকলেও জানিব।

কৃষ্ণ— বাৰু কোৱাচোন, তুমি এই কুৰুক্ষেত্ৰ ৰণত কাৰ পৰাজয় হ'লে ভাল পোৱা ?

শকুনি— পৰাজয় হ'বলৈ আৰু বাকী নাই। এতিয়া, ভাল পাইছোনে বেয়া পাইছো যদুপতিয়েই জানে।

কৃষ্ণ— মামা, কৌৰৱৰ আশ্ৰয়ত থাকি, দুৰ্য্যোধনৰ ইমান বিশ্বাসভাজন হৈ, বিশ্বাসঘাতকী হ'লা কিয় ?

শকুনি— তাৰ উত্তৰো আজি নাৰায়ণক দিব লাগিবনে ?

কৃষ্ণ— তুমি নিষ্ঠুৰ।

শকুনি— আৰু তুমি ?

কৃষ্ণ— মই মোৰ কৰ্ত্তব্য কৰিছো।

শকুনি— মোৰ কৰ্ত্তব্যৰ কোনখিনিত ত্ৰুটী হ'ল দয়াময় ?

কৃষ্ণ— 'ভাগিন ভাগিন' বুলি মুখৰ অমৃতেৰে ভুলাই অন্তৰৰ চিৰসঞ্চিত হলাহল বিহ খুড়্ৱাতকৈ, সন্মুখ যুদ্ধত অসি ধাৰণ কৰি শত্ৰুতা আচৰণ কৰা, অনেক গুণে শ্ৰেয় মামা।

শকুনি— যদুপতি, ক্ৰোধান্ধ মানুহ মই। এই প্ৰতাৰণা, প্ৰৱঞ্চনা ক্ষমাৰ অযোগ্য বুলি জানো। কিন্তু, পূৰ্ণব্ৰহ্ম ভগৱানৰ কপত নিত্ৰাত-কৈয়ো মোৰ এই আচৰণ বেছি দোষণীয়নে ?

কৃষ্ণ— ভুল বুজিছা মামা।

শকুনি— সদায় ভুল কৰি কৰি ভুলতেই অভ্যস্ত হৈছো ; এতিয়া আৰু শেষ বতবত্ত সেই ভুল নেভাগে নাৰায়ণ।

কৃষ্ণ— তোমাৰ জোৰতেই কৌৰৱ ধ্বংস হ'ল। স্বৰ্ণলঙ্কা ছাই কৰিছিলে

ৰাজভ্ৰাতা বিভীষণে আৰু আজি স্বৰ্ণময় ভাৰতভূমি শ্মশান কৰিলা, ৰাজ-মাতুল তুমি শকুনিয়ে।

শকুনি— হে মাধৱ, মোৰ ধন্যবাদ গ্ৰহণ কৰা।

কৃষ্ণ— নুবুজিলো মামা।

শকুনি — অতি সহজ। পৰপদসেৱী শকুনিৰ, দুৰ্য্যোধনৰ অন্নেৰে পালিত দৰিদ্ৰ শকুনিৰ, প্ৰৱঞ্চক প্ৰতাৰক ৰাজদ্ৰোহী শকুনিৰ মূৰৰ ওপৰত ভাৰত যুদ্ধৰ সকলো দোষ, সকলো কলঙ্ক পেলাই দি, অগতিৰ গতি ত্ৰিজগত পতি ভগৱান কৃষ্ণই যেতিয়া দোষৰ হাত সাৰিব পাৰিছে, সেই শকুনি সামান্য শকুনি নহয়! তাৰ জীৱন ধন্য, জনমো ধন্য আৰু সেই জীৱনৰ গৰাকী তুমি, তুমি যদুপতি। মোৰ ধন্যবাদ গ্ৰহণ কৰা।

কৃষ্ণ— মামা, তোমাৰ উদ্দেশ্য আৰু মোৰ উদ্দেশ্য একে নহয়। তোমাৰ উদ্দেশ্য প্ৰতিশোধ, ধ্বংস; কিন্তু মোৰ, মই—

"যদা যদা হি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি (ভাৰত)।
অভ্যুত্থানমধৰ্ম্মস্য তদাত্মানং সৃজাম্যহম্॥
পৰিত্ৰাণায় সাধুনাম্ বিনাশায় চ দুষ্কৃতাম।
ধৰ্ম্মসংস্থাপনাৰ্থায় সম্ভাৱামি যুগে যুগে॥"

—পট—

৩য় দৃশ্য : পথ

[ গীত গাই বৰাগীৰ প্ৰবেশ ]

—গীত—

সৃষ্টি! সৃষ্টি! সৃষ্টি!
ছায়াৰ আকৃতি তাৰ
মায়াৰ প্ৰকৃতি।
গুনি তাতে নিৰন্তৰ,

আৱাহনী অনন্তৰ,
মৰণ পথেদি কৰে
জীৱনে গতি ।
ইয়ে নিয়তি, ইযে নিয়তি ।

[ প্ৰস্থান ]

—পট—

৪ৰ্থ দৃশ্য : যুদ্ধক্ষেত্ৰৰ এফাল

[ শল্যৰ প্ৰবেশ ]

শল্য — ভাৰত যুদ্ধত যি কাম কোনেও সমাধা কৰিব নোৱাৰিলে, সেই কাম সমাধা কৰিব শল্যই । দ্ৰোণবধৰ দিনা শকুনিয়ে কোৱা কথা আজি মনত পৰিছে, "শল্য, তুমিয়েই দুৰ্য্যোধনৰ মান ৰক্ষা কৰিব লাগিব ।" আজি সেই অপূৰ্ব্ব সুযোগ সমাগত । দুৰ্য্যোধন, অযোগ্যজনক সেনাপতি পাতি, অতদিন শক্তি ক্ষয় কৰি যি ভুল কৰি আছিছা তাক আজি সহজে বুজিব পাৰিবা । মদ্ৰপতিক কুৰুক্ষেত্ৰৰ আদি সেনাপতি পতা হ'লে হস্তিনাপুৰত পতিহীনা অবলাৰ, পিতৃহীন পুত্ৰ-কন্যাৰ করুণ বিননি শুনিব নেলাগিলহেঁতেন ।

[ শকুনিৰ প্ৰবেশ ]

শকুনি— ইকালে দুৰ্ঘোৰ যুদ্ধ লাগিছে, আৰু তুমি ইয়াত কৌৰৱৰ সেনাপতি হৈ প্ৰাকৃতিক সৌন্দৰ্য্য উপভোগ কৰিছাহি ।

শল্য— মামা, শল্যই নিজৰ দায়িত্ব বুজে ।

শকুনি— শুনি সন্তোষ পালোঁ ।

শল্য— ভীমাৰ্জ্জুন ক'ত ?

শকুনি— যুদ্ধক্ষেত্ৰত ; কুৰুসেনা একালৰপৰা পিছি আনিছে ।

শল্য— তুমি ইয়াত কিয় ?

শকুনি— তোমাক বিচাৰি ।

শল্য — মোৰ কোনো আৱশ্যক নাই। যোৱা, যুদ্ধ কৰা ; আমাৰ জয় অনিবাৰ্য্য। মই ইয়াতে ভীমাৰ্জ্জুনৰ কাৰণে অপেক্ষা কৰিম।

শকুনি — কিন্তু সেনাপতিক নেদেখি আমাৰ সৈন্য—

শল্য — তৰ্ক নেলাগে। কৌৰৱৰ সেনাপতি মই, মোৰ আদেশ, যুদ্ধ কৰা।

শকুনি — যদি আদেশ পালন নকৰো ?

শল্য — কুৰুপতিৰ মামা বুলি ক্ষমা নকৰোঁ। কুৰুক্ষেত্ৰত কাপুৰুষৰ স্থান নাই। যোৱা যুদ্ধ কৰা।

শকুনি — শল্য, ভাৰত যুদ্ধ অৱসান হওঁ হওঁ। ৰথী-মহাৰথী গ'ল অক্ষৌহিণী, অক্ষৌহিণী সেনা নিপাত হ'ল ; ভাৰতৰ অতুল প্ৰতাপী মহাৰাজ দুৰ্য্যোধন ভাতৃহীন, শক্তিহীন হ'ল অথচ, অথচ এই শকুনিক কোনেও উন্মাদগ্ৰস্ত অৱস্থাতো ৰঙাচকু দেখুৱাই আদেশ দিবলৈ সাহ নকৰিছিল। দুৰ্য্যোধনৰ মাতুল বুলি, কুৰুকুলৰ উপদেশক বুলি ভাৰতে শকুনিলৈ ভয় কৰা নাই ; ভাৰতে শকুনিক ভয় কৰিছে, শকুনি বুলি। শুনা শল্য, যি কুৰুক্ষেত্ৰ ৰণৰ আজি তুমি চতুৰ্থ সেনাপতি হৈ নিজে নিজে গৌৰৱ কৰি শকুনিৰ ওপৰতো প্ৰভুত্ব খটুৱাব খুজিছা, সেই কুৰুক্ষেত্ৰ ৰণ উদ্বোধন কৰিলে শকুনিয়েই, আৰু যৱনিকাও পেলাব এই শকুনিয়েই।

শল্য — তোমাৰ উদ্দেশ্য ?

শকুনি — মোৰ উদ্দেশ্য ? হাঃ হাঃ হাঃ শল্য, শল্য, মোৰ উদ্দেশ্য তুমি জানিব খুজিছা ? এশ মৃতদেহৰ ওপৰ মাজত মোৰ অট্টহাস্য শুনা নাছিলা ? পাশা খেলত পিতৃ অস্থি নিৰ্ম্মিত পাশটি দেখি বুজিব নোৱাৰিলা ? হাঃ হাঃ হাঃ মোৰ উদ্দেশ্য ? [ নেপথ্যলৈ চাই ] সৌৱা, সৌৱা বায়ু বেগে যুধিষ্ঠিৰ লৰি আহিছে। শল্য, শল্য, কৌৰৱ সেনাপতি, পৰ পাৰত নিয়তিৰ ভেৰী বাজি উঠিল। তুমিও আগবঢ়া, আগবঢ়া। [ প্ৰস্থান ]

[ বিপৰীত ফালৰপৰা যুধিষ্ঠিৰৰ প্ৰৱেশ ]

যুধিষ্ঠিৰ—মদ্ৰপতি, আত্ম-সমৰ্পণ নে অসি চালনা।

শল্য— [ অসি উলিয়াই ] আগেয়ে নিজক ৰক্ষা কৰা।

যুধি— উত্তম।

[ যুদ্ধ কৰি দুয়োৰো প্ৰস্থান ; বিপৰীত ফালৰপৰা সহদেৱৰ প্ৰৱেশ ]

সহদেৱ—ইয়াতো নাই! ক'ত পলাল ? পৃথিৱীৰ ইমূৰৰপৰা সিমূৰলৈকে বিচাৰি হলেও, কুলাঙ্গাৰ গান্ধাৰ পুত্ৰ শকুনি, আজি তোক হত্যা কৰিম। [ প্ৰস্থান ]

[ বিপৰীত ফালৰপৰা শকুনিৰ প্ৰৱেশ ]

শকুনি— শল্য গ'ল! সহদেৱে মোকো বিচাৰি ফুৰিছে। দুৰ্য্যোধন, বিদায়। যি শকুনিৰ নিৰান্নবৈটা ভ্ৰাতা আৰু বৃদ্ধ পিতাক অনাহাৰত অন্ধকাৰ কাৰাগাৰত তিল তিলকৈ মাৰিছিলা, সেই শকুনিয়ে, তোমাৰো নিৰান্নবৈটা ভাতৃক কাল-চক্ৰত পেলাই অন্ধ ধৃতৰাষ্ট্ৰৰ বুকুত এশখন চিতা জ্বলাই, তাৰ প্ৰতিজ্ঞা অক্ষৰে অক্ষৰে পালন কৰিলে। আজি মোৰো কৰ্ত্তব্য শেষ।

[ সহদেৱৰ প্ৰবেশ ]

সহদেৱ—কি ? চকুথাই উঠিলা যে।

শকুনি— পূজা শেষ কৰি তোমাকেই অপেক্ষা কৰিছিলো সহদেৱ, ঠিক সময়তে আহিছা। আঁহা আজি এই পুণ্য কুৰুক্ষেত্ৰত কুৰুকুলৰ মন্ত্ৰণাদাতা, দুৰ্য্যোধনৰ মাতুল, ভাৰতৰ ধূমকেতু, মানৱ জন্মৰ প্ৰহেলিকা শকুনিৰ শেষ নিশ্বাসত ভাৰত ক্ষত্ৰৰ সাময়ণি পৰক। সেই বুলি আত্মসমৰ্পণ নকৰো। প্ৰতিহিংসাপৰায়ণ ক্ষত্ৰিয় মই। মইয়ো অসি চালনা কৰিব জানো, লোৱা, অস্ত্ৰ লোৱা।

[ দুয়ো যুদ্ধ কৰিবলৈ উদ্যত ]

শকুনি— পিতা, পিতা, জন্মদাতা, শত্ৰু শোণিতৰে বাহুলী মোৰ জীৱনৰ ব্ৰত ৰক্ষা কৰা পাৰিছি আজি পুনৰ তোমাৰ পাদপদ্মত উৎসৰ্গা কৰিলো। দুৰ্য্যোধন, ধৃতৰাষ্ট্ৰ, গান্ধাৰী, হাঃ হাঃ হাঃ। সহদেৱ—

[ যুদ্ধ। খন্তেক যুদ্ধৰ পাচত বৈ ]

সহদেৱ— এয়ে শেষবাৰ ! কৌৰৱৰ ভাগ্য বিধাতা, মৃত্যুৰ আগতে শিৰচ্ছেদ কৰাৰ আগতে সুশ্যামল ভাৰতভূমিক শেষবাৰৰ কাৰণে চাই ল।

শকুনি— সহদেৱ, ভাৰতভূমিক শকুনিয়ে সুশ্যামল কৰি ৰখা নাই, চিতাগ্নিত ছাই কৰিছো, কৌৰৱক কৌৰৱ কৰি থোৱা নাই সিহঁতৰ গৌৰৱ ধূলিৰ লগত মিহলাই দিছো, আৰু, আৰু, কৌৰৱেশ্বৰ দুৰ্য্যোধনক ৰজা কৰি ৰখা নাই, পথৰ ভিক্ষাৰী কৰি, বুকু ভাঙি ভাঙি কান্দিবলৈ ভাৰতৰ শ্মশান ঘাটত এৰি দিছো।

[ আক্ৰমণ কৰিবলৈ উদ্যত ]

সহদেৱ— মিত্ৰদ্ৰোহী, জ্ঞাতিদ্ৰোহী, তাৰ পুৰস্কাৰ গ্ৰহণ কৰ।

শকুনি— যি শকুনিয়ে নিৰান্নবৈটা ৰাজভ্ৰাতাক মৃত্যুদণ্ড দিব পাৰে, সেই শকুনিয়ে মৃত্যু গ্ৰহণ কৰিবও জানে। আজি মোৰ মৃত্যু নহয় সহদেৱ মুক্তি, মুক্তি।

[ যুদ্ধ। অস্ত্ৰাঘাতত শকুনি বাগৰি পৰে, সহদেৱে তৰোৱালৰ আগ শকুনিৰ বুকুত সুমাই— ]

সহদেৱ— সৃষ্টিৰ কলঙ্ক, কালসৰ্প, নৰাধম শকুনি—

শকুনি— তৃপ্তি—তৃপ্তি—তৃপ্তি—।

—যৱনিকা—

# দক্ষ যজ্ঞ নাটিকা

[ দক্ষৰ প্ৰাসাদৰ এটি কোঠা, অন্য এটা কোঠাত সঙ্গীত চলি থাকে। দক্ষই বিচলিত হৈ কোঠাটোত পদচাৰণ কৰি থাকে। ]

॥ গীত ॥

সৃষ্টি—সৃষ্টি—সৃষ্টি
ছায়াৰ আকৃতি তাৰ
মায়া প্ৰকৃতি
শুনি তাতে নিৰন্তৰ
আৱাহনী অনন্তৰ
মৰণ পথেদি কৰে
জীৱনে গতি
ইযে নিয়তি ইযে নিয়তি ইযে নিয়তি

[ গীতৰ অন্তত বিৰক্তিৰে দক্ষই কবলৈ ধৰে ]

দক্ষ : বৃথা চেষ্টা
বৃথা আয়োজন
নোৱাৰে, নোৱাৰে দিব
সান্ত্বনা সঙ্গীতে !
অথচ সঙ্গীত হেনো
বিশ্ব বিমোহিনী
শান্তি প্ৰদায়িনী
সুখ, দুখ ব্যাকুলতা
সন্তাপহাৰিণী !
মিছা কথা
উন্মাদ কৰিব ইযে [নন্দীৰ প্ৰৱেশ]

দূত : মহাৰাজ !
ভৃগুমনি অপেক্ষিছে
অপৰ কক্ষত ।

দক্ষ : সসম্ভ্ৰমে লৈ আন
এই কক্ষলৈ । [দূতৰ প্ৰস্থান আৰু মুনিসহ প্ৰবেশ, অকলে প্ৰস্থান]

ভৃগু : দীৰ্ঘায়ু কামনা কৰো
ব্ৰহ্মা তনয়ৰ ।

দক্ষ : প্ৰণাম গ্ৰহণ কৰি
শ্ৰদ্ধাঞ্জলি লওক মুনি
ৰাজপ্ৰাসাদৰ ।

ভৃগু : চিন্তাক্লিষ্ট কিয় আজি
দেখো ৰাজেন্দ্ৰক ?

দক্ষ : চিন্তাৰ কাৰণ বোধকৰো
মুনিবৰে নিজেই জানে ।

ভৃগু : আংশিক অনুমান কৰিব পাৰিছো ।

দক্ষ : যদি পাৰিছে,
তাৰ উপশম কৰিবলৈ
ব্যৱস্থা কৰক মুনিবৰ ।

ভৃগু : কি ব্যৱস্থা কৰিম মহাৰাজ
সুবিজ্ঞ আপুনি নিজে ।
আপুনিয়েই তাৰ প্ৰতিকাৰ কৰক ।

দক্ষ : ভাবিছো, বহুত ভাবিছো,
কিন্তু কি কৰিলে মোৰ চিন্তানল
নিৰ্ব্বাপিত হব, কি কৰিলে মোৰ
অপমানৰ পূৰ্ণ প্ৰতিশোধ লব পাৰিম
তাৰ সিদ্ধান্ত যে আজিও কৰিব
নোৱাৰিলো মুনিবৰ ।

ভৃগু : মহাৰাজ !
ৰূপ, ৰস, গন্ধ, স্পৰ্শ
শব্দ ঝংকাৰত
বিকম্পিতা এই ধৰা,
কম্পিতা জলধি
বিয়াকুল স্থাবৰ জঙ্গম !
কিন্তু, মহাৰাজ
বিবেকে বিধান দিয়ে
আপোন কৰ্ত্তব্য
আৰু দিয়ে অখিলৰ
নিখিল ব্যৱস্থা ।
সেই কৰ্ত্তব্যত মহাৰাজ
সত্যত অৰ্পণ হওক
আপোন সত্যতা ।
দক্ষ : জানো মুনিবৰ,
বিবেকে বিধান দিয়ে
আপোন কৰ্ত্তব্য ।
কিন্তু, দাৰুণ লাঞ্ছনা সহি
যজ্ঞ মণ্ডপত
আকুল অন্তৰ মোৰ
ব্যাকুল পৰাণ
দক্ষৰ বিবেক মুনি
আজি মৌন, ম্লান ।

— x —

[ দক্ষালয়ৰ অন্ত এটা কোঠা । নাৰদে গীত গাই গাই ওলাই যাব খোজোতেই প্ৰসূতিৰ প্ৰবেশ ]

নাৰদ : জয়হে জগতপতি
তুমি অগতিৰ গতি

জয় জয় কমললোচন,
জয় ভব ভয়হাৰী
স্রজণ নিধনকাৰী
জয় জয় সত্য সনাতন ।
[নাৰদ যাব খোজোতেই প্ৰসূতিৰ প্ৰবেশ]

প্ৰসূতি : দেৱৰ্ষি, দেৱৰ্ষি !

নাৰদ : আই !

প্ৰসূতি : ইমান সোনকালে যায় ক'লৈ ?

নাৰদ : ত্ৰিভূৱনলৈ ।

প্ৰসূতি : কিয় দেৱৰ্ষি, ত্ৰিভূৱনলৈ যায় কিয় ?

নাৰদ : মহাৰাজৰ আদেশত ত্ৰিভূৱনবাসীক যজ্ঞলৈ নিমন্ত্ৰণ কৰিবলৈ ।

প্ৰসূতি : কিহৰ যজ্ঞ ? কিহৰ নিমন্ত্ৰণ ? মই যে একো বুজিব পৰা নাই দেৱৰ্ষি । এবাৰ আহি য'ক, শুনক দেৱৰ্ষি ।

[দক্ষৰ প্ৰৱেশ]

দক্ষ : কোনো প্ৰয়োজন নাই ৰাণী । দেৱৰ্ষি যোৱা, ত্ৰিভূৱনবাসীক নিমন্ত্ৰণ কৰাগৈ । [নাৰদৰ প্ৰস্থান]

প্ৰসূতি : কিহলৈ নিমন্ত্ৰণ কৰিছে মহাৰাজ ?

দক্ষ : যজ্ঞলৈ ।

প্ৰসূতি : যজ্ঞ, কি যজ্ঞ ?

দক্ষ : শিৱহীন যজ্ঞ ।

প্ৰসূতি : মানে ?

দক্ষ : মানে এটা বিৰাট বৃহস্পতি যজ্ঞৰ অনুষ্ঠান কৰিছো ৰাণী । ত্ৰিভূৱনৰ সকলোকে সেই যজ্ঞলৈ নিমন্ত্ৰণ কৰা হব, শিৱৰ বাহিৰে বুজিলা ?

প্ৰসূতি : যজ্ঞৰ উদ্দেশ্য কি মহাৰাজ ?

দক্ষ : শিৱক অপমান কৰা ।

প্ৰসূতি : কি অপৰাধত ?

দক্ষ : দক্ষক অপমান কৰাৰ অপৰাধত ৰাণী ।

প্ৰসূতি : বুজিলো । ভৃগু যজ্ঞত শিৱই আপোনাক আসন ত্যাগ কৰি সন্মান নেদেখুৱাৰ কাৰণে ভোলানাথৰ ওপৰত প্ৰতিশোধ লোৱাৰ কাৰণেই এই যজ্ঞৰ আয়োজন ?

দক্ষ : অনুমান সত্য ।

প্ৰসূতি : মহাৰাজ !

দক্ষ : ৰাণী ।

প্ৰসূতি : শিৱকো এই যজ্ঞলৈ নিমন্ত্ৰণ কৰক।

দক্ষ : তাৰ আগতে কোৱা ৰাণী, এই যজ্ঞৰ সঙ্কল্প পৰিত্যাগ কৰক।

প্ৰসূতি : দোষী হলেও শিৱ আমাৰেই জোঁৱাই। পুত্ৰতুল্য। শিৱৰ দোষ ক্ষমা কৰক মহাৰাজ ।

দক্ষ : ক্ষমা ?
ৰাণী, ৰুদ্ধ কৰি
ক্ষমা আৰু কৰুণাৰ দ্বাৰা
ৰুদ্ধ কৰি অশ্ৰুৰ ঝৰণা
শিৱহীন মহাযজ্ঞ
দক্ষৰ কল্পনা।

— x —

[ কৈলাস ]

[ নন্দীয়ে স্তোত্ৰ গাই বহি থাকে ]

নন্দী : ন মে মৃত্যুশঙ্কা ন মে জাতিভেদ :
পিতা নৈবমে নৈব মাতা ন জন্ম :
ন বন্ধু ন মিত্ৰং গুৰু নৈব শিষ্যং
চিদানন্দৰূপং শিৱোঽহং শিৱোঽহং ॥

[ সতীৰ প্ৰবেশ ]

সতী : এই স্তোত্ৰ তোমাক কোনে গাবলৈ শিকালে নন্দী ?

নন্দী : প্ৰভুয়ে আই ।

সতী : প্ৰভুয়ে ! বাৰু আকৌ গোৱাচোন শুনো ।

নন্দী : ন মে মৃত্যুশঙ্কা ন মে জাতিভেদ :

× × × ×

চিদানন্দৰূপং শিৱোহহং শিৱোহহং ॥

সতী : বাৰু এতিয়া যোৱা। দেখিছো প্ৰভুয়ে তোমালোকক বৰাগী কৰিয়েই নেৰে নন্দী, বলিয়াও কৰিব।

শিৱ : আৰু তুমি শিৱক কি কৰিলা জানা প্ৰিয়ে!

সতী : কি কৰিলো প্ৰভু?

শিৱ : আত্মহাৰা।

সতী : মই?

শিৱ : তুমি, যোগত মন নবহে, ধ্যানত মন নবহে। চকুৰ আগত ৰাতি দিন জাগি উঠে তোমাৰ দেৱীমূৰ্ত্তি, তোমাৰ প্ৰেমময়ী প্ৰেয়সী মূৰ্ত্তি!

সতী : দাসীক উপহাস নকৰিব ভোলানাথ।

শিৱ : কোন দাসী? আৰু ক'ত উপহাস?

শিৱৰ অসাধ্য দেৱীক উপহাস কৰা।

দক্ষালয়ৰ পৰা

তুমি দেৱী, সতীৰূপে

পৰমা প্ৰকৃতি,

যিদিনা দিলাহি দেখা

কৈলাসপুৰীত,

পাগল শঙ্কৰে প্ৰিয়ে

সিদিনাৰে পৰা

সতী, সতী বুলি মাথো

হ'ল আত্মহাৰা!

সতী : আৰু মোৰ সেইকাৰ

হৃদি কমলত

শৈশৱৰে পৰা কৰি

প্ৰভুক থাপনা
প্ৰভুৰ পূজাতে মাথো
দাসী নিমগনা।

শিৱ : জানো সতী, আক সেই কাৰণেই শ্মশানবাসী ভিক্ষাৰী হৈয়ো তোমাৰ প্ৰেম পুষ্পাঞ্জলিৰ সৌৰভত মতলীয়া হৈ স্বয়ম্বৰ সভালৈ লৰি গৈছিলো।

সতী : কিন্তু নাথ, মোক গ্ৰহণ কৰি যদিও মোৰ মনোবাঞ্চা পূৰণ কৰিলে তথাপি মই আজিলৈকে আপোনাৰ যথাযোগ্য সেৱা কৰিব পৰা নাই। অথচ মোৰ কাৰণেই আপুনি পিতাৰ অপ্ৰিয়ভাজন, ভৃগুযজ্ঞত অপমানিত।

শিৱ : কালসৰ্প মাথো যাৰ
কণ্ঠ আভৰণ,
শুষ্ক কেশ, ৰুক্ষ জটা
শিৱৰ ভূষণ
ব্যাঘ্ৰচৰ্ম্মধাৰী যি
শ্মশান বিহাৰী
সেই ভিক্ষাৰীয়ে
সতীৰূপী দেৱীৰূপী
মুক্তামালাধাৰি
যদিহে হৰণ কৰে
দক্ষ ভাণ্ডাৰৰ
সেই ভিক্ষাৰীক
অপমান, তিৰস্কাৰ কৰা
অভিজাতৃদণ্ড প্ৰিয়ে
জাৰ বিচাৰৰ।

সতী : দাসী দক্ষ ভাণ্ডাৰৰ মুক্তামালা নহয় প্ৰভু! দাসী ত্ৰিশূলীৰ চৰণৰ ধূলি।

শিৱ : সতী!

॥ দধিচীমুনিৰ আশ্ৰমৰ এক প্ৰান্তৰ ॥

[দক্ষৰ প্ৰবেশ]

দক্ষ : অচঞ্চল গিৰিমালাৰ চৰণতলত চঞ্চলা তটিনীৰ কুলুধ্বনি, দৃশ্য মনোৰম ! সাৰথি !

[সাৰথিৰ প্ৰবেশ]

সাৰথি : প্ৰভু !

দক্ষ : অশ্বক্লান্ত ; বিশ্ৰামৰ ব্যৱস্থা কৰা। ময়ো ক্ষন্তেক ইয়াতে বিশ্ৰাম কৰিম।

সাৰথি : আদেশ শিৰোধাৰ্য্য। [প্ৰস্থান]

দক্ষ : চতুৰ্দ্দিকে শ্যামল বননি। নৱপল্লৱিত তৰুৰাজি। অদূৰৰ কোনো কমলবনৰ মৃদু সৌৰভ। মলয়াৰ হিল্লোলত চপলা প্ৰকৃতিৰ লাস্য নৃত্য। সুন্দৰ ( এনেতে দূৰত কোনো ঋষিবালকে গান গায়, দক্ষই কাণপাতি শুনে )

॥ গীত ॥

ত্ৰিকাৰক ত্ৰিগুণধাৰক  
ত্ৰিলোচন হে  
তুমি দেবেশ্বৰ তুমি মহেশ্বৰ  
পৰমসুন্দৰ হে  
তুমি সত্য তুমি সুন্দৰ  
করুণাসাগৰ তুমি মহেশ্বৰ  
তুমি মুক্তিদাতা বিধিৰো বিধতা  
চৰণে প্ৰণামোহে ।

(গীতৰ অন্তত দক্ষই খঙেৰে সাৰথিক মাতে।)

দক্ষ : সাৰথি ! (সাৰথিৰ প্ৰবেশ)

সাৰথি : প্ৰভু !

দক্ষ : অদূৰত ভিকাৰী শঙ্কৰৰ গুণগান কৰা শুনিছা ?

সাৰথি : শুনিছো প্ৰভু ।

দক্ষ : কাৰ কণ্ঠস্বৰ ?

সাৰথি : তাপস বালকৰ প্ৰভু ।

দক্ষ : তাপস বালকৰ ? ইকি কোনো ঋষিৰ আশ্ৰম ?

সাৰথি : হয় প্ৰভু, এয়ে মহামুনি দধিচীৰ আশ্ৰম ।

দক্ষ : যাৰেই আশ্ৰম হওক, এই গীত বন্ধ কৰা। কৰা প্ৰজাপতিৰ আদেশ । (সাৰথি যাব খোজে এনেতে দধিচীক দেখি)

সাৰথি : সৌৱা মুনিবৰ নিজেই আহিছে প্ৰভু ।

দধিচী : মহাৰাজৰ জয় হওক ।

দক্ষ : প্ৰণাম গ্ৰহণ কৰক মুনিবৰ ।

দধিচী : কোনো সম্বাদ নিদিয়াকৈ গোপনে আহি মহাৰাজক কৰিবলগীয়া যথাযোগ্য অভ্যৰ্থনাৰপৰা বঞ্চিত কৰি আশ্ৰমবাসীক মাত্ৰ অপৰাধী কৰিলে মহাৰাজ ।

দক্ষ : মুনিবৰ, মানসিক অসুস্থতা লাঘৱ কৰিব পাৰো বুলিয়েই মোৰ এই উদ্দেশ্যবিহীন ভ্ৰমণ। আপোনাৰ আশ্ৰমত আহি যে উপনীত হৈছোহি ঋষিবালকৰ কণ্ঠস্বৰৰ পৰা এইমাত্ৰ জানিব পাৰিছো।

দধিচী : দীন দধিচীৰ আশ্ৰমত মহাৰাজৰ মানসিক অসুস্থতা নিবাৰণ কৰিব পৰা একো উপকৰণ নাই মহাৰাজ ।

দক্ষ : যথেষ্ট আছে মুনিবৰ আৰু যথাৰ্থতে শান্তিলাভো কৰিছিলো কিন্তু সেই শান্তিভঙ্গ কৰিলে আপোনাৰ আশ্ৰমৰ ঋষিবালকে দৰিদ্ৰ শঙ্কৰৰ গুণগান কৰি ।

দধিচী : দেৱাদিদেৱ মহাদেৱক আৰাধনা কৰা আমাৰ দৈনন্দিন কাৰ্য্য মহাৰাজ ।

দক্ষ : হব পাৰে আপোনালোকৰ কাৰণে, কিন্তু মোৰ কাৰণে নহয়। অ' যজ্ঞলৈ নিমন্ত্ৰণ পাইছে মুনিবৰ ?

দধিচী : পাইছো মহাৰাজ, আৰু দেৱৰ্ষিৰ মুখে যজ্ঞৰ উদ্দেশ্যও বুজিব পাৰিছো । কিন্তু মহাৰাজ শিৱহীন যজ্ঞ যে অশিৱ হব।

দক্ষ : অশিৱ হব ?
মুনিবৰ,
ত্ৰিলোকৰ গন্ধৰ্ব্ব কিন্নৰ
যক্ষ ৰক্ষ ঋষি মুনি
দেৱতা মানৱ
যি যজ্ঞত আহি মোৰ
হব সমাবেশ
সেই যজ্ঞ যদিওবা
হয় শিৱহীন
নোৱাৰে পশিব মুনি
অশিৱৰ ৰেখ ।

— x – –

॥ কৈলাস ॥

[ সতীৰ প্ৰবেশ ]

সতী : নন্দী, প্ৰভু ক'ত ?

নন্দী : যোগাসনত আছে । [দূৰত নাৰদৰ গীত শুনা যায় ]

শিৱ : [নেপথ্যত] সতী, সতী !

সতী : প্ৰভু !

শিৱ : (নেপথ্যত) সুমধুৰ হৰিকীৰ্ত্তন কোনে কৰিছে সতী ?

(গীত গাই গাই নাৰদৰ প্ৰবেশ)

শিৱ : আঃ কি মধুৰ !

সতী : প্ৰভু !

শিৱ : ভুজঙ্গমং বধূত্তমং যজ্ঞভমোত্ত মোত্তমং
সুৰ শেখৰশোচিতং প্ৰহৃষ্ট হৃষ্ট মস্তকং
ই কি । এই যে নাৰদ !

সতী : দেৱৰ্ষি ।

দক্ষ শিৱ : ক'ৰপৰা আহিলা নাৰদ ?

সা: নাৰদ : দক্ষালয়ৰপৰা প্ৰভু ।

দক্ষ শিৱ : প্ৰজাপতিৰ মঙ্গল ?

নাৰদ : মঙ্গল প্ৰভু ।

সতী : আইৰ কুশলনে দেৱৰ্ষি ?

নাৰদ : কুশল দেৱী ।

শিৱ : বহুত দিনৰ মূৰত আজি কৈলাসত নাৰদৰ হৰিকীৰ্ত্তন শুনিলো ।

নাৰদ : কতবাৰ আহো আহো বুলিও আহিব পৰা নাই ভোলানাথ ।

শিৱ : কিয় নাৰদ ?

নাৰদ : সময়ৰ অভাৱ প্ৰভু ।

শিৱ : নাৰদৰ সময়ৰ অভাৱ [মিচিকিয়াই হাঁহে]

সতী : আজি সেই অভাৱ কিহে পূৰ্ণ কৰিলে দেৱৰ্ষি ?

নাৰদ : প্ৰভুৰ পদসেৱা কৰাৰ প্ৰবল অনুৰাগে ?

শিৱ : বাৰু নাৰদ, কোৱাচোন, কৈলাসলৈ কিয় আহিলা ?

নাৰদ : প্ৰজাপতিৰ কামত ত্ৰিভূবন ঘূৰোতে ঘূৰোতে কৈলাসৰ ওচৰ পাই আশীৰ্ব্বাদ ভিক্ষা কৰিবলৈ সোমালো ভোলানাথ, আৰু অন্য একো উদ্দেশ্য নাই ।

সতী : পিতাৰ কামত ত্ৰিভূবন ঘূৰিছে ? কি কাম দেৱৰ্ষি ?

নাৰদ : ত্ৰিলোকবাসীক যজ্ঞলৈ নিমন্ত্ৰণ কৰা কাম আই ।

সতী : পিতাই যজ্ঞ পাতিছে, ক'তা আমাক এতিয়াও কোৱা নাই কিয় ?

নাৰদ : আই, কৈলাস নিমন্ত্ৰণ কৰাৰ ভাৰ মোৰ গাত নাই ।

সতী : কৈলাস নিমন্ত্ৰণ কৰাৰ ভাৰ কাৰ ওপৰত দিছে দেৱৰ্ষি ?

নাৰদ : ক্ষমা কৰিবা আই, কাৰো গাত নাই, আৰু এই যজ্ঞলৈ মহেশ্বৰক নিমন্ত্ৰণ নকৰাটোৱেই প্ৰজাপতিৰ উদ্দেশ্য ।

সতী : মহেশ্বৰক নিমন্ত্ৰণ নকৰাটোৱেই প্ৰজাপতিৰ উদ্দেশ্য ?

নাৰদ : সেয়ে যজ্ঞৰো উদ্দেশ্য আই ।

সতী : মহেশ্বৰে পিতাৰ কাৰত কি দোষ কৰিলে দেৱৰ্ষি ?

শিৱ : সতী ! অ' নাৰদ, বৃথা সময় নষ্ট কৰিছা । যোৱা তোমাৰ কৰ্ত্তব্য কৰাগৈ ।

নাৰদ ঃ যাওঁ প্ৰভু । [প্ৰণাম কৰি নাৰদৰ প্ৰস্থান]

সতী ঃ দেৱৰ্ষি, দেৱৰ্ষি ।

শিৱ ঃ সতী, সতী
নহবা অধৈৰ্য্য প্ৰিয়ে
যজ্ঞৰ নামত ।
ভাবি চোৱা,
গোটেই ব্ৰহ্মাণ্ডখনি
এটি যজ্ঞ ঘৰ,
তুমি যজ্ঞ, মই যজ্ঞ
যজ্ঞ চৰাচৰ ।

— x —

[“দাক্ষালয়ৰ প্ৰাসাদ (দক্ষ আৰু প্ৰসূতি)”]

প্ৰসূতি ঃ দাসীৰ অনুৰোধ, কাতৰ প্ৰাৰ্থনা পূৰ্ণ কৰক মহাৰাজ ।

দক্ষ ঃ ৰাণী, কিয় বাৰে বাৰে একেটা অনুৰোধকে কৰি আছা ?

প্ৰসূতি ঃ মোৰ সকলো কন্যাৰ ভিতৰত তায়েই কনিষ্ঠা । সকলোৱে এই যজ্ঞলৈ আহিব, এই মহোৎসৱত ভাগ লবহি । তাই নাহিলে, তাইক নেদেখিলে মোৰ যে অন্তৰ দেইপুৰি ছাই হব মহাৰাজ !

দক্ষ ঃ ৰাণী, সুকোমল হৃদয়ে তোমাৰ
নোৱাৰে সহিব যদি
তনয়াৰ বিৰহ বেদনা
মাতৃত্বক বিসৰ্জ্জন দি
পাষাণেৰে গঢ়ি লোৱা
প্ৰসূতি জীৱন ।

প্ৰসূতি ঃ ইমান নিষ্ঠুৰ নহব মহাৰাজ !

দক্ষ ঃ নিষ্ঠুৰ মই নহওঁ ৰাণী, নিষ্ঠুৰা তুমি । ভৃগুযজ্ঞ অপমানৰ শেল আজিও বুকুত বাজিব লাগিছে, আৰু তুমি আহি তোমাৰ শিৱ আৰু সতীৰ কাৰণে বাৰে বাৰে মোক বিৰক্ত কৰিছাহি ।

প্ৰসূতি : সতী আপোনাৰেই কন্যা মহাৰাজ !

দক্ষ : হয়, হয় । শতবাৰ স্বীকাৰ কৰিছো হয় ! বিৰক্ত নকৰিবা ৰাণী, যোৱা মোৰ অনুৰোধ, আঁতৰি যোৱা ।

প্ৰসূতি : যাওঁ মহাৰাজ । [ প্ৰস্থান ]

দক্ষ : তুচ্ছ কৰি মান অপমান
তুচ্ছ কৰি আপোন গৌৰৱ
অকাতৰে সহ্য কৰি
শত তিৰস্কাৰ,
জননীৰ কোমল হৃদয়ে
কেৱল বোৱাব জানে
করুণাৰ ধাৰ । [ মন্ত্ৰীৰ প্ৰবেশ ]

মন্ত্ৰী : প্ৰভু !

দক্ষ : কি সম্বাদ মন্ত্ৰী, যজ্ঞৰ আয়োজন শেষ হৈছেনে ?

মন্ত্ৰী : প্ৰায় শেষ মহাৰাজ । মাত্ৰ এটা কথাৰ কাৰণেহে চিন্তিত হবলগীয়া হৈছে ।

দক্ষ : চিন্তিত হবলগীয়া কি এনে কথা আছে মন্ত্ৰী ?

মন্ত্ৰী : শিৱক যজ্ঞলৈ নিমন্ত্ৰণ নকৰাত কিছুমান প্ৰজাক অসন্তুষ্ট হোৱা যেন দেখা গৈছে ।

দক্ষ : প্ৰজাক কৈলাসৰ ভূত-প্ৰেতে পালে নেকি মন্ত্ৰী ?

মন্ত্ৰী : প্ৰজাই কয় ; শিৱক যজ্ঞৰ ভাগ নিদিয়াতো মহাৰাজৰ পক্ষে সমীচীন হোৱা নাই । তেওঁ যজ্ঞেশ্বৰ, দেবাদিদেৱ মহাদেৱ ।

দক্ষ : যজ্ঞেশ্বৰ ! দেবাদিদেৱ !!
মহাদেৱ !
প্ৰজাক সুধিবা মন্ত্ৰী
দাৰিদ্ৰ্যৰ লাওখোলা
ভিক্ষাজুলি লোৱা
শ্মশানে শ্মশানে ঘূৰা

পাগল শঙ্কৰ
কোনদিনা দেবাদিদেৱ
মহাদেৱ হ'ল ?
আৰু কবা, শিৱক যজ্ঞৰ ভাগ দিয়া নিদিয়াতো প্ৰজাপতিৰ ইচ্ছা, তাত প্ৰজাৰ হস্তক্ষেপ কৰিবৰ অধিকাৰ নাই।

মন্ত্ৰী : তেতিয়া অসন্তুষ্ট প্ৰজাই যদি নিমন্ত্ৰণ ৰক্ষা নকৰে মহাৰাজ ?

দক্ষ : যদি নিমন্ত্ৰণ নকৰে তেন্তে দক্ষৰ একো ক্ষতি নহয়। যি ঘৰত সৃষ্টিকৰ্ত্তা মোৰ পিতা স্বয়ং ব্ৰহ্মা উপস্থিত থাকিব, যি ঘৰলৈ সৃষ্টিৰ পালক বিষ্ণু আহিব, সৰগৰ দেৱতামণ্ডলী লগত লৈ দেৱৰাজ ইন্দ্ৰ আহিব, যি যজ্ঞ ত্ৰিদিবৰ ঋষি-মুনিসকলে মুখৰিত কৰি তুলিব, সেই যজ্ঞলৈ এমুঠি বিবেকবিহীন প্ৰজা নাহিলে দক্ষৰ একো ক্ষতি নহয়। নহয়—নহয় মন্ত্ৰী, তথাপি প্ৰজাক ইমান স্বেচ্ছাচাৰী হবলৈ নিদিওঁ।
নগৰে নগৰে কৰা ঘোষণা প্ৰচাৰ
উপেক্ষা কৰিব যেয়ে
যজ্ঞ নিমন্ত্ৰণ
পালিব লাগিব সেয়ে
দণ্ড নিৰ্ব্বাসন।

মন্ত্ৰী : যি আদেশ। এতিয়া বিদায় মাগিছো মহাৰাজ।

দক্ষ : যোৱা মন্ত্ৰী, মনত ৰাখিবা যজ্ঞৰ মঙ্গল নিৰ্ভৰ কৰিছে তোমাৰ ওপৰত। [ মন্ত্ৰীৰ প্ৰস্থান ]

দক্ষ : বাদ্যকৰ !

বাদ্যকৰ : [ নেপথ্যত ] প্ৰভু !

দক্ষ : যন্ত্ৰ সঙ্গীত।

[ ভিতৰত যন্ত্ৰসঙ্গীত চলে, দক্ষই পদচালনা কৰি থাকে হঠাৎ চিঞৰি উঠি কয় ]

দক্ষ : বাদ্যকৰ !

বাদ্যকৰ : [ নেপথ্যত ] প্ৰভু !
দক্ষ : স্তব্ধ কৰ ।

— x —

॥ কৈলাস ॥ [ শিৱ আৰু সতী ]

সতী : ভাবি চাওক ভোলানাথ, পিতৃগৃহ সন্তানৰ কাৰণে সদায় উন্মুক্ত । নিমন্ত্ৰণৰ আৱশ্যক নাই নাথ । নিমাত্তে থাকিল কিয় ? দিয়ক মোক যাবলৈ অনুমতি দিয়ক ।

শিৱ : অনুমতি ? সতী, দক্ষৰ কনিষ্ঠা কন্যা তুমি । এদিন আছিলা স্নেহৰ পুতলী । দাক্ষায়নী, এনে এদিনো আছিল যিদিনা তোমাক ক্ষন্তেকৰ কাৰণে নেদেখিলে প্ৰজাপতি ব্যাকুল হৈছিল । কিন্তু সেই স্নেহৰ বান্ধ ছিগি গ'ল ; প্ৰাণৰ আকুলতা আঁতৰি গ'ল । যিদিনা তুমি ত্ৰিলোকৰ শ্ৰেষ্ঠ দেৱসমাজ উপেক্ষা কৰি এই ভূত প্ৰেতৰ সহচৰ শঙ্কৰক পতিৰূপে বৰণ কৰিলা, প্ৰিয়ে, সন্তানৰ কাৰণে পিতৃগৃহ উন্মুক্ত সঁচা, কিন্তু সতীৰ কাৰণে প্ৰজাপতিৰ গৃহদ্বাৰ ৰুদ্ধ ।

সতী : সন্তান পিতাৰ কাষত যিমানেই অপৰাধী হওক এবাৰ পিতা বুলি মাতিলে সকলো ক্ৰোধ, সকলো অভিমান পাহৰি যায় প্ৰভু । কওক প্ৰভু মোক যাবলৈ অনুমতি দিছে ?

শিৱ : যি যজ্ঞৰ উদ্দেশ্য শিৱনিন্দা, সেই ঘৰলৈ তোমাক, পতিপ্ৰাণা তুমি, কোন সতেৰে বিদায় দিম ?

সতী : সতীৰ সন্মুখত পিতাই পতিনিন্দা কৰিব নোৱাৰে প্ৰভু ।

শিৱ : যদি কৰে ?

সতী : যদি কৰে প্ৰতিবাদ কৰিম ।

শিৱ : বাদ-প্ৰতিবাদৰ আৱশ্যক নাই দাক্ষায়নী, প্ৰজাপতিয়ে যজ্ঞ পাতিছে, সেই যজ্ঞত অশান্তি সৃষ্টি কৰিবৰ আমাৰ অধিকাৰ কি ? আৰু ভাবি চোৱা প্ৰিয়ে, ত্ৰিলোকৰ সন্মুখত মোক হেয় প্ৰতিপন্ন কৰিবলৈ এই শিৱহীন যজ্ঞৰ আয়োজন । শিৱৰ

অৰ্দ্ধাঙ্গিনী তুমি, তুমি যদি সেই যজ্ঞত উপনীত হোৱা, প্ৰজাপতিৰ উদ্দেশ্য, যজ্ঞৰ উদ্দেশ্য যে ব্যৰ্থ হব।

সতী : বুজিছো ভোলানাথ, পিতাৰ ওপৰত ক্ৰোধ ৰাখি আপুনি মোক এই যজ্ঞলৈ যাবলৈ দিয়া নাই। কিন্তু মই কি দোষ কৰিলো ভোলানাথ ?

শিৱ : সতী সতী, অভিমান নকৰিবা। বিশ্বাস কৰা প্ৰিয়ে। প্ৰজাপতিৰ ওপৰত এই ভিক্ষাৰীৰ লেশমাত্ৰও ক্ৰোধ নাই, আৰু তুমি

প্ৰাণৰ প্ৰদীপ মোৰ
পূজাৰ গোঁসানী
বনবাসী শঙ্কৰৰ
তুমি ধ্যান, জ্ঞান

তোমাৰ ওপৰত কি ক্ৰোধ কৰিম প্ৰিয়ে ?

সতী : তেন্তে মোক যাবলৈ অনুমতি নিদিয়ে কিয় ?

শিৱ : পতিনিন্দা যে তুমি সহ্য কৰিব নোৱাৰিবা প্ৰিয়ে।

সতী : [খঙেৰে] ভোলানাথ, প্ৰজাপতি দক্ষ পাষাণ নহয়।

শিৱ : ক্ৰোধ সম্বৰণ কৰা দেৱী, শিৱক ক্ষমা কৰা।

সতী : দিয়ক মহেশ্বৰ, মোক যাবলৈ দিয়ক।

শিৱ : নিয়তিয়ে নিৰ্ম্মম হাতেৰে
কৰিলে যি বিধি প্ৰণয়ন
সেই বিধি, সত্য শুদ্ধ
সিযে অখণ্ডন।
দেৱী, দেৱী
দুৰু দুৰু কঁপে প্ৰাণ
মহা ভৈৰৱৰ
তথাপি তোমাৰ প্ৰিয়ে
বাসনা অপূৰ্ণ ৰখা
অসাধ্য শিৱৰ।
নন্দী—নন্দী

নন্দী : [ নেপথ্যত ] প্ৰভু !
শিৱ : বিজয়া, বিজয়া আজি
দেৱী যায়, দেৱী যায়
শিৱলোক ত্যাজি ।

— x —

॥ দাক্ষালয়ৰ এটি কোঠা ॥

[ প্ৰসূতি আৰু নাৰদে কথা পাতি সোমাই আছে ]

প্ৰসূতি : দেৱৰ্ষি, আপুনি কৈলাসত সঁচাকৈয়ে সোমাইছিলনে ?

নাৰদ : সোমাইছিলো আই ।

প্ৰসূতি : যজ্ঞলৈ নিমন্ত্ৰণ নকৰাৰ বাবে সতীয়ে বেজাৰ কৰিছিল নেকি দেৱৰ্ষি ?

নাৰদ : বেজাৰৰ কথা আৰু কি ক'ম আই ! দাক্ষায়নীৰ অৱস্থা দেখি মোৰ নিৰস চকুতো পানী ওলাব খুজিছিল ।

প্ৰসূতি : দেৱৰ্ষি, আপুনি এবাৰ মহাৰাজক কওকচোন, আপুনি ক'লে মহাৰাজে কিজানি শিৱক নামাতিলেও সতীক যজ্ঞলৈ মাতেই ।

নাৰদ : আই, মহাৰাজক কবলৈ বাকী ৰখা নাই । কিন্তু কি হব ? মহাৰাজে কৈলাসৰ নামেই শুনে । হওঁতে মহাৰাজৰ খঙ উঠিবৰ কথাই । ভৃগুযজ্ঞত জানো কম অপমানতো পালে ।

প্ৰসূতি : ভৃগুযজ্ঞত ভোলানাথে আসন ত্যাগ কৰি অভিবাদন নকৰাত মহাৰাজে যি অপমান পালে, সেই যজ্ঞতে মহাৰাজে শিৱক বেছি অপমান কৰিলে ।

নাৰদ : কৰক, মহাৰাজ যে প্ৰজাপতি ।

প্ৰসূতি : প্ৰজাপতি হলেও মহাৰাজে শিৱৰ প্ৰতি অন্যায় বিচাৰ কৰিছে দেৱৰ্ষি ।

দক্ষ : ( নেপথ্যত ) হে ৰাজেন্দ্ৰানী
দক্ষই কৰিছে যদি
অন্যায় বিচাৰ
বিধান নকৰা কিয়
যোগ্য দণ্ড তাৰ ।

নাৰদ : মহাৰাজৰ বিশ্ৰামত ব্যাঘাত জন্মিছে। বিদায় মাগিছো আই।

প্ৰসূতি : য'ক দেৱৰ্ষি। [ প্ৰস্থান ]

[ গীত গাই গাই নাৰদৰ প্ৰস্থান ]

— x —

॥ যজ্ঞমণ্ডপৰ এফাল ॥

[ দক্ষ, নাৰদ আৰু মন্ত্ৰী থিয় হৈ কথা পাতি আছে। এনেতে দূৰত কাৰোবাৰ জয়ধ্বনি হয়। যজ্ঞ চলি থাকে। ]

দক্ষ : মন্ত্ৰী ! দূৰত অস্ফুট জয়ধ্বনি শুনিছো, বোধকৰো দেৱলোকৰ-পৰা কোনো শ্ৰেষ্ঠ দেৱতা আহি সিংহদ্বাৰৰ কাষ চাপিছেহি। যোৱা মন্ত্ৰী, সসম্ভ্ৰমে লৈ আহাগৈ।

মন্ত্ৰী : যি আজ্ঞা ! [প্ৰস্থান ]

দক্ষ : নাৰদ, অভ্যাগতৰ অভ্যৰ্থনাৰ যেন কোনো ত্ৰুটি নহয়।

নাৰদ : সেই বিষয়ে আপুনি নিশ্চিন্ত হৈ বহি থাকক মহাৰাজ।

দক্ষ : মন কৰিছানে নাৰদ, পিতাক আজি অলপ অপ্ৰসন্ন যেন দেখা গৈছে। [ মন্ত্ৰীৰ প্ৰবেশ ]

মন্ত্ৰী : মহাৰাজ, মহাৰাজ, দেৱতা নহয়, দেৱতা নহয়।

দক্ষ : তেন্তে কোন মন্ত্ৰী ?

মন্ত্ৰী : আপোনাৰ কনিষ্ঠা কন্যা সতী।

দক্ষ : [বিচলিত হৈ ] সতী ! সতী ! [ সতীৰ প্ৰবেশ ]

সতী : পিতা !

দক্ষ : [ অধৈৰ্য্য হৈ ] নাৰদ, নাৰদ ! মন্ত্ৰী মন্ত্ৰী !

সতী : মই আহিছো পিতা। পিতা, নামাতে কিয় ? মোক দেখি আপোনাৰ খঙ উঠিছে ? কওক পিতা যদি মোৰ আগমনে আপোনাৰ অন্তৰত আঘাত দিছে ; মই বাহিৰে বাহিৰে কৈলাসলৈ উলটি যাওঁগৈ। আপোনাক মনোকষ্ট দিয়লৈ ইয়াত আৰু এখন্তেকো বৈ নাথাকো।

দক্ষ : তোক এই যজ্ঞলৈ আহিবলৈ কোনে কৈছিল সতী ?

সতী : কোনেও কোৱা নাই। স্বেচ্ছাই আহিছো।

দক্ষ : মিছা কথা। অপমানৰ হাত সাৰিবলৈ শিৱই তোক এই যজ্ঞলৈ পঠিয়াই দিছে।

সতী : স্বামীয়ে এই যজ্ঞলৈ আহিবলৈ বাৰণ কৰিছিল পিতা, কিন্তু মই —

দক্ষ : ভণ্ডৰ লগত পৰি সতী তয়ো ভণ্ডামি শিকিলি।

সতী : পিতা, কোন ভণ্ড ?

দক্ষ : কোন ভণ্ড ? ভাং, ধুতুৰাৰ নিচাত যি উন্মত্ত, ভূত-প্ৰেতৰ যি সহচৰ, শ্মশান যাৰ ঘৰ, তোৰ সেই দীন-দৰিদ্ৰ স্বামী।

সতী : পিতা, পিতা। মোৰ নিৰ্দ্দোষী স্বামীক, মোৰ দেৱতা স্বামীক তিৰস্কাৰ নকৰিব। স্বামীৰ নিষেধ নামানি বিনা নিমন্ত্ৰণে নিলাজী মই, আপোনাৰ চেনেহ বিচাৰি কৈলাসৰপৰা উধাতু খাই লৰি আহিছিলো। সকলো দোষ মোৰ। মই অপৰাধিণী। মোক তিৰস্কাৰ কৰক পিতা।

দক্ষ : তোক তিৰস্কাৰ কৰি আৰু লাভ কি ? যিদিনাই ত্ৰিলোকৰ সন্মুখত মোৰ উচ্চ শিৰ নত কৰি এটা নিশাচৰক, এটা কদাকাৰ প্ৰেতক—

সতী : পিতা, বাক্য সংযত কৰক। কৰুণাসাগৰ দেৱমহেশ্বৰ মোৰ কল্পতৰু স্বামী, প্ৰেত নহয়; প্ৰেত আপুনি।

দক্ষ : নীচ হেয়, নগ্ন ভিক্ষাৰী পত্নীৰ ইমান অহঙ্কাৰ ! এই মুহূৰ্ত্ততে তই এই যজ্ঞ পৰিত্যাগ কৰ !

সতী : যাওঁ পিতা, যজ্ঞ কিয় ? আপোনাৰ দৃষ্টিৰপৰা, এই পাপ জগতৰপৰা, য'ত শিৱনিন্দা হয়, মোৰ স্বামীৰ নিন্দা হয়, চিৰ-দিনৰ কাৰণে আঁতৰি যাওঁ। পিতা ! আপোনাৰ শোণিতজাত এই দেহ, যি দেহ ধাৰণ কৰি মোৰ চিৰপূজ্য, চিৰআৰাধ্য পতিৰ নিন্দা শুনিলো, সেই কলুষিত দেহ ধাৰণ নকৰো। যাওঁ পিতা, আশীৰ্ব্বাদ কৰিব জন্ম-জন্মান্তৰে যেন আপোনাৰ

শত্ৰু আপোনাৰ চক্ষুশূল মহেশ্বৰক পতিৰূপে লাভ কৰিব পাৰো। বিশ্বনাথ প্ৰভু!

[ সতীৰ দেহত্যাগ আৰু লগে লগে বিজুলী ঢেৰেকনিয়ে প্ৰলয়ৰ সৃষ্টি কৰে। ভীষণ মূৰ্ত্তি ধাৰণ কৰি ভূত-প্ৰেতবোৰে যজ্ঞ নষ্ট কৰিবলৈ লৰি অহাৰ শব্দ ]

মন্ত্ৰী : মহাৰাজ, মহাৰাজ ! অতৰ্কিতে শিলাবৃষ্টি, মেঘ গৰ্জ্জন হৈছে। প্ৰতি পলে পলে বজ্ৰ পৰিছে। ভীষণ মূৰ্ত্তি ধৰি অগণন ভূত-প্ৰেত যজ্ঞ নষ্ট কৰিবলৈ লৰি আহিছে। উপায় কৰক মহাৰাজ, উপায় কৰক।

দক্ষ : কোনো ভয় নাই মন্ত্ৰী। একাদশ ৰুদ্ৰ যাৰ ভৃত্য, এক ৰুদ্ৰৰ অনুচৰে সেই প্ৰজাপতিৰ যজ্ঞ নষ্ট কৰিব নোৱাৰে।

মন্ত্ৰী : প্ৰভু ! দেৱতাসকলকো যজ্ঞত্যাগ কৰিবলৈ উদ্যোগ কৰা দেখা গৈছে।

দক্ষ : কিয় ? ভূত-প্ৰেতৰ ভয়ত ? হাঃ হাঃ হাঃ মন্ত্ৰী, তুমি উন্মাদ।

[ প্ৰসূতিৰ প্ৰবেশ ]

প্ৰসূতি : মন্ত্ৰী উন্মাদ নহয় মহাৰাজ। উন্মাদ আপুনি আপোনাৰ উন্মাদনাৰ কাৰণেই মোৰ সতীয়ে, মোৰ প্ৰাণাধিক কন্যাই মৃত্যুবৰণ কৰিলে, কি কৰিলে মহাৰাজ ? মোৰ নয়নৰ মণি প্ৰাণৰ পুত্তলীক পিতা হৈ কেনেকৈ হত্যা কৰিলে ?

দক্ষ : ৰাণী, তোমাৰ বিননি শুনাবলৈ মই ত্ৰিলোকবাসীক নিমন্ত্ৰণ কৰি অনা নাই। যোৱা অন্তেষপুৰলৈ যোৱা। অশ্বিনী, ৰোহিণী কোন ক'ত আছ, এই উন্মাদিনীক লৈ যা—।

শিৱ : [ নেপথ্যত ] নাৰদ, নাৰদ !

ক'ত মোৰ প্ৰাণপ্ৰিয়া

পূজাৰ গোঁসানী ?

[ শিৱৰ প্ৰবেশ, দক্ষ-প্ৰসূতিৰ প্ৰস্থান ] [ ভিতৰত ভীষণ শব্দ ]

শিৱ : আছ ! এয়ে, মোৰ প্ৰাণৰ ঈশ্বৰী ! ভূমিলুণ্ঠিতা, চেতনাহীনা,

মুক্তকেশী সুবর্ণ প্রতিমা ! সতী । সতী !! উঠ, উঠ, উঠ, প্রিয়ে, চা তোৰ কাষলৈ তোৰ পাগল স্বামী আহি আছিছে, এবাৰ মাত সতী । এবাৰ ভোলানাথ বুলি মাত ! নামাত ? তেন্তে, তেন্তে তই মোক এৰি সঁচাকৈয়ে গুচি গলি । এই ভিক্ষাৰীৰ বুকু ভাঙি এই দীন দৰিদ্ৰক মহাশ্মশানত অকলশৰীয়া কৰি গুচি গলি ? এদিন তয়েই মোৰ সম্মুখত দিগম্বৰীবেশে কালী, অন্তৰীক্ষত তাৰা, দক্ষিণত ছিন্নমস্তা, বামত ভুবনেশ্বৰী, অগ্নিকোণত ধূমাবতী, নৈঋতত সুন্দৰী, বায়ুকোণত মাতঙ্গী আৰু ঈশান কোণত ভৈৰবী ৰূপ ধৰি যি দশোদিশ উদ্ভাসিত কৰিছিল— আজি সেই সকলো আন্ধাৰ কৰি মোক দিক্‌হাৰা কৰি ক'লৈ গুচি গলি ?

[ মূৰৰ চুলি ছিঙি দলি মাৰি কয় ]

বীৰভদ্ৰ ! বীৰভদ্ৰ !!
যি দস্যুৰ বাক্যাগ্নিত
দগ্ধ সতী প্ৰাণ
যি যজ্ঞত আজি মোৰ
দেৱী অন্তৰ্দ্ধান
সেই যজ্ঞ ধ্বংস কৰ
মুণ্ডচ্ছেদ কৰ পাষণ্ডৰ ।

[ চাৰিওফালে ভীষণ শব্দ হবলৈ ধৰে । ভূত-প্ৰেতবোৰৰ চিঞৰবাখৰ । যজ্ঞ ধ্বংস কৰাৰ শব্দ । আউলী বাউলী হৈ প্ৰসূতিৰ প্ৰবেশ । প্ৰসূতিৰ লগে লগে নাৰদৰো প্ৰবেশ ]

প্ৰসূতি : ভোলানাথ, ভোলানাথ, অভাগিনী মই ভিক্ষা মাগিছো, স্বামীৰ প্ৰাণ ভিক্ষা দিয়া ।

শিৱ : স্বামীৰ প্ৰাণ ? দক্ষৰ প্ৰাণ ! সতীহন্তাৰ প্ৰাণ ?

প্ৰসূতি : দিয়া মহেশ্বৰ ভিক্ষা দিয়া ।

শিৱ : আই !

ভস্ম হ'ল দক্ষ শিৰ

যজ্ঞ অগণিত,

দক্ষৰ স্কন্ধত অজমুণ্ড সংযোগ কৰা। সতী, সতী, অভিমানিনী! অভিমান এৰ। উঠ, আহ কৈলাসলৈ যাওঁ। মোৰ ভগা পঁজালৈ যাওঁ। নুঠিলি? তেন্তে, তেন্তে মই তোক বলেৰে নিম। তোক কান্ধত তুলি ত্ৰিভুবন ঘূৰিম। প্ৰিয়া প্ৰিয়া বুলি বুকু ভাঙি ভাঙি কান্দিম। চাওঁ তই মাত নে নেমাত? অভিমান এৰ নে নেৰ? [ খন্তেক নিৰৱতা ]

নাৰদ : প্ৰভু, প্ৰভু! ক্ষান্ত হওক। কৃপা কৰি যি দক্ষক প্ৰাণদান দিছে—সেই দক্ষৰ প্ৰতি প্ৰসন্ন হৈ যজ্ঞৰ ভাগ গ্ৰহণ কৰক।

শিৱ : নাৰদ! নাৰদ!!

তুলি ললো প্ৰাণ প্ৰিয়া

দেৱীৰ প্ৰতিমা

দেৱীৰ পূজাৰী মই

দেৱী পূজা আগ

বিল্বমূলে সমৰ্পিবা

মোৰ যজ্ঞভাগ।

ব'ল, ব'ল, সংজ্ঞাহীনা, নিদ্ৰিতা প্ৰেয়সী, ত্যাজি এই দক্ষপুৰী, ত্যাজি কোলাহল, জনসমাগম, ব'ল ব'ল যাওঁ ক'ত আছে নিৰ্জ্জন বিচাৰি

সেই নিৰ্জ্জনত

সেই নিৰলাত সতী

তোৰ মুখখনি তুলি

এবাৰ মাতিবি প্ৰিয়ে

ভোলানাথ বুলি।



# হৰিশ্চন্দ্ৰ (নাটিকা)

## ১ম দৃশ্য

॥ নদীতীৰ ॥

সময় : সন্ধ্যা

[ কুলু কুলু কৰি নৈ বৈ আছে ]

হৰিশ্চন্দ্ৰ : এটা সামান্য মৃগ, অথচ সিয়েই মোক পৰিশ্ৰান্ত কৰি পথভ্ৰষ্ট কৰালে। ইমান দূৰ খেদি আহি আহি শেষত তাকো হেৰুৱালো; আন্ধাৰৰ লগে লগে অৰণ্যত অদৃশ্য হৈ গ'ল। যাওক, সঙ্গীদল নাহে মানে মৃদু মলয়ামুগ্ধ এই তটিনীৰ তীৰতে অলপ বিশ্ৰাম লওঁ। [বহে]
দ্বিপ্ৰহৰ পৰিশ্ৰমতে ক্লান্ত, অংশ শৰীৰ মোৰ। কিন্তু এই তটিনীৰ তৰঙ্গমালাই কত সহস্ৰ সহস্ৰ প্ৰহৰ, কতদিন, কতযুগ ধৰি অবিৰাম গতিৰে অক্লান্তভাৱে অনন্তৰ লগত সুৰ মিলাই অসীমক আঁকোৱালি ধৰিবলৈ লৰি গৈছে। সৃষ্টিৰ কি বিচিত্ৰ লীলা !

[দূৰত নিয়তিৰ গীত]

কাৰ কপালত কুহকী হাতেৰে
কি লেখা লেখিছা কোনে জানে,
কোন ভূপকৰ সকলো হৰিছো
ভিক্ষাৰী কৰিছো কোনে জানে ?

হৰিশ্চন্দ্ৰ : [গীতৰ শেষত সাৰ পোৱাদি] ইকি ! ইমান পৰে নিদ্ৰামগ্ন হৈ ইয়াতে পৰি আছিলো ! নাই, আৰু সঙ্গীদলক অপেক্ষা কৰিব নোৱাৰি। কোনে জানে এই বিজন অৰণ্যৰ কিমান আঁতৰত তেওঁলোক।

[নেপথ্যত : ৰক্ষা কৰা, ৰক্ষা কৰা, অবলাক ৰক্ষা কৰা।]

হৰিশ্চন্দ্ৰ : অবলাৰ আৰ্ত্তনাদ ! মাতৃস্বৰূপা ৰমণীৰ করুণ বিননি !
ভয় নাই, ভয় নাই নাৰী
যেয়ে হোৱা
প্ৰয়োজন হয় যদি
তুচ্ছ কৰি প্ৰাণ
অযোধ্যাপতিয়ে নিজে
কৰিব তোমাক আজি
সাহায্য প্ৰদান । (প্ৰস্থান)

o o o

(পুনৰ—"কাৰ কপালত কুহকী হাতেৰে")

* * *

## ২য় দৃশ্য

দেৱকন্যা : উস কোনো নাই
অবলাক ৰক্ষা কৰোতা কোনো নাই ।
( দূৰৰপৰা হৰিশ্চন্দ্ৰ )

হৰিশ্চন্দ্ৰ : ধৰ্ম্ম আৰু অধৰ্ম্মৰ জ্ঞান আছে যাৰ
আতুৰক ত্ৰাণ কৰা আদি ধৰ্ম্ম তাৰ ।
কোন তোমালোক ?

১ম দেৱকন্যা : সুদৃঢ় লতাৰ বান্ধে, বান্ধিছে আমাক
আছে যদি অন্তৰত উৎস করুণাৰ
লতা কাটি মুক্ত কৰা তিনি বিপন্নাক ।

হৰিশ্চন্দ্ৰ : কোৱা, কোন দুৰ্বৃত্তই
বান্ধিছিলে কামিনীক
কাপুরুষ হৈ ।

২য় দেৱকন্যা : অনাহাৰে, উপবাসে
জৰ্জ্জৰিতা আমি,
প্ৰশ্ন পৰিহাৰ কৰি
হে মতিমান,
কৰা আগে আমাক উদ্ধাৰ ।

হৰিশ্চন্দ্ৰ : সেয়ে হওঁক
ছিন্ন কৰো বন্ধন লতাৰ
[হৰিশ্চন্দ্ৰই তিনিওৰে হাতৰ লতাৰ বান্ধ কাটি দিয়ে।
দেৱকন্যাৰ অন্তৰ্ধান]

হৰিশ্চন্দ্ৰ : ইকি ! ইকি !
মায়াপীৰ অপূৰ্ব্ব ছলনা
ছদ্মবেশী ৰমণীৰ
ঘোৰ প্ৰতাৰণা ।
প্ৰহেলিকাময়ী নাৰী,
মায়াৰ পুতলী হৈ
পলকতে ছাঁয়াত লুকাল,
ইকি ! ইন্দ্ৰজাল ইন্দ্ৰজাল ।
[ দূৰৰপৰা বিশ্বামিত্ৰ ]

বিশ্বামিত্ৰ : হৰিশ্চন্দ্ৰ ! হৰিশ্চন্দ্ৰ !

হৰিশ্চন্দ্ৰ : কোন ? অ' কুহকিনী ?
শিৰে জটা, কৰে কমণ্ডলু
ললাটে চন্দন তিলক,
ভস্ম আচ্ছাদিত তনু
গলে কিয় ৰুদ্ৰাক্ষৰ মালা ?

বিশ্বামিত্ৰ : ক্ষত্ৰকুলাধম হৰিশ্চন্দ্ৰ, বিশ্বামিত্ৰক
অৱজ্ঞা কৰিছ, বিশ্বামিত্ৰৰ
ব্ৰহ্মতেজ উপেক্ষা কৰিছ ।
আজি তোক...... .... ।

হৰিশ্চন্দ্ৰ : প্ৰভু, প্ৰভু অজ্ঞানকৃত অপৰাধৰ
কাৰণে দাসক ক্ষমা কৰক ।

বিশ্বামিত্ৰ : শিষ্টাচাৰত বিশ্বামিত্ৰ ভোল নেযায় ।
ক কোন অধিকাৰত ত্ৰিবিদ্যাক মুক্ত
কৰি দিলি ?

হৰিশ্চন্দ্ৰ : ত্রি বিদ্যাক মই মুক্ত কৰিলো ?

বিশ্বামিত্ৰ : হয়, তই কৰিছ। সৃষ্টি, স্থিতি আৰু প্ৰলয় কীৰ্ত্তি, ত্রিবিদ্যাক যজ্ঞ কুণ্ডত ভস্ম কৰি নতুন সৃষ্টি কৰিবলৈ তপস্যা কৰিছিলো। মন্ত্ৰৰ বলেৰে তপোবনত বন্দী কৰি ৰখা সেই ত্রিবিদ্যাক মুক্ত কৰি, ক দুৰাত্মা কিয় মোৰ তপস্যা ব্যৰ্থ কৰিলি ?

হৰিশ্চন্দ্ৰ : প্ৰভু, আপোনাৰ বিপক্ষাচৰণ কৰা এই দাসৰ উদ্দেশ্য নহয়। ৰমণীৰ করুণ বিননি শুনি, ত্রিবিদ্যা বুলি নেজানি লতাৰ বান্ধোনৰপৰা তেওঁলোকক মুক্ত কৰিছো মাত্ৰ। আতুৰক ৰক্ষা কৰাই যে ৰাজধৰ্ম্ম।

বিশ্বামিত্ৰ : অ, তুমি ৰাজধৰ্ম্ম পালন কৰিলা। বাৰু, কোৱাচোন ৰজা, ৰাজধৰ্ম্ম কি ?

হৰিশ্চন্দ্ৰ : সজ ব্ৰাহ্মণ আৰু দৰিদ্ৰক দান কৰা, আতুৰক ত্ৰাণ কৰা আৰু শত্ৰুৰ লগত যুদ্ধ কৰাই ৰাজধৰ্ম্ম।

বিশ্বামিত্ৰ : উত্তম, ক্ষত্ৰিয় হৈও তপস্যাৰ বলত যি বিশ্বামিত্ৰই ব্ৰহ্মত্ব লাভ কৰিছে, আজি সেই বিশ্বামিত্ৰ তোমাৰ দানপ্ৰাৰ্থী। দিয়া মহাৰাজ মোৰ যোগ্যতা অনুসৰি মোক দান দিয়া।

হৰিশ্চন্দ্ৰ : হে ঋষিৰাজ, অতি ভাগ্যৱান মই। কওঁক প্ৰভু কি আপোনাৰ বাঞ্চনীয় ?

বিশ্বামিত্ৰ : বিনা প্ৰতিজ্ঞাত বিশ্বামিত্ৰ প্ৰত্যয় নেযায়। প্ৰতিজ্ঞা কৰা মহাৰাজ, মোৰ প্ৰাৰ্থনা পূৰ্ণ কৰিম বুলি।

হৰিশ্চন্দ্ৰ : প্ৰতিজ্ঞা কৰিছো ঋষিৰাজ।

বিশ্বামিত্ৰ : উত্তম ! তেন্তে হে ক্ষত্ৰিয় কুলমণি অযোধ্যাপতি, যথা-সময়ত আপোনাৰ ৰাজদ্বাৰত দান গ্ৰহণৰ কাৰণে বিশ্বামিত্ৰ উপনীত হ'ব। বিদায় মহাৰাজ।

হৰিশ্চন্দ্ৰ : ঋষিৰাজৰ যেনে অভিৰুচি।

বিশ্বামিত্ৰ : ( স্বগতঃ ) হৰিশ্চন্দ্ৰ, নিৰ্ব্বোধ ক্ষত্ৰিয়, পৰীক্ষাৰ কাৰণে প্ৰস্তুত হ।

* * * *

৩য় দৃশ্য

[ অযোধ্যাৰ ৰাজ প্ৰাসাদ ]

১ম বিষয়া : ৰাজসভালৈ আজি মহাৰাজ নোলাবনে কি মন্ত্ৰী ডাঙৰীয়া।

মন্ত্ৰী : ওলাবৰ কথা আছিল। কিন্তু এই অলপ আগতে বাতৰি পাইছো, মহাৰাজৰ শৰীৰ অসুস্থ, আতে উপবাসীও।

১ম বিষয়া : উপবাসী কিয় ?

মন্ত্ৰী : আজি যে পূৰ্ণিমা [ দুৱৰীৰ প্ৰবেশ ]

দুৱৰী : বিশ্বামিত্ৰ ঋষি মহাৰাজৰ দৰ্শনপ্ৰাৰ্থী।

মন্ত্ৰী : বিশ্বামিত্ৰ ঋষি মহাৰাজৰ দৰ্শনপ্ৰাৰ্থী ? মহাৰাজ যে অসুস্থ ! উপবাসীও।

[ হৰিশ্চন্দ্ৰৰ লগে লগে বিশ্বামিত্ৰৰ প্ৰবেশ ]

হৰিশ্চন্দ্ৰ : যদিওবা উপবাসী
যদিওবা অসুস্থ শৰীৰ
গবাক্ষ পথেদি দেখি
ঋষি আগমন
সুস্থিৰে আছিছো মন্ত্ৰী।
কৰো বুলি মহৰ্ষিৰ পূজা আয়োজন। আহক প্ৰভু ! আসন গ্ৰহণ কৰক। মন্ত্ৰী, পাদ্যঅৰ্ঘ আনা।

বিশ্বামিত্ৰ : দান প্ৰাৰ্থী আজি মই
ভিক্ষাৰী ব্ৰাহ্মণ,
পাদ্য, অৰ্ঘ্য আসনৰ
নাই প্ৰয়োজন,
কওঁক ৰাজন, কৰিবনে
প্ৰতিজ্ঞা পালন ?

হৰিশ্চন্দ্ৰ : যি সত্য প্ৰতিজ্ঞাত চলে সৃষ্টি ৰথ
*সেই সত্য, প্ৰভু মোৰ, জীৱনৰ পথ।*

বিশ্বামিত্ৰ : তেন্তে হে ৰাজন
আপুনি শাসন কৰা
সমগ্ৰ পৃথিৱী,
মণি, মুক্তা, অৰ্থ গজ
ঐশ্বৰ্য্য ভাণ্ডাৰ
ৰথ ৰথী আৰু যিবা
আছে আপোনাৰ ।
মাত্ৰ পত্নী, পুত্ৰ নিজ দেহা
আৰু নিজ ধৰ্ম্মবাদে
সকলোটি আজি মোক কৰোক
অৰ্পণ ।

হৰিশ্চন্দ্ৰ : শুদ্ধচিত্তে কৰিলো অৰ্পণ ।

বিশ্বামিত্ৰ : স্বস্তি, মহাৰাজৰ জয় হওক ।
মহাৰাজ দানৰ দক্ষিণা ?

হৰিশ্চন্দ্ৰ : অবিলম্বে আনা মন্ত্ৰী
সপ্তকোটি স্বৰ্ণমুদ্ৰা
ৰাজভঁড়ালৰ

মন্ত্ৰী : যিবা আদেশ [ প্ৰস্থানোদ্যত ]

বিশ্বামিত্ৰ : সাৱধান মন্ত্ৰী, সত্যাশ্ৰয়ী হৰিশ্চন্দ্ৰ, ৰাজ ঐশ্বৰ্য্য সকলো এবাৰ মোক প্ৰদান কৰি আকৌ মোৰ ভঁড়ালৰপৰা দক্ষিণা দিব খুজিছা ? ই তোমাৰ কেনে আচৰণ ? মই স্পষ্টকৈ জানিব খুজিছো, তুমি যি দান কৰিলা আজিৰ পৰা সেই দানৰ কোন অধিকাৰী ?

হৰিশ্চন্দ্ৰ : মহৰ্ষি বিশ্বামিত্ৰ !

বিশ্বামিত্ৰ : তোমাত বিশ্বাস কি ? নাই তোমাত বিশ্বাস নাই । তুমি এই মুহূৰ্তে তোমাৰ ভাৰ্য্যা পুত্ৰ লগত লৈ, দৰিদ্ৰ বেশেৰে মোৰ ৰাজ্য পৰিত্যাগ কৰা । কোৱা, কৰিবানে নকৰা এই মুহূৰ্ত্তে ?

হৰিশ্চন্দ্ৰ : কৰিম প্ৰভু ! মন্ত্ৰী, মন্ত্ৰী, অ' তুমিতো আৰু মোৰ মন্ত্ৰী নোহোৱা। যোৱা বন্ধু, যোৱা ভাই, মাতি আনা শৈব্যা আৰু ৰোহিতক মোক।

মন্ত্ৰী : প্ৰভু !

বিশ্বামিত্ৰ : কি মন্ত্ৰী ?

মন্ত্ৰী : হৰিশ্চন্দ্ৰ প্ৰভু মোৰ
নহয় আপুনি

বিশ্বামিত্ৰ : মন্ত্ৰী, উত্তপ্ত দেখিছো তোৰ
শোণিতৰ ধাৰ। জান কোন মই ?

হৰিশ্চন্দ্ৰ : বন্ধু, তোমাৰ প্ৰভু আৰু মই নহওঁ।
তোমাৰ প্ৰভু, প্ৰভু বিশ্বামিত্ৰ

[ মন্ত্ৰীৰ প্ৰস্থান ]

বিশ্বামিত্ৰ : জানিব পাৰোনে মহাৰাজ
ক'ত গৈ কৰিবা বসতি ?

হৰিশ্চন্দ্ৰ : কাশীধামত প্ৰভু [ শৈব্যা, ৰোহিতৰ প্ৰবেশ ]

শৈব্যা : নাথ !

হৰিশ্চন্দ্ৰ : আহা, শৈব্যা আহা,
প্ৰথমে প্ৰণাম কৰি
ঋষিৰ পদত,
পৰিত্যাগ কৰা প্ৰিয়ে
ৰাজ আভৰণ
তাৰ পিছত—
দৰিদ্ৰ বেশেৰে সাজি
ৰোহিতক বুকুত সাৱটি
বলা যাওঁ জনক জননী।
প্ৰভু, দাসে এতিয়া বিদায় মাগিছে।

বিশ্বামিত্ৰ : ঐ'বা মহাৰাজ, মোৰ প্ৰাপ্য দক্ষিণা নিদি ক'লৈ পলাব খুজিছা ?

হৰিশ্চন্দ্ৰ : প্ৰভু, যি আছিল সকলো আপোনাক অৰ্পণ কৰিলো অৰ্থ সংগ্ৰহৰ কাৰণে দাসৰ প্ৰতি সদয় হৈ এমাহৰ সময় দিয়ক ।

বিশ্বামিত্ৰ : তেন্তে সেয়ে হওঁক ।
এমাহৰ সময় দিলো ।
যোৱা মহাৰাজ আশীৰ্ব্বাদ কৰিছো,
স্বধৰ্ম্মত মতি থাওঁক ।
পথৰ কণ্টক দূৰ হওঁক ।

—নিয়তিৰ গীত—

আচলত ধৰা মোৰ আহা যাওঁ, আহা যাওঁ
অশ্ৰু নদীত সৌ পালতৰা আছে নাও ।
বিৰহৰ কুৰুৱাই নাও নিব বাই বাই
উঠি তাতে এটিবাৰ শোকৰ লহৰী চাওঁ ।

* * * *

৪র্থ দৃশ্য

[ কাশীৰ বাটত ]

হৰিশ্চন্দ্ৰ : অনাহাৰে অনিদ্ৰাই তুমি ক্লান্ত হৈ পৰিছা, কিন্তু কি কৰিবা ? কাশীধাম নেপাও মানে আমাৰ আৰু বিশ্ৰাম ক'ত ?

ৰোহিত : আই, আই মোৰ বৰ পিয়াহ লাগিছে ।

হৰিশ্চন্দ্ৰ : পিয়াহ লাগিছে বাচা, শৈব্যা ৰোহিতক লৈ তুমি গছৰ ছাতে খন্তেক বহা । মই পানী বিচাৰি আনো ।
[ প্ৰস্থান ]

শৈব্যা : দয়ামঃয়, ই তোমাৰ কি লীলা ? ৰাজৰাজেশ্বৰৰ ৰাজ্য নিলা, ঐশ্বৰ্য্য নিলা, এমুঠি অন্নৰ কাৰণে দুৱাৰে দুৱাৰে ভিক্ষাৰী সাজিলা । আৰু কি কষ্ট আনিবা দয়াময় !
[ হৰিশ্চন্দ্ৰৰ প্ৰবেশ ]

হৰিশ্চন্দ্ৰ : শৈব্যা, শৈব্যা,
নাগৰিকে ক'লে মোক
এয়ে কাশীধাম ।
অদূৰতে পুণ্যব্ৰতী
আছে ভাগিৰথী
আহা শৈব্যা,
তাৰে পাৰতে বহি
জাহ্নবীৰ বিমল ধাৰেৰে
সিক্ত কৰো শুষ্ক কণ্ঠ
দুলালৰ মোৰ ।

শৈব্যা : নাথ, চাওকচোন চাওক । মোৰ সোণে কেনেকুৱাখন কৰিছে ।

হৰিশ্চন্দ্ৰ : ৰোহিত, ৰোহিত
ইকি ! শৈব্যা ।
পিপাসাত ৰোহিতৰ
চেতনা ৰহিত
দিয়া শৈব্যা,
ৰোহিতক মোক
উৰ্দ্ধশ্বাসে লৰি যাওঁ
উন্মাদৰ দৰে,
পাৰোঁ যদি, পাৰোঁ যদি
অৰ্দ্ধমৃত সন্তানক ৰক্ষা কৰো
শৈব্যা ঐ জাহ্নবীৰ এটুপী পানীৰে ।
[প্ৰস্থানোদ্যত, বিশ্বামিত্ৰৰ প্ৰবেশ]

বিশ্বামিত্ৰ : ক'লৈ পলাইছা মহাৰাজ ?
আজিয়েই মাহৰ শেষদিন ।
দিয়া মোৰ দক্ষিণা দিয়া ।

হৰিশ্চন্দ্ৰ : প্ৰভু, প্ৰভু
তৃষ্ণাত কাতৰ হৈ
অবোধ বালকে
দুচকু মুদিব খোজে
চিৰকাললৈ ।
অভাগা পিতৃয়ে তাক
দিওঁ বুলি ভাবিছিলো
মাথোন এটুপি পানী
নিৰস ওঁঠত, পলাব খোজা নাই
প্ৰভু ।

বিশ্বামিত্ৰ : ৰাজপুত্ৰ তৃষ্ণাত কাতৰ
কমণ্ডলু ভৰি মোৰ
আছে গঙ্গাজল ।
লোৱা মহাৰাজ, তাৰে পুত্ৰৰ
তৃষ্ণা নিবাৰণ কৰা ।

[ কমণ্ডলু হৰিশ্চন্দ্ৰলৈ আগবঢাই দিয়ে। হৰিশ্চন্দ্ৰই ৰোহিতৰ মুখত পানী দিয়ে, ৰোহিতে চেতনা পায় ]

হৰিশ্চন্দ্ৰ : প্ৰভু, আপোনাৰ অপাৰ কৰুণা
পুত্ৰদান দিলে আজি
সঞ্জীৱনী ঢালি ।

ৰোহিত : আই, আই ।

শৈব্যা : বাচা ।

হৰিশ্চন্দ্ৰ : শৈব্যা, সুস্থ হ'ল তোমাৰ
সন্তান । নিয়া ৰোহিতক তোমাৰ
কাষলৈ নিয়া ।

শৈব্যা : আহ বাচা ।

বিশ্বামিত্ৰ : মহাৰাজ,
মেলানি মাগিব পাৰো
দিয়া যদি অঙ্গীকৃত
দানৰ দক্ষিণা ।

হৰিশ্চন্দ্ৰ : ঋষিৰাজ, এই আপোনাৰ আগ আগে আজি মাত্ৰ কাশী ওলাইছোহি । মোৰ দুৰ্ভাগ্য, আজিয়েই মাহৰ শেষৰ দিন । অৰ্থ সংগ্ৰহৰ কাৰণে আৰু কেইদিনমানৰ সময় দিয়ক প্ৰভু ।

বিশ্বামিত্ৰ : আৰু সময় লাগে ? দক্ষিণাৰ কাৰণে এমাহ সময় দিলো ; তাক অপব্যয় কৰি আকৌ সময় খুজিছা ? তুমি ধূৰ্ত্ত, প্ৰবঞ্চক মিথ্যাবাদী । শুনা হৰিশ্চন্দ্ৰ, মোক প্ৰবঞ্চনা নেলাগে, প্ৰতাৰণা নেলাগে, মোক লাগে দক্ষিণাৰ ধন । আৰু শুনা, আজিৰ ভিতৰত যদি তুমি মোক মোৰ দক্ষিণা নিদিয়া—তেন্তে ভূতপূৰ্ব্বঅযোধ্যাপতি, বিশ্বামিত্ৰৰ প্ৰতিজ্ঞা, বিশ্বামিত্ৰৰ তপোবল আৰু বিশ্বামিত্ৰৰ উত্তপ্ত ব্ৰহ্মতেজ দেখিবলৈ পাবা । [প্ৰস্থান]

হৰিশ্চন্দ্ৰ : শৈব্যা, শৈব্যা, ইহকাল যায় পৰকাল যায়, কি কৰো উস্ ।

— x —

— ৫ম দৃশ্য—

শৈব্যা : প্ৰভু, সত্যতকৈ এই সেৰিকা ডাঙৰ নহয় । দাসীক বিক্ৰী কৰি ঋষিৰ ঋণ পৰিশোধ কৰক ।

হৰিশ্চন্দ্ৰ : ঋষিৰ ঋণ পৰিশোধ কৰিব লাগে তোমাক বেচি ? কোন সতেৰে মোৰ ভগা বুকু ভাঙিবলৈ এনে কথা কঁলা শৈব্যা ?

শৈব্যা : নাথ, ধৰ্ম্মৰ ওপৰত সৃষ্টি প্ৰতিষ্ঠিত । সত্য ৰক্ষা নপৰিলে ধৰ্ম্মও ৰক্ষা নপৰে । দুয়োকুল ৰক্ষাৰ কাৰণে মিনতি কৰিছো প্ৰভু মোক বিক্ৰী কৰক ।

হৰিশ্চন্দ্ৰ : শৈব্যা, প্ৰিয়তমে, ঈশ্বৰৰ কি এয়েই ইচ্ছা ?

শৈব্যা : প্ৰভু ! সত্যৰক্ষাৰ কাৰণে দাসীক বিক্ৰী কৰিবলৈ দিয়ক

ইমান কাতৰ হৈছে ? যিদিনা মোৰ মাটিৰ দেহা মাটিত মিহলি হব, সেইদিনা জানো মোক ধৰি ৰাখিব পাৰিব ? প্ৰিয়তমে ?

হৰিশ্চন্দ্ৰ : তেন্তে, তেন্তে শৈব্যা, তোমাক লৈ, ব'লা ! কাশীৰ হাটত তোমাক, ৰাজ ৰাজেশ্বৰী তুমি, তোমাৰ দুৰ্ভগীয়া স্বামীয়ে সামান্য হাঁহ পাৰৰ দৰে বিক্ৰী কৰিব। আহ ৰোহিতাশ্ব, আহ অভাগা, চাই লহি তোৰ অপদাৰ্থ কাপুৰুষ পিতৃয়ে কেনেকৈ আজি তোৰ জন্মদাত্ৰীক পৰৰ দাসী কৰি নিজে ঋণমুক্ত হ'ব খুজিছে।

* * *

—কাশীৰ হাট—

[ ক'ৰবাত এটা দুটা মানুহে ইফাল সিফাল কৰি ফুৰে। হৰিশ্চন্দ্ৰই চিঞৰি চিঞৰি কয়। লগত শৈব্যা আৰু ৰোহিতাশ্ব ]

হৰিশ্চন্দ্ৰ : কাৰোবাৰ প্ৰয়োজন হ'লে আমাক তিনিওকে দাস দাসী কৰি কিনি নিব পাৰে।.............. উস কোনো নাই। প্ৰভু, বুবুজো তোমাৰ ছলনা । ৰাজ ৰাজেশ্বৰীক আকুল পথৰ পথিক কৰিলা ; তাতো ক্ষান্ত নহৈ আজি ঋষিৰ শাপত দগ্ধ হোৱা দৃশ্য চাই তাণ্ডৱ নৃত্য কৰিবলৈ মুখ মেলি বৈ আছা ! এতিয়াও তোমাৰ ইচ্ছা পূৰ্ণ হ'বলৈ বহুত বাকী । উস !

[ এজন ব্ৰাহ্মণৰ প্ৰবেশ ]

ব্ৰাহ্মণ : হে'ৰ মানুহটো, এই মানুহজনীৰ মূল্য কিমান কৰিছ অ' ? মোৰ ঘৰত তিৰি আছে ; কিন্তু কাম-বনৰ লেঠাতহে বিচাৰি আহিছো । তিনি কোটি হয় যদি মোৰো নিবৰ ইচ্ছা আছে ।

হৰিশ্চন্দ্ৰ : মযো সিমানকে কৰিছো বাপু ।

ব্ৰাহ্মণ : তেন্তে এইয়া টকা ল ।

[ টকা দিয়ে ]

[ ব্ৰাহ্মণে শৈব্যাক টানি নিয়া দেখি ৰোহিতে মাকৰ আঁচলত ধৰি বাধা জন্মায়, খঙৰ কোবত ব্ৰাহ্মণে গোৰ মাৰি দিয়ে ]

ৰোহিত : আই, আই, তুমি ক'লৈ যোৱা ? ময়ো তোমাৰ লগতে যাওঁ ।

শৈব্যা : বাচা ! মোক তই নুছুবি । মই লোকৰ অস্পৃশ্যা । প্ৰভু ! ল'ৰাটো মোৰ লগত নেথাকিলে মোৰ কামত মন নবহিব । গতিকে কৃপা কৰি ইয়াকো কিনি লওক ।

ব্ৰাহ্মণ : মোৰ হাতত হওঁতে এক কোটি টকা আৰু আছে । হেৰ, মানুহটো, সিমানতে হয় যদি ইয়াকো থাউকতে কিনি লওঁ । হেঁা, এয়া টকা লেখি বুজি ল' ।

[টকা দিয়ে । শৈব্যা, ৰোহিতাশ্ব চকুৰ আঁতৰ হয়]

—০—

৬ষ্ঠ দৃশ্য

[ গঙ্গাৰ পাৰ ]

[এজাক মানুহে গীত গাই যায়]

গীত

দেহৰে মাজতে আতমা ৰূপতে
আতমা ৰূপতে
শিৱক বিচাৰিলে পাই
ধৰমক সাক্ষীকৈ কোৱা মোৰ বান্ধৈ ঐ
জগত যে ভকতৰ ঠাই
ৰজাও দুখীয়া প্ৰজাও দুখীয়া
দুখীয়া নোহোৱা নাই
ব্ৰহ্মাণ্ডৰ গৰাকী টোকোনা ভিক্ষাৰী
তেওঁক নলগাবা দায় ।

০ ০ ০

হৰিশ্চন্দ্ৰ : আই ভাগিৰথী, পাতক নাশিনী কি দোষত আজি মোৰ এই দুৰৱস্থা ! কি মহাপাপৰ ফলত ৰাজেন্দ্ৰ হৰিশ্চন্দ্ৰ আজি সৰ্ব্বস্বান্ত ঋণগ্ৰস্থ—পুত্ৰহাৰা, প্ৰিয়হাৰা, আই, আই !

[বিশ্বামিত্ৰৰ প্ৰবেশ]

বিশ্বামিত্ৰ : মহাৰাজ, আজিৰ দিন যায়—যায়, — দিয়ক মোৰ দক্ষিণা দিয়ক ।

হৰিশ্চন্দ্ৰ : লওক প্ৰভু,

বিশ্বামিত্ৰ : কিমান দিছে ?

হৰিশ্চন্দ্ৰ : চাৰি কোটি ।

বিশ্বামিত্ৰ : মাত্ৰ চাৰি কোটি ? কিয় ? — কি অপৰাধত বাকী তিনি কোটিৰপৰা বঞ্চিত হলোঁ ? ধন দেখা নাই বুলি ? কমণ্ডলু হাতত লৈ ভিক্ষাৰী বেশেৰে ত্ৰিভূবন ঘূৰি ফুৰিছো বুলি ? মূৰ্খ,

হৰিশ্চন্দ্ৰ : প্ৰভু, পূৰ্ব্বৰ প্ৰতিশ্ৰুতি পাহৰা নাই আৰু সেই প্ৰতিশ্ৰুতি ভাঙিবৰ দাসৰ অধিকাৰো নাই। ভাৰ্য্যা পুত্ৰ বিক্ৰী কৰি পোৱা সমুদায় অৰ্থ আজি আপোনাক অৰ্পণ কৰিছোঁ। বাকী ঋণৰ কাৰণে সদয় হৈ দাসক সময় দিয়ক ।

বিশ্বামিত্ৰ : আজিৰ দিনৰ চতুৰ্থ প্ৰহৰ এতিয়াও বাকী । এই সময়ৰ ভিতৰতে অৰ্থ সংগ্ৰহ কৰা ।

হৰিশ্চন্দ্ৰ : কি উপায় প্ৰভু ?

বিশ্বামিত্ৰ : বিশ্বামিত্ৰই হৰিশ্চন্দ্ৰক উপায় আৰু সময় দিবলৈ অহা নাই, আহিছে দানৰ দক্ষিণা নিবলৈ। আহিলো মহাৰাজ, পুনৰ আহিম সূৰ্য্যাস্তৰ আগে আগে। মনত থাকে যেন আজিৰ ভিতৰতে মোক মোৰ প্ৰাপ্য দক্ষিণা লাগে, লাগে।

[ প্ৰস্থান ]

— x —

৭ম দৃশ্য

[ কাশীৰ হাট ]

হৰিশ্চন্দ্ৰ : কোন ক'ত আছা সূৰ্য্যাস্তৰ আগে আগে কাৰোবাৰ দাসৰ

প্ৰয়োজন হ'লে মোক কিনি নি ঋষিৰ ঋণৰ পৰা মুক্ত কৰাহি। এতিয়াও মোৰ প্ৰাণ যোৱা নাই। নিজ স্ত্ৰী আৰু পুত্ৰক পৰৰ দাস কৰি ব্ৰাহ্মণক গতালো। উস্ আৰু কিহৰ আশাত প্ৰাণ ধাৰণ কৰিম ?

[ কালুৰ প্ৰৱেশ ]

কালু : হে'ৰ মানুহটো—তোৰ মূল্য বা কিমান ?

হৰিশ্চন্দ্ৰ : তুমি ক'ৰ মানুহ ? তিনি কোটি স্বৰ্ণ মুদ্ৰা পালে মই তোমাৰ দাসত্ব স্বীকাৰ কৰিব পাৰো।

কালু : মই এই ঠাইৰে এজন চণ্ডাল। তিনি কোটি হওঁতে দিবলৈ মোৰ আপত্তি নাই। হ'লে লোৱা।

হৰিশ্চন্দ্ৰ : ক্ষমা কৰিবা বন্ধু, তিনি কোটি নালাগে—সহস্ৰ কোটি স্বৰ্ণমুদ্ৰা দিলেও তোমাৰ দাসত্ব স্বীকাৰ কৰিব নোৱাৰো।

কালু : মোৰনো কি দোষটো দেখিলাহে ? কাৰ ঘৰত কোন দিন সিন্ধি দিবলৈ গৈছিলোঁ ?

হৰিশ্চন্দ্ৰ : তোমাৰ একো দোষ নাই। কাৰো ঘৰত সিন্ধি দিয়াও দেখা নাই, তথাপি তোমাৰ ওচৰত আত্ম বিক্ৰয় নকৰো।

কালু : ভাল নালাগে কৰিব। আমি উপষাচি অহা নাই নহয়, বোলো তেনে থাকিবাহে আহিলোঁ।

[ বিশ্বামিত্ৰৰ প্ৰৱেশ ]

বিশ্বামিত্ৰ : ৰ'বা হৰিশ্চন্দ্ৰ,

হৰিশ্চন্দ্ৰ : প্ৰভু,

বিশ্বামিত্ৰ : পশ্চিম আকাশৰ ফালে চোৱা আৰু কোৱা সূৰ্য্য অস্ত যাবলৈ আৰু কিমান বাকী ?

হৰিশ্চন্দ্ৰ : অস্তমিত প্ৰায়।

বিশ্বামিত্ৰ : ( খঙেৰে ) কিন্তু বিশ্বামিত্ৰৰ ঋণ এতিয়াও পৰিশোধ হোৱা নাই।

কালু : এওঁৰ পৰাছনা সেঁউৰে পায় কিমান ?

বিশ্বামিত্ৰ : তিনি কোটি স্বৰ্ণমুদ্ৰা !

কালু : মই সিমানকে দিছো—দেউ, তেওঁক হেনো মোৰ ধন নালাগে ।

বিশ্বামিত্ৰ : কোন তই ?

কালু : মই এজন খৰিদ্দাৰ । কাম বনত টান পাই কাম কৰিবলৈ মানুহ এটা বিচাৰি আহিছোঁ ।

বিশ্বামিত্ৰ : হৰিশ্চন্দ্ৰ ইয়াৰপৰা ধন লৈ মোক নিদিয়া কিয় ?

হৰিশ্চন্দ্ৰ : প্ৰভু আজি মই ভিক্ষাৰী সঁচা, দুৰ্ভাগ্যই আজি মোক আগুৰি ধৰিছে সঁচা, কিন্তু, সূৰ্য্য বংশত মোৰ জন্ম । সেই নিষ্কলঙ্ক কুলত জন্ম ধাৰণ কৰি, কওক প্ৰভু, অৰ্থৰ কাৰণে কেনেকৈ অস্পৃশ্য চণ্ডালৰ দাস হ'ম ?

বিশ্বামিত্ৰ : বুজিলো ঋণ পৰিশোধ কৰিবলৈ তুমি অনিচ্ছুক । কিন্তু সূৰ্য্য বংশধৰ হৰিশ্চন্দ্ৰ তোমাৰ বংশ গৌৰৱ আজি বিশ্বামিত্ৰৰ শাপৰ পৰা ৰক্ষা কৰিব নোৱাৰিবা । শুন মিথ্যাবাদী ।

হৰিশ্চন্দ্ৰ : প্ৰভু, প্ৰভু চৰণত ধৰি কাকূতি কৰি মাতিছোঁ নিৰ্দ্দয় নহ'ব, নিষ্ঠুৰ নহ'ব । ঋণৰ কাৰণে আজীৱন আপোনাৰ দাস হৈ থাকিম । দুৰ্ভগীয়াৰ প্ৰতি সদয় হৈ দাসৰূপে গ্ৰহণ কৰক ।

বিশ্বামিত্ৰ : উত্তম । তুমি যদি মোৰ দাস হৈছা, তেন্তে তুমি মোৰ আজ্ঞাবাহী । আজি তোমাক তিনি কোটি স্বৰ্ণমুদ্ৰাত এই চণ্ডালক বিক্ৰী কৰিলোঁ ।

কালু : তেন্তে দেউ, ধন এইয়া, লেখি বুজি লওক ।

বিশ্বামিত্ৰ : দে । হৰিশ্চন্দ্ৰ আজিৰ পৰা তুমি ঋণমুক্ত বিদায় ।

[ প্ৰস্থান ]

**—নিয়তিৰ গীত—**

ডাৱৰৰ স্নুকণ্ডাই
জ্বলিছে বিজুলী ঐ

খহিছে পপীয়া তৰা
এটি, এটি এটি কৈ ।
আকাশ মুকলি হ'লে
মৃদু মলয়া বলে,
আহিব মাধবী নিশা
অমিয়া মাধুৰী লৈ ।

* * * *

৮ম দৃশ্য ।

[ ব্ৰাহ্মণৰ ঘৰ । শৈব্যা আৰু ৰোহিতাশ্ব ]

শৈব্যা : ৰোহিত, বাচা মোৰ দেউৰ পূজাৰ কাৰণে এই কৰণী-টোতে ফুল চিঙি আনগৈ ।

ৰোহিত : ফুল দিলে কি হয় আই ?

শৈব্যা : ঈশ্বৰ সন্তুষ্ট হয় ।

ৰোহিত : ডাঙৰ হ'লে ময়ো ঈশ্বৰক ফুল দিম দেই ।

শৈব্যা : দিবি বাচা ।

ৰোহিত : চাবাচোন ! মই এতিয়াই কৰণীটো কেনেকৈ ফুলেৰে ভৰাই পেলাম । আগতে সউ শ্ৰীফল জোপাৰ কাষতে থকা ধুনীয়া ফুলকিপাহ চিঙি আনো দেই আই ।

শৈব্যা : আনগৈ সোণ ।

* * * *

ৰোহিত : আই, আই মোক সাপে খুটিলে, মূৰটো বিষাইছে । মোক ধৰাহি আই, উস্, মই ৰব পৰা নাই ।

[ পৰি যায় ]

শৈব্যা : ৰোহিত, ৰোহিত বাচা মোৰ তই কেলেই অনেকুৱাখন কৰিছ । মই এতিয়া কি কৰো ! দেউ, দেউ মোৰ ল'ৰাটো ৰক্ষা কৰক । ৰোহিত, ৰোহিত—বাচা মোৰ ।

[ ব্ৰাহ্মণৰ প্ৰৱেশ ]

ব্ৰাহ্মণ : হেৰ তই এইদৰে চিঞৰ-বাখৰখন লগাইছ কিয় ? ল'ৰাটো তেনেকৈ পৰি আছে কিয় ? কি হৈছে ?

শৈব্যা : ৰোহিতৰ জীৱন ৰক্ষা কৰক দেউ, তাৰ মৃৰত সাপে খুটিলে।

ব্ৰাহ্মণ : কি কলি ? সাপে খুটিলে ? উস্‌ উস্‌ শ্ৰীবিষ্ণু ! শ্ৰীবিষ্ণু ! মই এতিয়া কি কৰো ? ল'ৰাটোৰ উশাহ চুটি হৈ আহিছে। তাৰ ভৰিও থৰ হৈ পৰিছে। যাওঁ মই বেজ বিচাৰি যাওঁ—এবাৰ চেষ্টা কৰি চাওঁ। কিজানি ল'ৰাটো জীযাব পাৰোৱেই—শ্ৰীবিষ্ণু শ্ৰীবিষ্ণু। [ প্ৰস্থান ]

৯ম দৃশ্য

( কাশীৰ মহাশ্মশান )

[ হৰিশ্চন্দ্ৰ, শৈব্যা, মৃত ৰোহিতাশ্ব ]

হৰিশ্চন্দ্ৰ : কি মহাপাপৰ ফলত আজি তই এই অসহ্য নিৰ্য্যাতনৰ ভাগী হৈছ ! কোন জনমৰ নিজ কাৰ্য্যৰ বাবে এই ৰাজসুখৰ পৰা বঞ্চিত হৈ ঘোৰ শ্মশানত মৃতদেহক তোৰ পাষাণ হিয়াৰে ৰাজদণ্ডেৰে দণ্ডিত কৰিছ ? সেইয়া অদূৰৰ অৱলা ৰমণীৰ করুণ বিননি। শোকাতুৰা মাতৃয়ে সন্তান হেৰুৱাই এই মহাশ্মশানত দাহ কৰিবলৈ লৰি আহিছে। অৱলা ৰমণীৰ করুণ বিননি শুনি এতিয়াও তোৰ পাষাণ হৃদয় নগলেনে ? কেতিয়া গলিব ? যিদিনা তোৰ জ্ঞান স্পৃহা জাগ্ৰত হৈ নিজ মনোবলেৰে অনুপ্ৰাণিত হৈ নিয়তিৰ কাৰ্য্য বিৱৰণীৰ বিরুদ্ধে থিয় দিব পাৰিবি সেই-দিনা তোৰ পাষাণ পৰাণ শোকাতুৰক সহানুভূতি জনাবলৈ সমৰ্থ হব ? [ শৈব্যাৰ ওচৰ চাপি ] হেৰ' মানুহজনী ইয়াত কিয় ইনাই-বিনাই সময় নষ্ট কৰিছ ? যি হ'ল হ'ল ! এতিয়া আৰু বুকু ভাঙি কান্দিলেও ঘূৰাই আনিব নোৱাৰ। সোনকালে শৱ দাহ কৰি যোৱাই মঙ্গল।

শৈব্যা : হেৰ' ককাই, মোৰ হাতত পইচা এটিও নাই। গাত থকা কাপোৰভুখৰিকে লৈ মোক শৱদাহ কৰিবলৈ দিয়া।

হৰিশ্চন্দ্ৰ : হেৰ' যা যা সেইখন মুখ চুপতি মাৰিবলৈ নাহিবি। মই অৰ্থ অবিহনে শৱদাহ কৰিবলৈ দিব নোৱাৰো।

শৈব্যা : [ বিলাপ কৰে ] উস্। আজি অৰ্থৰ অভাৱত পুত্ৰদাহ কৰিবলৈ অক্ষম। হে প্ৰভু, ইয়াকেই কপালত লিখিছিলা। ৰাজ ৰাজেশ্বৰৰ ৰাজ্য নিলা, ঐশ্বৰ্য্য নিলা, পৰৰ দাসী কৰিলা তাতো তুমি ক্ষান্ত নহৈ আজি আঁচলৰ ধনকো কাঢ়ি নিলা? [ কান্দি ]

হৰিশ্চন্দ্ৰ : হেৰ' মানুহজনী তোৰ পৰিচয় পামনে?

শৈব্যা : মোৰ পৰিচয় অহ হ। মই অযোধ্যাপতি হৰিশ্চন্দ্ৰৰ পত্নী।

হৰিশ্চন্দ্ৰ : শৈব্যা, শৈব্যা আজি তোৰ এই দুৰৱস্থা!

শৈব্যা : স্বামী, প্ৰভু, সৰ্পদংশনত পুত্ৰ গতায়ুস। সূৰ্য্য বংশৰ প্ৰদীপ আপুনি চণ্ডালৰ ক্ৰীতদাস। কিহৰ আশাত আৰু প্ৰাণধাৰণ কৰিম উস্।

হৰিশ্চন্দ্ৰ : শৈব্যা।

বিধিলিপি সত্য শুদ্ধ
সি যে অখণ্ডন
মৃত্যুক মাতিলে প্ৰিয়ে
নাহে মৃত্যু, নকৰেহি
মৃত্যু বৰণ
ভূলোক, দ্যুলোক ভেদি নিয়তি নিয়তি
নিয়তিৰ কৰায়ত্ত জীৱন মৰণ।

শৈব্যা : কৰিম যি অগণিত পুত্ৰক অৰ্পণ
সেই অগণিতে আজি
আপোন হাতেৰে মচি ললাট লিখন
অভিশপ্ত প্ৰাণ মোৰ দিব বিসৰ্জন।

হৰিশ্চন্দ্ৰ : আৰু এই পাপগ্ৰস্থ স্বামীয়ে তোমাৰ
প্ৰাণাধিক পুত্ৰ আৰু প্ৰিয়া হেৰুৱাই
অশ্ৰুৰ বোৱতী নৈ বোৱাব ধৰাত
'পুত্ৰ বুলি' 'প্ৰিয়া বুলি' হিয়া ভুকুৱাই ।

শৈব্যা : প্ৰভু—থানেশ্বৰ ।

হৰিশ্চন্দ্ৰ : শৈব্যা, শৈব্যা
সজোৱা, সজোৱা চিতা
জ্বলক অগণি অতি
মহা শ্মশানত
জনক জননী আমি
আহা প্ৰিয়ে,
আলিঙ্গন কৰি—অগ্নি পুত্ৰৰ লগত
আঁকি দিওঁ জীৱনৰ যৱনিকা পট ।

* * * *

১০ম দৃশ্য ।

হৰিশ্চন্দ্ৰ : দযাময় প্ৰভু !
যদিওৱা মহাপাপী, তোমাৰ সন্তান ।

শৈব্যা : দিয়া প্ৰভু সন্তানক চৰণত স্থান ।

[ বিশ্বামিত্ৰৰ প্ৰবেশ ]

বিশ্বামিত্ৰ : ক্ষান্ত হোৱা, সত্যাশ্ৰযী
ক্ষান্ত হোৱা পতিব্ৰতা
সতী শিৰোমণি ।

হৰিশ্চন্দ্ৰ : হে আৰ্য্য,
পুত্ৰক হৰিলে কালে সৰ্পৰূপ ধৰি
অৰ্দ্ধদগ্ধ জীৱনত আৰু কিবা বাকী ।
স্নেহ মায়া, মমতাৰ ছিঙিলো যি জৰী,
অন্তিমত পদধূলি দিয়ক মহৰ্ষি ।

বিশ্বামিত্ৰ : ধৈৰ্য্যহীন নহ'ব ৰাজন,
নাই নিয়া কালে কাঢ়ি
ৰাজপুত্ৰ ধন ।
সকলো বিধিৰ মায়া, সকলো ছলনা ।
ছলনাৰ ছায়া মাত্ৰ সৰ্পৰ দংশন ।
মহাৰাজ নালাগে সজাব চিতা, নেলাগে
অগণি কমণ্ডলু ভৰি আছে মৃত—
সঞ্জিৱনী তাৰ প্ৰভাৱতে—
আজি চাওক ৰাজন প্ৰাণহীন পুত্ৰে
পাব পুনৰ জীৱন । [ জীয়াই দিয়ে ]

হৰিশ্চন্দ্ৰ : মতি থক চিৰদিন ঋষিৰ পদত ।

ৰোহিত : আই আই, পিতা ।

শৈব্যা : আহ—বাচা ।
প্ৰাণদাতা মহৰ্ষিক কৰ প্ৰণিপাত ।

বিশ্বামিত্ৰ : পৰীক্ষাৰ বাবে মাত্ৰ ললোঁ ৰাজ্য ধন । পদে পদে জীৱনত দিলোঁ নিৰ্য্যাতন । অপৰাধ ক্ষমিব ৰাজন ।

হৰিশ্চন্দ্ৰ : নকৰিব অধমক অপৰাধী প্ৰভু ।

বিশ্বামিত্ৰ : আজি আৰু নাই শেষ । পৰীক্ষাৰ শেষ । কাত্ৰেয়ী, আপুনি আপোনাৰ ধৰ্ম্মকৰ্ম্ম আৰু মহত্বৰে ত্ৰিলোক জয় কৰিলে । মহাৰাজ আজি আপোনাৰ ৰাজ্য পুনৰ আপোনাৰ হাতত অৰ্পণ কৰিবলৈ আহিছোঁ । গ্ৰহণ কৰি বিশ্বামিত্ৰক এই মহাভাৰৰপৰা অব্যাহতি দিয়ক ।

হৰিশ্চন্দ্ৰ : ঋষিৰাজ, মই পৰৰ দাস, পৰৰ অধীন চণ্ডালৰ অনুমতি নেপালে কেনেকৈ ৰাজ্যভাৰ গ্ৰহণ কৰিম ?

[ ধৰ্ম্মৰ প্ৰবেশ ]

ধৰ্ম্ম : সেই কাৰণে চিন্তা নকৰিব মহাৰাজ, মই আপোনাক দাসত্বৰপৰা আনন্দৰে নিষ্কৃতি দিছোঁ ।

হৰিশ্চন্দ্ৰ : জ্যোতিমান পুৰুষ ৰশ্মি, কোন অপুনি ?

ধৰ্ম্ম : মহাৰাজ ময়েই ধৰ্ম্ম । চণ্ডালৰ ৰূপ ধৰি অতদিনে আপোনাক পৰীক্ষা কৰিছিলোঁ মাত্ৰ । জিতেন্দ্ৰিয় হৰিশ্চন্দ্ৰ, পৰীক্ষাত আপুনি জয়ী । লওক মহাৰাজ, পুনৰ ৰাজ্যভাৰ গ্ৰহণ কৰি পৃথিৱী শাসন কৰক ।

হৰিশ্চন্দ্ৰ / শৈব্যা : প্ৰভু ! প্ৰভু !

[ শেষ ]

# কাশ্মীৰ কুমাৰী

## চৰিত্ৰাৱলী

( পুৰুষ )

| | | |
|---|---|---|
| বিশ্বসিংহ | .... | প্ৰাগজ্যোতিষপুৰাধিপতি |
| বিজয়সিংহ | .... | কাশ্মীৰাধিপতি |
| অনঙ্গ | .... | বিশ্বসিংহৰ পুত্ৰ |
| প্ৰতাপসিংহ | .... | কাশ্মীৰৰ প্ৰধান সেনাপতি |
| অনন্ত | | মন্ত্ৰীপুত্ৰ |
| সূৰ্য্যসিংহ | .... | প্ৰাগজ্যোতিষৰ প্ৰধান সেনাপতি |
| চন্দ্ৰহংস | ... | মন্ত্ৰী |
| বীৰেন্দ্ৰসিংহ | .... | কাশ্মীৰৰ সহকাৰী সেনাপতি |
| বসন্ত | | অন্যতম ” ” |

কাশ্মীৰৰ মন্ত্ৰী, সেনা, দূত, প্ৰহৰী, ঘাটক, সন্ন্যাসী ইত্যাদি

( স্ত্ৰী )

| | | |
|---|---|---|
| ৰত্না | .... | বিজয়সিংহৰ মাতৃ |
| কমলা | .... | ” ভগ্নী |
| বিমলা | .... | প্ৰতাপসিংহৰ ভগ্নী |

সখী, লিগিৰী ইত্যাদি ।

——

# দৃশ্যাৱলী

## ১ম অঙ্ক

১ম দৃশ্য—ৰত্না, বিজয়সিংহ, মন্ত্ৰী, প্ৰহৰী, প্ৰাগজ্যোতিষৰ দূত
২য় দৃশ্য—প্ৰতাপসিংহ, অনন্ত, বিমলা
৩য় দৃশ্য— কমলা, অনন্ত
৪ৰ্থ দৃশ্য— অনন্ত, বীৰেন্দ্ৰসিংহ, প্ৰতাপ, কাশ্মীৰী সৈন্য
৫ম দৃশ্য— ৰত্না, বিজয়, প্ৰহৰী, প্ৰতাপ, অনন্ত, বীৰেন্দ্ৰ, সৈন্য

## ২য় অঙ্ক

১ম দৃশ্য—বিশ্বসিংহ, চন্দ্ৰহংস, সূৰ্য্যসিংহ, অনঙ্গ
২য় দৃশ্য—কমলা, বিজয়, প্ৰতাপ
৩য় দৃশ্য—বীৰেন্দ্ৰ, সন্ন্যাসী, অনন্ত
৪ৰ্থ দৃশ্য- বিমলা
৫ম দৃশ্য—কমলা, বিমলা
৬ষ্ঠ দৃশ্য— সূৰ্য্যসিংহ, অনঙ্গ, দূত, অনন্ত

## ৩য় অঙ্ক

১ম দৃশ্য—প্ৰতাপ, বসন্ত, বিজয়, সৈন্য.
২য় দৃশ্য—সূৰ্য্যসিংহ, বসন্ত, অনন্ত, প্ৰতাপ, বীৰেন্দ্ৰ, অনঙ্গ, সূৰ্য্যসিংহ,
৩য় দৃশ্য—ৰত্না, বিজয়, বিমলা, কমলা, মন্ত্ৰী, দূত, প্ৰতাপ, সূৰ্য্যসিংহ, অনঙ্গ, সৈন্য

## ৪ৰ্থ অঙ্ক

১ম দৃশ্য—বিশ্বসিংহ, চন্দ্ৰহংস, অনন্ত, সূৰ্য্য, অনঙ্গ, প্ৰহৰী
২য় দৃশ্য—কমলা, বিমলা, প্ৰতাপ, বিজয়
৩য় দৃশ্য—সন্ন্যাসী
৪ৰ্থ দৃশ্য—বিজয়, মন্ত্ৰী, প্ৰতাপ, প্ৰহৰী, অনঙ্গ
৫ম দৃশ্য—মন্ত্ৰী, বীৰেন্দ্ৰ
৬ষ্ঠ দৃশ্য—সন্ন্যাসী
৭ম দৃশ্য— অনন্ত, সূৰ্য্য, প্ৰতাপ, বীৰেন্দ্ৰ, বিজয়, অনঙ্গ, সৈন্য

## —সামৰণি দৃশ্য—

বিজয়, অনন্ত, ঘাটক, বিমলা, অনঙ্গ, কমলা, প্ৰহৰী, লিগিৰী

# কাশ্মীৰ কুমাৰী

## প্ৰথম অঙ্ক

### ১ম দৃশ্য—কাশ্মীৰ ৰাজপ্ৰাসাদ কক্ষ

[ বিজয়সিংহ আৰু ৰত্না কথা পাতি সোমাই আছে ]

বিজয় : আই, সেই বিষয়ে ময়ো নিশ্চিন্ত হৈ থকা নাই ; ভাৰতৰ ইমূৰৰ-পৰা সিমূৰলৈকে দূত পঠাই কমলাৰ যোগ্য বৰ বিচাৰিলোঁ। কিন্তু তাইৰ উপযুক্ত পাত্ৰ আজিও নেপালোঁ।

ৰত্না : কিয়, প্ৰাগজ্যোতিষৰ যুৱৰাজ ?

বিজয় : প্ৰাগজ্যোতিষৰ যুৱৰাজ একমাত্ৰ কমলাৰ উপযুক্ত সঁচা ; কিন্তু আই, পিতৃশত্ৰুৰ হাতত কমলাক অৰ্পণ কৰা অসম্ভৱ।

ৰত্না : তেন্তে উপায় কি হ'ব বিজয় ?

বিজয় : কাশ্মীৰ কুমাৰী কমলাৰ কাৰণে ভাৰতবৰ্ষত পাত্ৰশূন্য এই কলঙ্কই কাশ্মীৰক স্পৰ্শ নকৰে, কৰিব ভাৰতবৰ্ষক ! সেইবুলি নিচেষ্ট হৈ নেথাকো আই, যিমান সোনকালে পাৰো ইয়াৰ এটা উপায় কৰিম।

[ প্ৰহৰীৰ প্ৰবেশ ]

প্ৰহৰী : প্ৰাগজ্যোতিষৰ দূত মহাৰাজৰ দৰ্শন প্ৰাৰ্থী।

বিজয় : প্ৰাগজ্যোতিষৰ দূত ! আই—

ৰত্না : ইয়ালৈকে মাত, মই যাওঁ। [ ৰত্নাৰ প্ৰস্থান ]

বিজয় : আহিবলৈ ক। [ প্ৰহৰীৰ প্ৰস্থান ] প্ৰাগজ্যোতিষৰ দূত কাশ্মীৰত কিয় ? [ ভাবে ]

[ দূত আৰু প্ৰহৰীৰ প্ৰবেশ। দূতে অভিবাদন জনাই থৈ থাকে। বিজয়ে প্ৰহৰীক যাবলৈ ইঙ্গিত দিয়ে। প্ৰহৰীৰ প্ৰস্থান ]

বিজয় : তুমি আহিছা প্ৰাগজ্যোতিষৰপৰা ?

দূত : হৈছে মহাৰাজ।

বিজয় : প্ৰয়োজন ?

[ দূতে একো নেমাতি এখন চিঠি উলিয়াই আগবঢ়াই দিয়ে ]

বিজয় : [ চিঠি পঢ়ি ] প্ৰহৰী। [ প্ৰহৰীৰ প্ৰবেশ ] এওঁক বিশ্ৰামাগাৰলৈ লৈ যা। [ দূত আৰু প্ৰহৰীৰ প্ৰস্থান ] আই, আই—[ ৰত্নাৰ প্ৰবেশ ] বিশ্বসিংহই অনঙ্গৰ কাৰণে কমলাৰ পাণি প্ৰাৰ্থনা কৰি পত্ৰ লিখিছে; আৰু অসন্মত হ'লে কাশ্মীৰ আক্ৰমণ কৰিম বুলিও ভয় দেখুৱাইছে।

ৰত্না : ক'ৰ বিশ্বসিংহ ?

বিজয় : প্ৰাগজ্যোতিষপুৰৰ অধীশ্বৰ।

ৰত্না : কি উত্তৰ দিলি ?

বিজয় : নাই দিয়া, দিম।

ৰত্না : কি বুলি দিবি ?

বিজয় : প্ৰাৰ্থনা পূৰ্ণ কৰিব নোৱাৰিম বুলি।

ৰত্না : বিজয়, বিশ্বসিংহই যেতিয়া মিত্ৰতা বিচাৰিছে, আমি শত্ৰুতাচৰণ কৰিবলৈ যোৱা অন্যায় হ'ব।

বিজয় : ই মিত্ৰতা নহয় আই, ই পৰীক্ষা। প্ৰাগজ্যোতিষপুৰে আজি কমলাক বিচৰা নাই, বিচাৰিছে কাশ্মীৰৰ গৌৰৱ ক্ষুণ্ণ কৰিবলৈ। কাশ্মীৰ কুমাৰীৰ বাবে অনঙ্গ উন্মত্ত নহয়, উন্মত্ত কাশ্মীৰৰ ৰত্নৰাজীৰ কাৰণে।

ৰত্না : মোৰ বিশ্বাস নহয় বিজয়।

বিজয় : [ অন্যমনস্ক হৈ ] প্ৰহৰী। [ প্ৰহৰীৰ প্ৰবেশ ] মন্ত্ৰীক মাতি আন। [ প্ৰহৰীৰ প্ৰস্থান ]

ৰত্না : মোৰ বোধেৰে তই ভুল বুজিছ বিজয়।

বিজয় : যদি ভুল বুজিছোঁ সংশোধনৰ উপায় আছে কিন্তু আই, যদি বুজি ভুল কৰো, কাশ্মীৰৰ অধঃপতন অৱশ্যম্ভাৱী।

[ মন্ত্ৰীৰ প্ৰবেশ; বিজয়ে চিঠি দিয়ে ]

মন্ত্ৰী : [ চিঠি পঢ়ি ] মহাৰাজ, পত্ৰৰ প্ৰত্যেক বৰ্ণতে অভিসন্ধি লুকাই আছে।

ৰত্না : অভিসন্ধি !

মন্ত্ৰী : হয় আই, অভিসন্ধি। বিশ্বসিংহই, যুদ্ধৰ সুযোগ বিচাৰি প্ৰত্যাখ্যান কৰিব বুলি জানি শুনিও এই প্ৰস্তাৱ মহাৰাজলৈ পঠাইছে।

ৰত্না : সেয়ে যদি সঁচা হয়, জন্মভূমিৰ কাৰণে স্বাধীনতাৰ কাৰণে কাশ্মীৰী কাপুৰুষ হৈ বহি নেথাকে মন্ত্ৰী, কাশ্মীৰীয়েও যুদ্ধ কৰিব। [ ৰত্নাৰ প্ৰস্থান ]

মন্ত্ৰী : সহস্ৰবাৰ কৰিব আই।

বিজয় : [ ভাবি ] মন্ত্ৰী।

মন্ত্ৰী : মহাৰাজ।

বিজয় : যদিও পিতাৰ মৃত্যুৰ পিছৰপৰাই সদায় এই সন্দেহ কৰি আহিছিলোঁ, এনে হীন উপায় অৱলম্বন কৰি বিশ্বসিংহই যুদ্ধৰ সুযোগ ল'ব বুলি নেভাবিছিলোঁ।

মন্ত্ৰী : বিশ্বসিংহ ৰজাৰ অযোগ্য মহাৰাজ। শুনিছোঁ তেওঁ ৰাজশক্তিৰ অপব্যৱহাৰ কৰি প্ৰাগজ্যোতিষত অশান্তি আনিছে।

বিজয় : কিন্তু সেই প্ৰাগজ্যোতিষৰ মহিমাময় মন্দিৰত মহাপ্ৰভু যোগেশ্বৰ আজিও যোগনিদ্ৰা, সেই প্ৰাগজ্যোতিষতে পুণ্যতনু বশিষ্ঠৰ পুণ্যাশ্ৰমত শান্তিদায়িনী গিৰিনন্দিনী সন্ধ্যা ললিতা কান্তা আজিও প্ৰবাহিতা, সেই প্ৰাগজ্যোতিষতে নীলাচলবাসিনী আই ভবানী কামাখ্যা গোসানী আজিও জাগৃতা।

মন্ত্ৰী : [ সভয়ে ] তেন্তে মহাৰাজ।

বিজয় : ভয় নাই মন্ত্ৰী, বশিষ্ঠাশ্ৰম প্ৰাগজ্যোতিষৰে আশ্ৰম নহয়, জগতৰো আশ্ৰম ; মহাপ্ৰভু যোগেশ্বৰ বিশ্বসিংহৰে পিতা নহয়, বিশ্বৰো পিতা ; আৰু আই কামাখ্যা অকল কামৰূপৰে মাতা নহয়, কাশ্মীৰৰো মাতা। [ প্ৰস্থান ]

## ২য় দৃশ্য—প্ৰতাপসিংহৰ কক্ষ

[ প্ৰতাপৰ প্ৰবেশ ; পৰিচ্ছদ আৰু তৰোৱাল খোলাৰ লগে লগে ]

প্ৰতাপ : [ নিজে নিজে ] আকৌ যুদ্ধ। সিদিনা মাত্ৰ কাশ্মীৰৰ সীমান্তত বিদ্ৰোহ দমন কৰি উভতি আহিছো, আজি আকৌ কাশ্মীৰ ৰক্ষাৰ কাৰণে প্ৰস্তুত হ'ব লগাত পৰিল ! কাশ্মীৰে কাৰো স্বাধীনতা অপহৰণ কৰিবলৈ যোৱা নাই, কোনো ৰাজ্য লুণ্ঠন কৰিবলৈ যোৱা নাই, তথাপি কাশ্মীৰৰ ওপৰত তইঁতৰ ইমান আক্ৰোশ কিয় ? এটা শান্তি-প্ৰিয় জাতি ভাৰতৰ এচুকত সৰলভাৱে বসতি কৰি আছে, আৰু তাক গ্ৰাস কৰিবলৈ ভাৰতৰ সিচুকত থকা প্ৰাগজ্যোতিষত আয়োজন চলিছে, ধন্য ভাৰতবৰ্ষ !

নেপথ্যত অনন্ত—প্ৰতাপ, প্ৰতাপ –

প্ৰতাপ : কোন ? [ অনন্তৰ প্ৰবেশ ] অ' অনন্ত, আহঁা।

অনন্ত : মই এটা কথা সোধো বুলি আহিলোঁ। [ বহে ]

প্ৰতাপ : কি কথা অনন্ত ?

অনন্ত : বোলে যুদ্ধসাজৰ যো-জা চলিছে, সঁচানে ?

প্ৰতাপ : সম্ভৱ সঁচা। আজি মহাৰাজে সৈন্যশিবিৰ পৰিদৰ্শন কৰি মোক যুদ্ধৰ কাৰণে সাজু হ'বলৈ কৈছে।

অনন্ত : যুদ্ধ হ'ব কাৰ লগত ?

প্ৰতাপ : প্ৰাগজ্যোতিষপুৰৰ ৰজা বিশ্বসিংহৰ লগত !

অনন্ত : কাশ্মীৰীয়ে ইমান দূৰ গৈ প্ৰাগজ্যোতিষত যুদ্ধ কৰিব ?

প্ৰতাপ : দূৰেই হওক বা ওচৰেই হওক, কাশ্মীৰীয়ে কোনো দিন কাৰো ৰাজ্যত হস্তক্ষেপ কৰিবলৈ যোৱা নাই ; আহিব ৰাজ্যলোভী বিশ্বসিংহৰ সৈন্য কাশ্মীৰ আক্ৰমণ কৰিবলৈ।

অনন্ত : যুদ্ধৰ কাৰণ কি প্ৰতাপ ?

প্ৰতাপ : কামৰূপৰ মহাৰাজে পুত্ৰ অনঙ্গৰ কাৰণে কমলাৰ পাণি দাবি কৰিছিলে, মহাৰাজ তাত তাত সন্মত নহ'ল ; এয়ে যুদ্ধৰ কাৰণ।

অনন্ত : মহাৰাজে এইটো বৰ ভাল কাম নকৰিলে।

প্ৰতাপ : কোনটো অনন্ত ?

অনন্ত : কমলাক দিবলৈ অস্বীকাৰ কৰাটো।

প্ৰতাপ : কিয় স্বীকাৰ কৰিব ? বিদৰ্ভৰ ৰাজসভাত স্বৰ্গগত অজয়-সিংহৰ অপমান মহাৰাজে পাহৰা নাই ! পিতৃ অপমানকাৰী বিশ্বসিংহৰ পুত্ৰ অনঙ্গৰ হাতত কমলাক অৰ্পণ নকৰি মহাৰাজে উচিত কাম কৰিছে !

অনন্ত : কিন্তু ইফালে যে কাশ্মীৰ ধ্বংস হ'ব।

প্ৰতাপ : কিয় ?

অনন্ত : বিশ্বসিংহৰ অজেয় বাহিনীৰ সম্মুখত এমুঠি কাশ্মীৰী সৈন্য কিমান পৰ তিষ্ঠিব ?

প্ৰতাপ : [ অলপ খং উঠি ] জন্মভূমি কাশ্মীৰৰ শুভাকাঙ্খী যুৱক, বিশ্ব-সিংহৰ অজেয় বাহিনীৰ সম্মুখত এমুঠি কাশ্মীৰী সৈন্য কিমান পৰ তিষ্ঠিব, সেইটো জানে কাশ্মীৰৰ অধিপতিয়ে আৰু জানে কাশ্মীৰৰ প্ৰধান সেনাপতিয়ে।

অনন্ত : তুমি দুৰাকাঙ্খী ! বিশ্বসিংহৰ দুৰ্জ্জয় বাহিনী তুমি জয় কৰিব নোৱাৰা। কাশ্মীৰৰ পৰাজয় অনিবাৰ্য্য।

প্ৰতাপ : কাশ্মীৰৰ যদি পৰাজয় অনিবাৰ্য্য তাৰ কাৰণেও কাশ্মীৰ প্ৰস্তুত। সেই বুলি, কাশ্মীৰৰ দেৱী প্ৰতিমা প্ৰাগজ্যোতিষত বিসৰ্জ্জন দিবলৈ, কাশ্মীৰৰ আত্ম-সম্মান বিশ্বসিংহক বিক্ৰী কৰিবলৈ কাশ্মীৰৰ ৰাজশক্তি প্ৰস্তুত নহয়।

অনন্ত : সেই বুলি প্ৰজাশক্তি ক্ষয় কৰিবলৈ ৰাজশক্তিৰ কোনো অধিকাৰ নাই সেনাপতি।

প্ৰতাপ : অনন্ত, তুমি অসংযতভাৱে কথা কৈছা। মহাৰাজে নিজৰ কৰ্ত্তব্য বুজে।

অনন্ত : সিমানখিনি কৰ্ত্তব্য জ্ঞান থকা হ'লে, মহাৰাজে কৰযোৰে কমলাক অনঙ্গৰ হাতত সোধাই দি বিশ্বসিংহৰ অধীনতা স্বীকাৰ কৰিলেহেঁতেন।

প্ৰতাপ : [ খঙেৰে ] তুমি দেশদ্ৰোহী !

অনন্ত : তোমাৰ ভ্ৰূকুটিলৈ মই ভ্ৰূক্ষেপ নকৰোঁ প্ৰতাপসিংহ ।

প্ৰতাপ : ইচ্ছা কৰিলে এই মুহূৰ্ত্ততে তোমাক শৃঙ্খলাবদ্ধ কৰি তোমাৰ উচ্ছৃঙ্খল প্ৰবৃত্তিৰ যথেষ্ট পুৰস্কাৰ দিব পাৰোঁ ।

অনন্ত : সেনাপতি, জানা মই কোন ?

প্ৰতাপ : জানো, তুমি ৰাজমন্ত্ৰীৰ অযোগ্য পুত্ৰ আৰু কাশ্মীৰৰ কলঙ্ক ! কক্ষ ত্যাগ কৰা ।

অনন্ত : বেচ যাওঁ, কিন্তু যোৱাৰ আগতে কৈ যাওঁ প্ৰতাপসিংহ, অনন্তই এই অপমান সহ্য নকৰে । [ আঙুলি টোৱাই ] মনত থাকে যেন । [ প্ৰস্থান ]

[ প্ৰতাপে অনন্ত যোৱাৰ ফালে খঙেৰে চাই থাকে ; আৰু বিপৰীত ফালৰপৰা আহি বিমলাই মাত দিয়ে ]

বিমলা : দাদা ।

প্ৰতাপ : [ ঘূৰি ] কি বিমলা ?

বিমলা : তোমালোকক পাইছে কিহে ?

প্ৰতাপ : কি হ'ল ?

বিমলা : মই ভিতৰৰপৰা তোমালোকৰ সকলো কথা-বতৰা শুনি আছিলোঁ । মন্ত্ৰীপুত্ৰৰ লগত কি লৈ বিবাদ কৰিলা ? বন্ধুৰ লগত বন্ধুৱে বিবাদ কৰা জানো ভাল দাদা ?

প্ৰতাপ : বিমলা, বন্ধুৰ লগত বন্ধুৰ বিবাদ অশোভন সঁচা । সেই বুলি বন্ধুত্বৰ কাৰণে, নিৰ্দ্দোষীক দোষী আৰু দোষীক নিৰ্দ্দোষী কৰিব নোৱাৰি ।

বিমলা : সেই বুলিয়েই ইমান দিনৰ বন্ধুতা একে দিনাই বিচ্ছেদ কৰিলা !

প্ৰতাপ : বিমলা, বন্ধুত্বৰ কাৰণে, মোৰ মাতৃভূমি মোৰ কাম্য ভূমি কাশ্মীৰৰ অশুভাকাঙ্খীক প্ৰশ্ৰয় দিব নোৱাৰোঁ । যি বন্ধুৱে নিজ শক্তিৰ ওপৰত আস্থা হেৰুৱায়, যি বন্ধুৱে মোৰ সোণৰ

কাশ্মীৰৰ মান মৰ্য্যাদা বুজি নেপায়, সেই বন্ধু, বন্ধু নহয় বিমলা শত্ৰু। মোৰ শত্ৰু, স্বদেশৰ শত্ৰু, স্বজাতিৰ শত্ৰু। বিমলা, "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী," আৰ্য্য মনস্বীৰ প্ৰলাপ নহয়। ই হিমাদ্ৰীৰ হিমানীমালাৰ দৰে শুভ্ৰ, ভাগীৰথীৰ বাৰিধাৰাৰ দৰে স্বচ্ছ, অভ্ৰভেদী গগনৰ ধ্ৰুব তৰাৰ দৰে সত্য। সেই মহাসত্যৰ মৰ্য্যাদা ৰক্ষাৰ কাৰণে এক অনন্ত কিয়, কাশ্মীৰৰ লক্ষ লক্ষ অনন্তৰ বন্ধুত্ব বিসৰ্জ্জন দিবলৈকো মই প্ৰস্তুত।

বিমলা : জন্মভূমি ইমান মহিমাময়ী !

প্ৰতাপ : মহিমাময়ী, কৰুণাময়ী, প্ৰেমময়ী – [ প্ৰস্থান ]

## ৩য় দৃশ্য—কমলাৰ কক্ষ

[সন্ধ্যাৰ পাচত কমলাই বহি বীণা বজাই গীত গাই থাকে। সম্মুখত এখন ডাঙৰ দাপোণ; কক্ষত এটা ক্ষীণ আলোকৰ চাকি। দাপোণত মুখ চাই চাই কমলাই গীত গাই থাকে]

### গীত

সন্ধ্যাৰাণী সন্ধ্যাৰাণী,
(তোমাৰ) অৰুণিমা বৰণৰ আচল খনি।
ডাৱৰে ডাৱৰে তুমি বুলোৱা চৰণ,
যমুনা জলত দিয়া কনক বৰণ,
গছে পাতে বনে বনে আহা তুমি মনে মনে
সোণোৱালি ৰাগ ভৰা তুলিকা তানি।
ছায়া কায়া আলোকৰ মাধুৰি মিলাই
গোপনে হিয়াত দিয়া কবিতা জগাই,
তুমি আহি মনে মনে কোৱা বাণী কাণে কাণে
সপোনৰ গীতিকাৰ নিমাতী বাণী॥ (কৰুণাধৰ বৰুৱা ৰচিত)

[গীতৰ মাজতে অনন্তৰ প্ৰবেশ। আলোক ক্ষীণ হলেও দাপোণত অনন্তৰ অস্পষ্ট প্ৰতিবিম্ব পৰে।]

কমলা : কোন ? [অনন্ত নিমাত] কোন ? [উঠি আহি চাকিৰ শলিতা বঢ়াই দিয়ে । কক্ষ উজ্জ্বল আলোকিত হয় । আচৰিত হৈ] মন্ত্রীপুত্র, ইয়াত কিয় ?

অনন্ত : ৰাজকুমাৰী—

কমলা : কোনে আপোনাক অধিকাৰ দিছিল এনেদৰে এই সময়ত মোৰ কক্ষত প্রবেশ কৰিবলৈ ?

অনন্ত : অধিকাৰ কোনেও দিয়া নাই । অন্ধৰ দৰে আছিছোঁ আলোকৰ আশাত, এফেৰি শান্তি পাওঁ বুলি ।

কমলা : বুজিছোঁ, কিন্তু আপোনাৰ অভদ্র আচৰণ অশোভনীয় ।

অনন্ত : অভদ্র আচৰণে মোক কলুষিত কৰিব নোৱাৰে ৰাজকুমাৰী, যদি তুমি মোৰ প্রণয়ৰ অর্ঘ্য গ্রহণ কৰিব পাৰা ।

কমলা : [খঙেৰে] কিহৰ অর্ঘ্য ?

অনন্ত : প্রণয়ৰ অর্ঘ্য ।

কমলা : মন্ত্রীপুত্র, কাশ্মীৰৰ ৰাজকুমাৰীয়ে তোমাৰ প্রণয়ৰ অর্ঘ্য গ্রহণ নকৰে । গ্রহণ কৰিলে কৰিব পাৰে, কাশ্মীৰৰ কোনো ভিক্ষাৰিণীয়ে ।

অনন্ত : অভিমান নকৰিবা কমলা । [কাষ চাপি যায়]

কমলা : আত্ম-সম্মান হীন উন্মাদ, আঁতৰ হোৱা । অনন্ত আঁতৰে]

অনন্ত : ৰাজকন্যা, ই প্রণয় উপেক্ষা নে পৰীক্ষা ?

কমলা : ৰাজকন্যাই উন্মাদৰ কথাত উত্তৰ নিদিয়ে । দূৰ হোৱা । [আনফালে গুচি যায়]

অনন্ত : [স্বগতঃ] সপোনৰ মাধে মালতী মৰহি গ'ল । প্রেমৰ প্রদীপ নির্ব্বাপিত হ'ল, বাক । [প্রস্থান]

## ৪ৰ্থ দৃশ্য—নৈৰ পাৰ

[অনন্তৰ প্রৱেশ]

অনন্ত : [নিজে নিজে] প্রতিশোধ ল'ম ! প্রতিশোধ ল'ম ! প্রতাপসিংহৰ ওপৰত প্রতিশোধ ল'ম । বিজয়সিংহৰ ওপৰত প্রতিশোধ

ল'ম। সৈন্য উত্তেজিত কৰিম, প্ৰজা বিদ্ৰোহী কৰিম। সামান্য এটা সেনাপতিয়ে মোক অপমান কৰিছে, সামান্য এজনী ছোৱালীৰ কাৰণে কাশ্মীৰ ধ্বংস কৰিব খুজিছে, আৰু মই কাশ্মীৰৰ মন্ত্ৰীপুত্ৰ ভাবী মন্ত্ৰী হৈ এই স্বেচ্ছাচাৰিতা চাই থাকিম? প্ৰতাপসিংহ, তই ভাবিছ কাশ্মীৰত যুদ্ধ-তৰঙ্গ তুলিম, আৰু বিজয়সিংহ, তুমি ভাবিছা কমলাৰ কাৰণে লক্ষ লক্ষ নিৰীহ প্ৰজা নৰমেধ যজ্ঞত আহুতি দিম! সি নহৈছে, অ' হ'লহেঁতেন যদি কমলাই মোক ভাল পালেহেঁতেন। কিমান দিন কিমান চেষ্টা, কিমান অনুনয় বিনয় কৰিলোঁ, তেও তাইৰ চকুত এটি চেনেহ চাৱনি নেদেখিলো, এবাৰি মৰমৰ মাত নেপালোঁ! ইমান অভিমানিনী তাই! তাইৰ ওপৰতো প্ৰতিশোধ ল'ম! অনন্তক অৱজ্ঞা কৰাৰ যোগ্য পুৰস্কাৰ দিম! [বীৰেন্দ্ৰসিংহৰ প্ৰৱেশ]

বীৰেন্দ্ৰ : আপুনি বোলে মোক এবাৰ লগ পাব খুজিছিলে?

অনন্ত : তোমাক লগ পাবলৈ বুলিয়েই ইয়াত বৈ আছোহি; অলপ কথা আছে।

বীৰেন্দ্ৰ : কওক কি কথা।

অনন্ত : [ভাবি] প্ৰাগজ্যোতিষৰপৰা কিমান সৈন্য আহিব কিবা খবৰ পোৱানে?

বীৰেন্দ্ৰ : একো খবৰ নেপাওঁ।

অনন্ত : মই শুনিছো বিশ্বসিংহৰ পোন্ধৰ লক্ষ সৈন্য আহিব।

বীৰেন্দ্ৰ : [আচৰিত হৈ] পোন্ধৰ লক্ষ আহিব!

অনন্ত : হুঁ।

বীৰেন্দ্ৰ : আমাৰ যে মুঠ সৈন্য ন লক্ষ মাত্ৰ!

অনন্ত : মই কি কৰিম?

বীৰেন্দ্ৰ : আপোনাক এই সংবাদ দিলে কোনে?

অনন্ত : মেয়ে সিয়ক বিশ্বাসযোগ্য নোহোৱা হ'লে মই তোমাক নকলোহেঁতেন।

বীৰেন্দ্ৰ : মহাৰাজে এই কথা গম পায়নে ?

অনন্ত : মহাৰাজ আৰু প্ৰধান সেনাপতি দুয়ো গম পায় ।

বীৰেন্দ্ৰ : মোক কিন্তু এই কথা জানিবলৈ দিয়া নাই ।

অনন্ত : তুমি সেনাপতিৰ সহকাৰী মাত্ৰ । তোমাক এই সংবাদ দিয়াটো তেওঁলোকে আৱশ্যক বুলি নেভাবেই । অথচ তুমিয়েই ছাবে ছয় লক্ষতকৈও অধিক কাশ্মীৰী সৈন্য আজি সাত বছৰে অজস্ৰ কষ্ট স্বীকাৰ কৰি গঢ়ি তুলিছা ।

বীৰেন্দ্ৰ : মহাৰাজ আৰু সেনাপতিৰ উদ্দেশ্য কি ?

অনন্ত : উদ্দেশ্য মহৎ ।

বীৰেন্দ্ৰ : মই একো বুজিব পৰা নাই ।

অনন্ত : চলুৱে চলুৱে বুকুৰ তেজ দি গঢ়া সৈন্য-বাহিনী নিৰ্ম্মূল আৰু তাৰ লগে লগে তোমাৰ নিধনেই তেওঁলোকৰ উদ্দেশ্য ।

বীৰেন্দ্ৰ : আপুনি কৈছে কি !

অনন্ত : মূৰ্খ ! তোমাৰ এক ইঙ্গিতত ছাবে ছয় লক্ষ কাশ্মীৰী সৈন্যই প্ৰয়োজন হ'লে, ৰজা আৰু প্ৰধান সেনাপতিৰ বিৰুদ্ধে থিয় হ'ব বুলি তেওঁলোকে জানে । সেই কাৰণেই তোমাৰ শক্তি হ্ৰাস কৰিবলৈ আৰু পাৰিলে তোমাকো চিৰ-বিদায় দিবলৈ এই যুদ্ধৰ আয়োজন । বীৰেন্দ্ৰ, প্ৰাগজ্যোতিষৰ পোন্ধৰ লক্ষ প্ৰতাপী সৈন্যৰ সগত প্ৰতাপসিংহই নিজে যুদ্ধ কৰি প্ৰাণ নিদিয়ে । দিব লাগিব সহকাৰী সেনাপতিয়ে অৰ্থাৎ তুমি, আৰু তোমাৰ ছাবে ছয় লক্ষ কাশ্মীৰী ভায়ে ।

বীৰেন্দ্ৰ : মই ইয়াৰ প্ৰতিবাদ কৰিম ।

অনন্ত : কিহৰ প্ৰতিবাদ কৰিবা ! তুমি আজ্ঞাবাহী ভৃত্য ; প্ৰভুৰ আদেশ শিৰোধাৰ্য্য কৰাই তোমাৰ ধৰ্ম্ম ।

বীৰেন্দ্ৰ : মই আদেশ পালন নকৰোঁ ! বিদ্ৰোহ কৰিম !

অনন্ত : বীৰেন্দ্ৰসিংহ, তোমাৰ হৃদয়ত সিমান সাহ থকা হ'লে তুমি আজি সহকাৰী সেনাধ্যক্ষ হৈ অকালতে মৃত্যুদণ্ড ভোগ কৰিব নেলাগিলেহেঁতেন ।

বীৰেন্দ্ৰ : মৃত্যুদণ্ড !

অনন্ত : হয়, মৃত্যুদণ্ড ! প্ৰাগজ্যোতিষৰ লগত কাশ্মীৰৰ যুদ্ধ মানে, তোমাৰ মৃত্যুদণ্ড !

বীৰেন্দ্ৰ : [অধৈৰ্য্য হৈ] কাশ্মীৰত এনে কোনো শক্তি নাই, যি শক্তিয়ে বীৰেন্দ্ৰসিংহক মৃত্যুদণ্ড দিব পাৰে । মই এই মুহূৰ্ত্ততে মোৰ সেনা লৈ বিজয়সিংহক বন্দী কৰিম ।

[প্ৰস্থানোদ্যত । তিনিটা সৈন্য লৈ প্ৰতাপসিংহৰ প্ৰবেশ]

প্ৰতাপ : সেই শুভ মুহূৰ্ত্তৰ আগতে প্ৰতাপসিংহই বীৰেন্দ্ৰসিংহক বন্দী কৰিব । [সৈন্যক] বন্দী কৰ । 'সৈন্যই বীৰেন্দ্ৰক বন্দী কৰে । —অনন্তক] আৰু তুমি কাশ্মীৰৰ প্ৰজা হৈ, ৰাজশক্তিৰ বিৰুদ্ধে সেনাধ্যক্ষক উত্তেজিত কৰিছা । [সৈন্যক] বন্দী কৰ । [এটা সৈন্য আগবাঢ়ে]

অনন্ত : [সৈন্যক] সাৱধান ! [সৈন্য থমকি ৰয়] প্ৰতাপসিংহ, মই ৰাজভৃত্য নহওঁ । মই মন্ত্ৰীৰ জ্যেষ্ঠ পুত্ৰ, কাশ্মীৰৰ স্বাধীন যুৱক । তোমাৰ সৈন্যই মোক বন্দী কৰিব নোৱাৰে ।

প্ৰতাপ : তোমাৰ নিচিনা শত সহস্ৰ বিদ্ৰোহী মন্ত্ৰীপুত্ৰক প্ৰতাপসিংহৰ সৈন্যই বন্দী কৰিব পাৰে ! [খঙেৰে] বন্দী কৰ । [দুটা সৈন্যই অনন্তক বন্দী কৰে ; গম্ভীৰ স্বৰে] অনন্ত আৰু বীৰেন্দ্ৰসিংহ, তোমালোকে জনা উচিত কাশ্মীৰ অৰাজক নহয় ; মহাৰাজ বিজয়সিংহৰ ন্যায়দণ্ডৰ তলত কাশ্মীৰ ৰাজ্য সুপ্ৰতিষ্ঠিত ।

[সৈন্যক ইঙ্গিত দি প্ৰস্থান । সৈন্যই অনন্ত আৰু বীৰেন্দ্ৰসিংহক লৈ প্ৰস্থান কৰে]

—————

## ৫ম দৃশ্য—বিজয়সিংহৰ কক্ষ

(বিজয়সিংহই শয্যাত অৰ্দ্ধশায়িত হৈ এখন পুথি পঢ়ি থাকে । ব্যস্ত হৈ ৰত্নাৰ প্ৰবেশ)

ৰত্না : বিজয়, বিজয় !

বিজয় : আই !

ৰত্না : অনন্ত আৰু বীৰেন্দ্ৰসিংহক বন্দী কৰিছে ?

বিজয় : অনন্ত আৰু বীৰেন্দ্ৰসিংহক বন্দী কৰিছে ? কোনে ?
[কথাৰ লগে লগে শয্যা ত্যাগ কৰে]

ৰত্না : সেনাপতি প্ৰতাপসিংহই ।

বিজয় : সেনাপতি প্ৰতাপসিংহই ? কিয় ?

ৰত্না : কিয় বন্দী কৰিছে নেজানো ।

বিজয় : প্ৰহৰী । [প্ৰহৰীৰ প্ৰবেশ] মন্ত্ৰীক মাত এতিযাই । [প্ৰহৰীৰ প্ৰস্থান] আই, মই একো ধৰিব পৰা নাই ।

ৰত্না : ময়ো একো বুজিব পৰা নাই ।

বিজয় : অনন্ত প্ৰতাপৰ বন্ধু আৰু বীৰেন্দ্ৰসিংহ তেওঁৰ সহকাৰী । অথচ, প্ৰতাপৰ হাতত অনন্ত আৰু বীৰেন্দ্ৰ বন্দী ? তুমি ক'ৰপৰা শুনিলা আই ? [মন্ত্ৰীৰ প্ৰবেশ] মন্ত্ৰীবৰ, অনন্ত আৰু বীৰেন্দ্ৰসিংহ বোলে বন্দী ?

মন্ত্ৰী : হয় মহাৰাজ, সেনাপতিয়ে বন্দী কৰিছে ।

বিজয় : কি অপৰাধত ?

মন্ত্ৰী : ৰাজদ্ৰোহ অপৰাধত ।

ৰত্না : বীৰেন্দ্ৰসিংহ ৰাজদ্ৰোহী !

মন্ত্ৰী : অকল বীৰেন্দ্ৰই নহয় আই অনন্তও ।

বিজয় : আপোনাৰ পুত্ৰ অনন্ত ! [মন্ত্ৰী তলমূৰ কৰি নিমাত] মন্ত্ৰী, অনন্ত আৰু বীৰেন্দ্ৰ ৰাজদ্ৰোহী বুলি মোৰ বিশ্বাস নহয় ।

মন্ত্ৰী : বিশ্বাসযোগ্য কাৰণ নেথাকিলে ৰাজভক্ত প্ৰতাপসিংহই সিহঁতক বন্দী নকৰে মহাৰাজ ।

বিজয় : মই এতিয়াই ইয়াৰ বিচাৰ কৰিম । কোন আছ ? [প্ৰহৰীৰ প্ৰবেশ] বন্দী বীৰেন্দ্ৰ আৰু অনন্ত ক'ত ?

প্ৰহৰী : বন্দীশালত মহাৰাজ । সেনাপতি দুৱাৰত অপেক্ষা কৰিছে ।

বিজয় : আহিবলৈ ক । [প্ৰহৰীৰ প্ৰস্থান]

[ ক্ষন্তেক নিস্তব্ধ । প্ৰতাপসিংহ আহি ৰজাক অভিবাদন কৰে ]

বিজয় : সেনাপতি, তোমাৰ বক্তব্য শুনাৰ আগতে বন্দী বীৰেন্দ্ৰসিংহ আৰু অনন্তক ইয়ালৈ লৈ আহা ।

[ মূৰ দোঁৱাই প্ৰতাপৰ প্ৰস্থান ]

ৰত্না : এই কক্ষতে বিচাৰ কৰিবি বিজয় ?

বিজয় : তুমি ভিতৰলৈ যোৱা আই । [ৰত্নাৰ প্ৰস্থান] [অলপ ৰৈ] মন্ত্ৰীবৰ, এদিনৰ আগতে কাশ্মীৰ ৰবিৰ কনক-জ্যোতিৰে আলোকিত বুলি ভাবিছিলোঁ । আজি দেখিছোঁ, কাশ্মীৰ আকাশ মেঘাচ্ছন্ন ।

[প্ৰতাপৰ পাচে পাচে সৈনিকে বন্দী বীৰেন্দ্ৰ আৰু অনন্তক লৈ আহে]

বিজয় : [ বন্দীৰ ফালে এবাৰ চাই, গম্ভীৰ হৈ ] সেনাপতি, কি অপৰাধত মোৰ সেনাধ্যক্ষ আৰু মন্ত্ৰীৰ জ্যেষ্ঠ পুত্ৰ শৃঙ্খলাবদ্ধ ?

প্ৰতাপ : মহাৰাজ, মন্ত্ৰীপুত্ৰৰ প্ৰৰোচনাত, বীৰেন্দ্ৰসিংহই কাশ্মীৰাধিপতিক বন্দী-কৰিব খুজিছিল । সেই ৰাজদ্ৰোহ অপৰাধত মন্ত্ৰীপুত্ৰ আৰু সেনাধ্যক্ষ শৃঙ্খলাবদ্ধ ।

বিজয় : বীৰেন্দ্ৰসিংহ, এই অভিযোগ সত্য ?

বীৰেন্দ্ৰ : সত্য মহাৰাজ ।

বিজয় : কাশ্মীৰাধিপতিক বন্দী কৰাৰ অভিপ্ৰায় ?

বীৰেন্দ্ৰ : অভিপ্ৰায়, আত্মৰক্ষা কৰা ।

বিজয় : কাশ্মীৰৰ মহাৰাজে তোমাক কি এনে দণ্ডেৰে দণ্ডিত কৰিব খুজিছিল বীৰেন্দ্ৰসিংহ, যাৰ কাৰণে কাশ্মীৰাধিপতিক বন্দী কৰাৰ বাহিৰে আৰু তোমাৰ আত্মৰক্ষাৰ অন্য উপায় নাছিল ?

বীৰেন্দ্ৰ : প্ৰাণদণ্ডেৰে ।

বিজয় : প্ৰাণদণ্ডেৰে ! অৰ্থাৎ ?

বীৰেন্দ্ৰ : অৰ্থাৎ, আগন্তুক যুদ্ধত পোন্ধৰ লক্ষ প্ৰবল প্ৰতাপী কামৰূপী সৈন্যৰ লগত বীৰেন্দ্ৰসিংহক যুদ্ধ কৰিবলৈ আদেশ দি, তাৰ মৃত্যু কামনা কৰাই মহাৰাজৰ উদ্দেশ্য আছিল ।

বিজয় : [ ক্ষন্তেক বৈ, সৈনিকক ] মুক্ত কৰা। [ সৈনিকে বীৰেন্দ্ৰক মুক্ত কৰি দিয়ে ] বীৰেন্দ্ৰসিংহ ।

বীৰেন্দ্ৰ : মহাৰাজ ।

বিজয় : কাশ্মীৰৰ দায়িত্বপূৰ্ণ ৰাজকৰ্ম্মচাৰী হৈ বিবেক বৰ্জ্জন কৰি, এটা জ্বলন্ত অসত্যৰ আশ্ৰয় লৈ কাশ্মীৰত অশান্তিৰ সৃষ্টি কৰাৰ প্ৰচেষ্টাত, তোমাক মোৰ ৰাজ্যৰপৰা নিৰ্ব্বাসিত কৰিলোঁ ।
[ প্ৰতাপক ] সেনাপতি, ৰাজভক্ত সেনাধ্যক্ষক কাশ্মীৰৰ সীমান্ত এৰি আহিবলৈ অশ্বাৰোহীক আদেশ কৰা ।
[ প্ৰতাপে মূৰ দোঁৱায় । পাছত বীৰেন্দ্ৰৰ ওচৰলৈ গৈ তেওঁৰ কাষত থিয় হয় আৰু বীৰেন্দ্ৰই তেওঁক অনুসৰণ কৰে । দুইৰো প্ৰস্থান । বিজয়ে বীৰেন্দ্ৰৰ ফালে অলপ পৰ চাই ঘূৰি মন্ত্ৰীক কয় । ]
মন্ত্ৰীবৰ, অনন্তৰ বিচাৰৰ ভাৰ আপোনাৰ হাতত দিলোঁ ।
[ প্ৰস্থানোদ্যত ]

মন্ত্ৰী : [ কঁপা মাতেৰে ] মহাৰাজ, পিতাই কৰিব পুত্ৰৰ বিচাৰ !

বিজয় : অন্নদাতাতকৈ জন্মদাতাৰ বিচাৰত বেছি অধিকাৰ ।
[ বিজয়ৰ প্ৰস্থান ]

মন্ত্ৰী : [ অলপ বৈ ] বন্দী, তুমি ৰাজদ্ৰোহত অভিযুক্ত । কাশ্মীৰৰ শাসন-তন্ত্ৰ মতে ৰাজদ্ৰোহীৰ শাস্তি প্ৰাণদণ্ড । যদি পাৰা নিৰ্দ্দোষী বুলি প্ৰমাণ কৰা ।

অনন্ত : বিচাৰপতি, মই সম্পূৰ্ণ দোষী ।

মন্ত্ৰী : তে – ন্তে

অনন্ত : মোৰ প্ৰাণদণ্ডৰ আদেশ দিয়ক ।

মন্ত্ৰী : তাৰ আগতে তোমাৰ অসৎ আচৰণৰ উদ্দেশ্য জনা আৱশ্যক ।
[ প্ৰতাপৰ পুনঃ প্ৰৱেশ ]

অনন্ত : মোৰ উদ্দেশ্য ব্যক্ত কৰিবলৈ মই বাধ্য নহওঁ ।

মন্ত্ৰী : বন্দী, মনত ৰাখিবা ই বিচাৰ সভা, উক্তোক্তিৰ স্থান নহয় ।

অনন্ত : মোৰ স্মৰণ আছে বিচাৰপতি

মন্ত্ৰী : তেন্তে উদ্দেশ্য ব্যক্ত কৰা ।

অনন্ত : বিচাৰপতি, ইচ্ছা কৰিলে দোষীক কাৰাগাৰত ৰাখিব পাৰে, অঙ্গচ্ছেদ কৰিব পাৰে, প্ৰাণদণ্ড দিব পাৰে, কিন্তু দোষীৰ স্বাধীন মনৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰিবলৈ কাশ্মীৰৰ শাসন তন্ত্ৰৰ কিম্বা বিচাৰপতিৰ কোনো অধিকাৰ নাই ।

মন্ত্ৰী : [ খঙেৰে ] উত্তম । সেনাপতি, বন্দীক বধ্যভূমিলৈ নিয়াওক । ঘাটকক ক'ব, ৰাজদ্ৰোহীৰ চিন্ন শিৰৰ কাৰণে মই ইয়াত অপেক্ষা কৰিছোঁ ।

[ বিজয়সিংহৰ প্ৰবেশ ]

বিজয় : পুত্ৰৰ চিন্ন শিৰৰ কাৰণে পিতা ইমান উত্ৰাৱল ?

মন্ত্ৰী : [ ভগ্নস্বৰে ] পিতা উত্ৰাৱল নহয় মহাৰাজ । আৰু কাশ্মীৰৰ বিচাৰ সভাত পিতা-পুত্ৰৰ সম্বন্ধও নাই ।

বিজয় : বিচাৰ সভাত পিতা-পুত্ৰৰ সম্বন্ধ নেথাকিব পাৰে বিচাৰপতি, কিন্তু বিশ্বত, সৃষ্টি কৰ্ত্তাৰ স্বাধীন ৰাজ্যত, এই বন্দী আপোনাৰ পুত্ৰ আৰু আপুনিয়েই তেওঁৰ পিতা, জন্মদাতা ।

মন্ত্ৰী : সেনাপতি, লৈ যাওক ।

বিজয় : [ বন্দীক ৰাখিবলৈ ইঙ্গিত দি ] বিচাৰপতি, মই এই বন্দীৰ প্ৰাণ ভিক্ষা খুজিছোঁ ।

অনন্ত : [ স্বগত ] মৃতকৰ সম্মুখত বিদ্ৰূপৰ বৈতৰণী ।

বিজয় : দিয়ক বিচাৰপতি, বন্দীৰ প্ৰাণ ভিক্ষা দিয়ক ।

অনন্ত : মই মুক্তি ভিক্ষাৰী নহও, মোক মুক্তি নালাগে । মহাৰাজ শীঘ্ৰে মোৰ শিৰশ্ছেদ কৰাওক ।

বিজয় : যদি তোমাক মুক্তি নেলাগে, মৃত্যুৰ কাৰণে যদি তুমি ইমান লালায়িত, তেন্তে অভিমানী ষড়যন্ত্ৰকাৰী বিদ্ৰোহী যুৱক, কাশ্মীৰৰ সুযোগ্য বিচাৰপতিৰ নামত তোমাকো বীৰেন্দ্ৰসিংহৰ দৰে মোৰ ৰাজ্যৰপৰা নিৰ্ব্বাসিত কৰিলোঁ । সেনাপতি –

**প্ৰথম অঙ্ক শেষ**

## দ্বিতীয় অঙ্ক

### ১ম দৃশ্য—বিশ্বসিংহৰ ৰাজসভা

[ সিংহাসনত বিশ্বসিংহ, সোঁ-হাতৰ আসনত মন্ত্ৰী চন্দ্ৰহংস আৰু বাঁওফালে থিয়হৈ সেনাপতি সূৰ্য্যসিংহ ]

বিশ্বসিংহ : তেন্তে সূৰ্য্যসিংহ, তোমাৰ সিদ্ধান্তকে গ্ৰহণ কৰিলোঁ। পাঁচ লক্ষ সৈন্যৰেই যদি কাশ্মীৰ অধিকাৰ কৰিব পৰা যায়, অধিক সৈন্য নি অৰ্থ ক্ষয় কৰাৰ আৱশ্যক কি ?

সূৰ্য্য : কাশ্মীৰৰ নিচিনা এখন ক্ষুদ্ৰ ৰাজ্য জয় কৰিবলৈ পাঁচ লক্ষ কামৰূপী সৈন্যই যথেষ্ট মহাৰাজ।

চন্দ্ৰ : ভালকৈ ভাবি চোৱা সেনাপতি।

সূৰ্য্য : ইয়াত আৰু ভাবিবলৈ কি আছে মন্ত্ৰী ডাঙৰীয়া ?

চন্দ্ৰ : কেনেবাকৈ যদি পৰাজয় হ'বলগীয়া হয়, প্ৰাগজ্যোতিষে আৰু ভাৰতৰ আগত মুখ উলিয়াব নোৱাৰিব।

বিশ্ব : সঁচা কথা সূৰ্য্যসিংহ। এই অভিযান ব্যৰ্থ হ'লে প্ৰাগজ্যোতিষৰ চিৰ-গৌৰৱ লুপ্ত হ'ব। যদি সন্দেহ আছে এতিয়াও সৈন্য সংখ্যা বঢ়াই লোৱা।

সূৰ্য্য : মই নিঃসন্দেহ মহাৰাজ।

বিশ্ব : উত্তম। তেন্তে তুমি তিনি দিনৰ ভিতৰতে যাত্ৰা কৰিবলৈ আয়োজন কৰা।

সূৰ্য্য : যি আদেশ।

বিশ্ব : মন্ত্ৰী, অনঙ্গক যুদ্ধলৈ পঠিয়ালে কেনে দেখে ?

চন্দ্ৰ : তেতিয়া যুদ্ধ জয় সহজ হ'ব। [ অনঙ্গৰ প্ৰবেশ ] কি কোৱা সেনাপতি ?

সূৰ্য্য : যুৱৰাজে যদি নিজে সৈন্য পৰিচালনা কৰে, পাঁচ লক্ষ কামৰূপী সেনাৰে কাশ্মীৰ কিয় গোটেই ভাৰতবৰ্ষ জয় কৰা সহজ।

বিশ্ব : [ অনঙ্গৰ ফালে চাই থিয় হৈ ] তেন্তে অনঙ্গও যাওক দাম্ভিক বিজয়সিংহ আৰু কমলাক বন্দী কৰি আনক, কাশ্মীৰ ধ্বংস কৰক ! ভাৰতৰ বুকুৰপৰা কাশ্মীৰৰ নাম লুপ্ত হওক ।

অনঙ্গ : এটা শান্তি-প্ৰিয় জাতি সুখ-শয্যাত সুপ্ত । সেই নিৰপৰাধী নিৰীহ জাতিক নিৰ্ম্মূল কৰি আৰ্য্যাবৰ্ত্তৰ অঙ্গচ্ছেদ কৰিবলৈ আপোনাৰ কি অধিকাৰ আছে মহাৰাজ ?

বিশ্ব : অনঙ্গ, তুমিও এই যুদ্ধলৈ যাব লাগিব ।

অনঙ্গ : কাশ্মীৰ ধ্বংস কৰিবলৈ ?

বিশ্ব : ধ্বংস কৰি বিজয়সিংহ আৰু কমলাক বন্দী কৰি আনিবলৈ ।

অনঙ্গ : কাশ্মীৰাধিপতিৰ অপৰাধ ইমান গুৰুতৰ ?

সূৰ্য্য : মতিচ্ছন্ন বিজয়সিংহই মহাৰাজৰ অনুৰোধ উপেক্ষা কৰিছে যুৱৰাজ !

চন্দ্ৰ : অকল উপেক্ষাই নহয়, দূতক অৱজ্ঞা কৰি আমাক অপমান কৰিছে ।

অনঙ্গ : মন্ত্ৰীবৰ, কাশ্মীৰে যদি প্ৰাগজ্যোতিষক অপমান কৰিছে সেই অপমান প্ৰাগজ্যোতিষৰ প্ৰাপ্য ।

বিশ্ব : তাৰ কাৰণ অনঙ্গ ?

অনঙ্গ : কাৰণ ঐশ্বৰ্য্য গৰ্ব্বত গৰ্ব্বিত হৈ এদিন যি কামৰূপৰ অধিপতিয়ে কাশ্মীৰৰ ভূতপূৰ্ব্ব মহাৰাজক পাৰ্ব্বত্য দস্যু বুলি অৱজ্ঞা কৰিছিলে, সেই কামৰূপ অধিপতিৰ জ্যেষ্ঠ পুত্ৰৰ কাৰণে দস্যু তনয়াৰ পাণি প্ৰাৰ্থনা কৰাত দস্যু পুত্ৰ বিজয়সিংহই যদি অপমান কৰে, সেই অপমান প্ৰাৰ্থনাকাৰীৰ প্ৰাপ্য ।

বিশ্ব : তেন্তে, সেই অপমান আশীৰ্ব্বাদ বুলি মোৰ এই শুভ শিৰত তুলি লৈ পৰকালৰ সদগতি কামনা কৰি বহি থাকিম ?

অনঙ্গ : বহি নেথাকি কি কৰিব মহাৰাজ ?

বিশ্ব : কি কৰিম ? প্ৰলয়ৰ প্ৰচণ্ড অগ্নিত দগ্ধ কৰি কাশ্মীৰ শ্মশান কৰিম ! আৰু তাৰ প্ৰজা পুঞ্জক পশুৰ দৰে হত্যা কৰি প্ৰাগজ্যোতিষৰ পৰাক্ৰম দেখুৱাম ।

অনঙ্গ : পিতা, দেৱতাৰ লীলাক্ষেত্ৰ পুণ্যভূমি ভাৰতবৰ্ষত ভাৰতবাসীৰ তেজেৰে হাত ৰাঙলী কৰি পৰকালৰ কাৰণে পুণ্য সঞ্চয় কৰিব নেলাগে।

বিশ্ব : অনঙ্গ, তোমাৰ উপদেশ মই বিচৰা নাই। মই প্ৰাগজ্যোতিষৰ অধীশ্বৰ। মোৰ আদেশ, তিনি দিনৰ ভিতৰত যুদ্ধ যাত্ৰা কৰিব লাগে।

চন্দ্ৰ : যুৱৰাজ, বৃদ্ধৰ অনুৰোধ, মহাৰাজৰ অবাধ্য নহব।

সূৰ্য্য : বিজয়সিংহৰ ওপৰত প্ৰতিশোধ লোৱা আপোনাৰ কৰ্ত্তব্য যুৱৰাজ।

অনঙ্গ : মোৰ কৰ্ত্তব্য সোঁৱৰাই দিয়াৰ কাৰণে তোমাক ধন্যবাদ দিছোঁ সূৰ্য্যসিংহ। [ সূৰ্য্যসিংহ অপ্ৰস্তুত হয ]

বিশ্ব : অনঙ্গ, মই জানিব খুজিছো মোৰ আদেশ পালন কৰা হ'বনে নহয় ?

অনঙ্গ : প্ৰাগজ্যোতিষৰ অধীশ্বৰৰ এই অন্যায আদেশ পালন কৰিব নোৱাৰি মই দুঃখীত। কিন্তু, পিতাই যদি আদেশ কৰে অন্যায় হলেও তাক পালন কৰিবলৈ পুত্ৰ সদায় প্ৰস্তুত।

বিশ্ব : [ অলপ বৈ ] পুত্ৰ।

অনঙ্গ : পিতা ?

বিশ্ব : কাশ্মীৰ আক্ৰমণ কৰাৰ ভাৰ তোৰ ওপৰত। সেনাপতি সূৰ্য্য-সিংহ এই যুদ্ধত তোৰ সহকাৰী।

অনঙ্গ : কাশ্মীৰত প্ৰাগজ্যোতিষৰ জয়ধ্বজা উৰুৱাই পুনৰ পিতাৰ চৰণ বন্দনা কৰাৰ অভিলাষ থাকিল। সূৰ্য্যসিংহ, আজি সন্ধ্যা সৈন্য শিবিৰ পৰীক্ষা কৰিম।

[ প্ৰস্থান ]

——

## ২য় দৃশ্য—কাশ্মীৰ প্ৰাসাদৰ বাৰাণ্ডা

[ বিষাদ মনেৰে গীত গাই গাই কমলাৰ প্ৰবেশ ]

### গীত

শাৰদী মধুনিশা
শেৱালীৰ বুকুৰে
পৰাগ ৰঙা গীতি
বেদনাৰ অভিমান ।
নিয়ৰৰ প্ৰতি কণা বিৰহৰ ব্যথা সনা
প্ৰণয়ৰ প্ৰতিদান ।
পৱনৰ প্ৰেমোচ্ছ্বাসে
বিৰহৰ উঠে গীতি,
শেৱালীৰ বেদনাতে
হৃদয়ত জাগে স্মৃতি;
বিৰহৰ ব্যথা ভৰি
শেৱালীও পৰে জৰি
বেদনাৰ অবসান

(দৰ্পনাথ শৰ্ম্মা ৰচিত)

[ গীত গাই গাই কমলাৰ প্ৰস্থান । বিপৰীত ফালৰপৰা বিজয়সিংহৰ প্ৰবেশ আৰু তেওঁ অহা-যোৱা কৰি কিবা ভাবি থাকে ]

[ প্ৰতাপসিংহৰ প্ৰবেশ ]

প্ৰতাপ : মহাৰাজ ।

বিজয় : কোন ? অ' সেনাপতি ।

প্ৰতাপ : গুপ্তচৰৰ মুখে এইমাত্ৰ সংবাদ পালো, পাঁচ লক্ষ সৈন্য লৈ কামৰূপৰ যুৱৰাজ কাশ্মীৰ অভিমুখে যাত্ৰা কৰিছে মহাৰাজ।

বিজয় : মাত্ৰ পাঁচ লক্ষ ? আশ্বস্ত হ'লো ।

প্ৰতাপ : প্ৰাগজ্যোতিষৰ প্ৰত্যেকজন সৈন্যই একোজন বীৰ বুলি শুনিছো মহাৰাজ ।

বিজয় : সেই কথা মই বিশ্বাস নকৰোঁ। প্ৰতাপসিংহ, বীৰৰ বৃত্তি দস্যুবৃত্তি নহয় । (বৈ) দুৰ্গ নিৰ্ম্মাণ শেষ হলনে সেনাপতি ?

প্ৰতাপ : দুৰ্গ নিৰ্ম্মাণ শেষ কৰি দুৰ্গত খাদ্যসম্ভাৰ যুগুত ৰখা হৈছে।

বিজয় : ওঁ । (ভাবি) আমাৰ কিমান সৈন্য যুদ্ধত সম্পূৰ্ণৰূপে লিপ্ত ৰাখিব খুজিছা ?

প্ৰতাপ : মহাৰাজে অনুমতি দিলে, সৰ্ব্বমোট আমাৰো পাঁচ লক্ষ সৈন্য যুদ্ধত সম্পূৰ্ণৰূপে লিপ্ত ৰাখিবৰ ইচ্ছা। কিন্তু প্ৰথম আক্ৰমণ প্ৰতিৰোধৰ কাৰণে বিতস্তাৰ পাৰত বৰ্ত্তমান মাত্ৰ আঢৈ লক্ষ সৈন্য নিযুক্ত ৰাখিম বুলি মই ভাবিছো মহাৰাজ ।

বিজয় : মোৰ একো আপত্তি নাই। মাত্ৰ মনত ৰাখিবা, চিৰ আৰাধ্যা জন্মভূমিৰ জননীৰ সোণৰ কপালী যেন মলিয়ন নহয় । মনত ৰাখিবা, মাতৃ মন্দিৰৰ দেৱী প্ৰতিমা বিজেতাৰ স্পৰ্শত যেন অশুচি নহয়। মনত ৰাখিবা, কাশ্মীৰৰ স্বাধীনতা জন্মসত্ব ।

[ মূৰ দোঁৱাই প্ৰতাপৰ প্ৰস্থান ]

বিজয় : [আকাশৰ ফালে একেৰাহে বদ্ধ দৃষ্টিৰে চাই থাকি প্ৰবৃত্তিৰ তাড়ণাত পশুবৃত্তি অৱলম্বন কৰা মানুহ বনৰ বাঘতকৈয়ো ভীষণ। ক্ষুধা নিবৃত্তিৰ কাৰণে বাঘে বিচাৰে হৰিণাৰ মাংস, সিইতে বিচাৰে নৰমাংস ; তৃষ্ণা নিবাৰণৰ কাৰণে বাঘক লাগে এটোপা পানী, কিন্তু নৰপশুক লাগে নৰ-ৰক্ত । (বৈ) আচৰিত কি ? যি আকাশত সূৰ্য্যৰ হেমপ্ৰভা, সুধাকৰৰ সৌম্যমূৰ্ত্তি, সেই আকাশতে প্ৰলয়ৰ মেঘ গৰ্জ্জন, বজ্ৰৰ তাণ্ডব নৃত্য । যি বতাহত ফুলৰ মধুৰ সৌৰভ, মলয়াৰ মৃদু হিল্লোল, সেই বতাহতে শ্মশানৰ তীব্ৰ গন্ধ, ধুমুহাৰ ভৈৰব লীলা ! স্ৰষ্টাৰ সৃষ্টি বিচিত্ৰ ।

[ লাহে লাহে প্ৰস্থান ]

———

## ৩য় দৃশ্য—চন্দ্ৰভাগা নৈৰ পাৰ

[ বীৰেন্দ্ৰসিংহ বহি থাকে ]

বীৰেন্দ্ৰ : [নিজে নিজে] কপট অনন্তক বিশ্বাস কৰি আজি মোৰ এই দুৰৱস্থা। মানসম্ভ্ৰম হেৰুৱালোঁ, পদ মৰ্য্যদা হেৰুৱালোঁ, ৰাজদ্ৰোহী হৈ, শেষত কাশ্মীৰৰপৰা নিৰ্ব্বাসিত হ'লোঁ ; নিজৰ অমঙ্গল নিজে মাতি আনিলোঁ । মোৰ এই অৱস্থা হবই পায়। এটা স্বাৰ্থান্ধ চক্ৰান্তকাৰী যুৱকৰ প্ৰতাৰণাত ভোল গৈ যি নিৰ্ব্বোধে চিৰপূজ্য, চিৰনমস্য কাশ্মীৰ অধিপতিৰ বিৰুদ্ধে অস্ত্ৰ ধৰিব খোজে, তাৰ সৰ্ব্বনাশ নহৈ হ'ব কাৰ ! (হুমুনিয়া কাটি ক্ষন্তেক নৈৰ ফালে চাই থাকি) আই চন্দ্ৰভাগা, আজন্ম পূজাৰ থলি মহাতীৰ্থ কাশ্মীৰক হেৰুৱাই আজি অশ্ৰু বিগলিত নেত্ৰে তোমাৰ কাষত শান্তি ভিক্ষা কৰিছেহি ! শান্তি দিয়া আই ।

[ গীত গাই এটা সন্ন্যাসীৰ প্ৰবেশ ]

—গীত—

প্ৰীতিত আমাৰ পৰাণ বন্ধা
পৰৰ হৃদয় কৰিম জয়,
পথিক আমি মিলন পথৰ
পথ যে আমাৰ আলোকময় । [প্ৰস্থান]

বীৰেন্দ্ৰ : এটা ভিক্ষাৰীয়ে হৃদয়ত অফুৰন্ত প্ৰীতি লৈ বিশ্বমানৱক ভাই বুলি আকোৱালি ধৰিবলৈ আলোক পথেদি লৰি গৈছে। আৰু মই, বিপথগামী ৰাজদ্ৰোহী নাৰকীয়ে, অনুতাপৰ উত্তাপত হৃদয় দগ্ধ কৰি জ্বলি পুৰি মৰিছোঁ ! ভগৱান !

[ অনন্তৰ প্ৰবেশ ]

অনন্ত : ইমান দিনৰ মূৰত আজি লগ পালোহি । বীৰেন্দ্ৰ ।

বীৰেন্দ্ৰ : কোন ?

অনন্ত : মই অনন্ত ; কাশ্মীৰৰ মন্ত্ৰী পুত্ৰ। তোমাক বিচাৰি বিচাৰি এইখিনি ওলাইছোহি ।

বীৰেন্দ্ৰ : মন্ত্ৰী পুত্ৰই যেতিয়া বীৰেন্দ্ৰক বিচাৰি এইখিনি ওলাইছেহি, এইবাৰ মন্ত্ৰণা নিশ্চয় গুৰুতৰ ।

অনন্ত : তুমি ঠিক অনুমান কৰিছা । তোমাৰ বুদ্ধি আছে ।

বীৰেন্দ্ৰ : [বিৰক্তিৰে] হয় আছে ।

অনন্ত : তুমি অহাৰ পাছত ৰজাই মোক মুক্তি দি বৰ বেজাৰ কৰিলে ।

বীৰেন্দ্ৰ : [বিৰক্তিৰে] হয় কৰিলে ।

অনন্ত : আৰু ক'লে, তুমি মোৰ ভাইতকৈয়ো আপোন । আমাৰ ভিতৰুৱা কথা বীৰেন্দ্ৰক কৈ দিব নেলাগিছিল । [বীৰেন্দ্ৰই খং আৰু বিৰক্তিৰে অনন্তৰ মুখলৈ চায়] তুমি অবিশ্বাস কৰিছা ?

বীৰেন্দ্ৰ : [বিৰক্তিৰে] নাই কৰা ।

অনন্ত : এতিয়া তোমাৰ ওচৰলৈ আহিছো এটা কথাৰ কাৰণে ।

বীৰেন্দ্ৰ : [বিৰক্তিৰে] জানিছোঁ ।

অনন্ত : তোমাক নিৰ্ব্বাসন দিয়া মানে মোকো নিৰ্ব্বাসন দিয়া । মই অকলে কাশ্মীৰত থাকি কি কৰিম ?

বীৰেন্দ্ৰ : [বিৰক্তিৰে] কি কৰিব !

অনন্ত : বিশ্বসিংহৰ সৈন্য কাশ্মীৰ অভিমুখে কেতিয়াবাই যাত্ৰা কৰিলে । দুই এদিনৰ ভিতৰত এইখিনি পাবহি ।

বীৰেন্দ্ৰ : [বিৰক্তিৰে] হয় পাবহি ।

অনন্ত : কামৰূপৰ যুৱৰাজ আহিছে প্ৰধান সেনাপতি হৈ । আমি ইয়াতে তেওঁৰ লগত যোগ দি কাশ্মীৰ অধিকাৰ কৰিবলৈ যদি সহজ উপায় দেখুৱাই দিওঁ, যুদ্ধৰ পাছত তুমিয়ে বা ময়ে কাশ্মীৰত বিশ্বসিংহৰ কৰতলীয়া ৰজা হৈ থাকিব পাৰিম । কি কোৱা ?

বীৰেন্দ্ৰ : এই উদ্দেশ্য লৈয়ে আপুনি ইমান দূৰ মোক বিচাৰি আহিছে ?

অনন্ত : এই উদ্দেশ্য লৈয়ে আহিছোঁ । [স্বগত:] হাত্তলৈ আহিল আৰু ।

বীৰেন্দ্ৰ : [খং বেজাৰত নিজে নিজে] অধঃপতন, অধঃপতন । কাশ্মীৰৰ অধঃপতন ।

অনন্ত : অধঃপতন হ'বই লাগিব, নহৈ পাৰে ?

বীৰেন্দ্ৰ : [খণ্ডত অধৈৰ্য্য হৈ গোৰোহণি মাৰি] মুখ বন্ধ কৰ। [অনন্ত অৱাক হয়] প্ৰবঞ্চক, প্ৰতাৰক, মিথ্যাবাদী ; নিজৰ ঘৰত জুই দিবলৈ, নিজ জননীক পৰৰ দাসী কৰিবলৈ নিষ্কলঙ্ক কাশ্মীৰক নৰকত ডুবাবলৈ, হাবি বন ভাঙি উন্মাদৰ দৰে কাশ্মীৰৰপৰা লৰি আহিছ। আৰু তোৰ পৈশাচিক পাপ প্ৰবৃত্তিৰ ইন্ধন যোগাব লাগে মই ?

অনন্ত : অ,' তুমি মোক ভুল বুজিলা। শুনাছোন,—

বীৰেন্দ্ৰ : কোনো কথা নুশুনো দূৰ হ পাষণ্ড।

অনন্ত : [খঙেৰে] কি। পাষণ্ড মই হ'লো ! দূৰ হব লাগে। [ৰৈ] বেচ যাওঁ। কিন্তু, যোৱাৰ আগতে নিৰ্ব্বাসিত, নিৰ্লজ্জ তোকো সতৰ্ক কৰি যাওঁ। আজি যি কালান্তক ফেটি সাপৰ ফণাত উঠি নৃত্য কৰিলি ; সেই মহাকালৰ কাৰণে ব্ৰহ্মতালু পৰিষ্কাৰ কৰি ৰাখ ! [প্ৰস্থান]

[ অনন্ত যোৱা ফালে বীৰেন্দ্ৰই তীক্ষ্ণ দৃষ্টিৰে চাই থাকে।]

## ৪ৰ্থ দৃশ্য—কাশ্মীৰ প্ৰাসাদৰ বুলনি

[গীত গাই গাই বিমলাৰ প্ৰৱেশ]

—গীত—

সৰিছে শেৱালি তল ভৰি ভৰি
আজি শৰতৰে পুৱা,
ঘুমটিৰে ৰাগী থোৱা কাতি কৰি
চোৱা চকু মেলি চোৱা।
মনতে আলচি থোৱা কথাকিটি
ফুটিব নিদিয়ে লাজে আগেভেটি,
সপোনৰ দেশত সেয়েহে বিৰলে
চেনেহী সখাকে কোৱা।

সপোনতে পোৱা প্ৰিয় পৰশতে,
ফুটাব নেলাগে হাঁহিটি ওঁঠতে ;
নিজকে বিলোৱা শেৱালি চপাই
তাৰে মালা গাঁথি লোৱা ।
ঘুমটি সুখতে নৰ'বা সুৱাগী
সখীয়া আহিছে চোৱা ।

(করুণাধৰ বৰুৱা ৰচিত)

[গীত গাই গাই প্ৰস্থান]

— — — —

## ৫ম দৃশ্য—কমলাৰ কক্ষ

[ এখন শয্যাত কমলা শুই থাকে ; টোপনি । বিমলাই আগৰ গীতটো গাই গাই লাহে লাহে শয্যাত বহেহি । বিমলাই গীত গাই থাকে, তেতিয়াও কমলাৰ টোপনি । ]

বিমলা : হেৰা, হেৰা—[গাত ধৰি জোকাৰে]

কমলা : [সাৰ পাই চকু মোহাৰি] অ' তুমি ; কেতিয়া আহিলা ?

বিমলা : মই বাৰু যেতিয়াই আহো, কাক দেখিছিলা ? কুমাৰক নে কোনোবা কুমাৰক ?

কমলা : জানো কি কৈছা তুমি !

[ বিচনাতে গাৰুত আউজি বহে ]

বিমলা : কিবা কিবি দেখা নাই জানো সপোনত ?

কমলা : [ভাবি] কিবা সপোন এটা দেখিছিলোঁ হ'ব পায় সখী, পিছে এতিয়া মনত নপৰা হ'ল ।

বিমলা : পৰিব, পৰিব, কেলৈ নপৰিব ? মনত নপৰিবলৈহে সপোনে দিনতে গবা মাৰি ধৰিছেহি ?

কমলা : নাৰু, তুমি দিনত সপোন দেখানে ? [বিমলাই মূৰ জোকাৰে] ৰাতি একা ? [বিমলাই মূৰ জোকাৰে] মই হ'লে ৰাতিও দেখো, দিনতো দেখো ।

বিমলা : দেখিবাতোন । তুমি যেতিয়া সপোন দেখি থাকা, তেতিয়া চাগৈ তোমাৰ বৰ ভাল লাগে, নহয়নে ?

কমলা : কেতিয়াবা ভাল লাগে, পিছে কেতিয়াবা খঙো উঠে ।

বিমলা : অভিমান আৰু বিৰহ নহলে মিলনে পক নিদিয়ে । ভাল কৰা, মাজে মাজে এছাটি দুছাটি খং ছটিয়াই থাকিবা ।

কমলা : জানো তুমি কিখন গাইছা ।

বিমলা : মই ভালকে গাইছোঁ । পিছে বুজিছা সখী, মোৰ কথা যদি শুনা, দিঠকতে আটায়ে দেখাকৈ কিবা এটা সোনকালে কৰি পেলোৱা । ছঁা চাই কিমান আৰু এনেকৈ হুমুনিয়া কাঢ়ি থাকিবা ।

কমলা : তোমাৰ কথা মই এতিয়াহে ধৰিব পাৰিছোঁ । তুমি বৰ দুষ্ট !

বিমলা : সঙ্গ দোষ সখী ।

কমলা : [ হুমুনিয়া কাঢ়ি বেজাৰেৰে ] দেখিছাই নহয় মোৰ কাৰণে কি হ'ব খুজিছে । আকৌ সেইবিলাক কথা কৈ মোক কেলৈ বেজাৰ দিয়া সখী !

বিমলা : তোমাৰ কাৰণেনো কিখন হৈছেহে । অ' ৰণ লাগিব খুজিছে ? বৰ কথাটো হ'ল । কামৰূপীৰ তেজৰ পিৰপিৰণি উঠিছে যেতিয়া ৰণ কৰিবই । সেইবুলি আমি দুযাৰ এযাৰ সুখ-দুখৰ কথাও পাতিব নেপায় নে ? তুমিও আৰু !

কমলা : তুমি দিনে দিনে নজনা হৈ হে আহিছা । চোৱাচোন মোৰ কাৰণেই আইৰ কিমান চিন্তা, দাদাৰ কিমান দুখ !

বিমলা : জেনে তুমিও উচুপি উচুপি কান্দি থাকা । গাভৰু ছোৱালী, কেনে ৰাংঢালী হ'ব লাগিছিল । [ হাঁহি ] তোমাৰ কিবা বেমাৰ হৈছেনেকি সখী ?

কমলা : [ দুখেৰে ] বেমাৰ পৰি মৰা হলে ভালেই আছিল ।

বিমলা : ভাল আপদখনে পালে । সখী, তুমি থাকা মই যাওঁ !

[ বহাৰ পৰা যাবলৈ উঠে ]

কমলা : কলৈনো যোৱা, বহাচোন ।

বিমলা : তোমাৰ এই ইননি বিননিখন শুনিবলৈ মই অহা নাই ইয়ালৈ ।

নেপথ্যত—কমলা, অ' কমলা ।

কমলা : [ ভিতৰ ফালে চাই ] গৈছোঁ আই । [ বিমলাক ] সখী, তুমি অলপ বহা মই আহিছোঁ ।

বিমলা : বহিবৰ মন নাছিল । বাৰু, মই বহিছোঁ তুমি কিন্তু সোনকালে আহিবা ।

কমলা : বাৰু । [ প্ৰস্থান ]

*[ বিমলাই শয্যাতে বহি আগৰ গীতটোৰ শেষ কলিটো আকৌ গায় ]*

— — —

## ৬ষ্ঠ দৃশ্য—কামৰূপী সৈন্যৰ শিবিৰৰ সমীপ

[ এফালৰপৰা অনঙ্গ আৰু আনফালৰপৰা সূৰ্য্যসিংহৰ প্ৰবেশ ]

সূৰ্য্য : গুপ্তচৰৰ সংবাদ সত্য যুৱৰজা ; ইয়াৰপৰা ডেৰ ক্ৰোশ দূৰত বিতস্তা নদীৰ সিপাৰে শত্ৰু সৈন্য অপেক্ষা কৰিছে ।

অনঙ্গ : [ ভাবি ] ডেৰ ক্ৰোশ ? বিতস্তা নদীৰ সিপাৰে ? কাশ্মীৰত আকৌ বিতস্তা নদী ক'ৰপৰা ওলাল সেনাপতি ?

সূৰ্য্য : বিতস্তাৰ আদি ভাগ কাশ্মীৰৰ মাজেদি গৈ চন্দ্ৰভাগাত পৰিছে যুৱৰাজ ।

অনঙ্গ : বুজিলোঁ । তেন্তে শিবিৰ তুলি নিৰৱ আৰু আক্ৰমণক নকৰে । ইয়াৰপৰাই আমি আক্ৰমণ কৰিম ।

সূৰ্য্য : ময়ো তাকে ভাবিছিলোঁ ।

অনঙ্গ : [ বৈ ] কাশ্মীৰ এখন মনোৰম ৰাজ্য। ইয়াৰ সীমাত ভৰি দিয়াৰ লগে লগে এটা অবৰ্ণনীয় আনন্দই মোক আকুল কৰি তুলিছে।
[ অনঙ্গই একান্তভাৱে দূৰলৈ চাই থাকে —দূৰৰ দৃশ্যলৈ ]

সূৰ্য্য : সঁচা যুৱৰাজ, কাশ্মীৰৰ প্ৰাকৃতিক সৌন্দৰ্য্য অতি মনোৰম।
[ অলপ বৈ ] একেৰাহে কি চাইছে যুৱৰাজ ?

অনঙ্গ : [ মুখ ঘূৰাই ] কাশ্মীৰক ! [ তন্ময় হৈ নিজে নিজে ] কাশ্মীৰ ভাৰতৰ মুকুত মণি, সৌন্দৰ্য্যৰ ৰাণী, সেনাপতি।

সূৰ্য্য : যুৱৰাজ ?

অনঙ্গ : কাশ্মীৰৰ শ্যামল আচলত, মধুমতী মাধৱী লতাৰ লাস্য, কমনীয় কুসুমৰ মাধুৰ্য্য, নিজৰাৰ নীৰৱ নৃত্য। কাশ্মীৰৰ কণ্ঠত মোহিনী বীণাৰ ধ্বনি, কেতেকীৰ মধুৰ স্বৰ, কুলিৰ কোমল কাকলি। কাশ্মীৰৰ মুখত, বিশ্বৰ অপৰূপ ৰূপ, শেৱালিৰ সৰল চাঁহি, মালতীৰ অমিয়া মাধুৰী। কাশ্মীৰৰ কৰৱীত, অৰুণৰ উজ্জ্বল আভা, সুধাংশুৰ অমল প্ৰভা, তাৰকাৰ বিমল কান্তি। [ চাই আত্মহাৰা হয় ] [ প্ৰহৰীৰ প্ৰবেশ ]

প্ৰহৰী : এজন সম্ভ্ৰান্ত কাশ্মীৰ যুৱকে যুৱৰাজক দেখা কৰিব খোজে।
[ অনঙ্গ নিমাত ]

সূৰ্য্য : [ বৈ, অনঙ্গই নমতা দেখি ] যুৱৰাজ।

অনঙ্গ : [ তন্ময় ভাবতে ] অ', কি সেনাপতি ?

প্ৰহৰী : এজন সম্ভ্ৰান্ত কাশ্মীৰী যুৱকে যুৱৰাজক দেখা কৰিবলৈ অনুমতি বিচাৰিছে।

অনঙ্গ : কাশ্মীৰী ! সম্ভ্ৰান্ত ! [ বৈ ] সেনাপতি, স-সন্মানে লৈ আহা।
[প্ৰহৰী আৰু সূৰ্য্যসিংহৰ প্ৰস্থান। অনঙ্গই আকাশৰফালে চাই]
দূৰত সৌ তুষাৰমণ্ডিত হিমাদ্ৰী শিখৰত অস্তগামী অৰুণৰ শেষ হেমাঞ্জলী। সুন্দৰ। [ সূৰ্য্যসিংহ আৰু অনন্তৰ প্ৰবেশ। অনন্তৰ ভৰিৰ পৰা মূৰলৈকে চাই ]
আপুনি কাশ্মীৰী ?

অনন্ত : হয় যুৱৰাজ ।

অনঙ্গ : কাশ্মীৰতে আপোনাৰ জন্ম ?

অনন্ত : হয় ।

অনঙ্গ : কাশ্মীৰেই আপোনাৰ জন্মভূমি ?

অনন্ত : কাশ্মীৰেই মোৰ জন্মভূমি ।

অনঙ্গ : আপুনি সৌভাগ্যবান ! কওক যুৱক, জন্মভূমিৰ শত্ৰুৰ কাষলৈ কি উদ্দেশ্য লৈ আহিছে ?

অনন্ত : [ কি ক'ব একো ঠিক কৰিব নোৱাৰি ] মই, মই কাশ্মীৰৰ মন্ত্ৰীপুত্ৰ যুৱৰাজ ।

অনঙ্গ : বিদেশত, বিশেষতঃ শত্ৰু ৰাজ্যত আপোনাক যথাযোগ্য অভ্যৰ্থনা কৰিব নোৱাৰাৰ বাবে ত্ৰুটী মাৰ্জ্জনা কৰিব মন্ত্ৰীপুত্ৰ !

অনন্ত : সেই বিষয়ে যুৱৰাজে আক্ষেপ কৰিব লগীয়া একো নাই ।

অনঙ্গ : সন্তোষ পালোঁ । এতিয়া আপোনাৰ অভিপ্ৰায় জানিবলৈ দি আশাকৰো আপ্যায়িত কৰিব ।

অনন্ত : [ স্বগতঃ ] মোৰ উদ্দেশ্য সিদ্ধি হ'ব যেন লাগিছে । [ প্ৰকাশ্যে] যুৱৰাজ, কাশ্মীৰৰ মহাৰাজ, বিজয়সিংহ আৰু সেনাপতি প্ৰতাপ সিংহৰ অত্যাচাৰত কাশ্মীৰবাসী জৰ্জ্জৰিত । যুৱৰাজে কাশ্মীৰ অধিকাৰ কৰিবলৈ অহা শুনি প্ৰজাবৃন্দই অতিশয় আনন্দ পাইছে । আৰু অতি শীঘ্ৰে কাশ্মীৰ জয় কৰি ৰাজ্যত শান্তি স্থাপন কৰিব বুলি একান্ত কামনা কৰিছে ।

সূৰ্য্য : অতি সুখৰ বাতৰি যুৱৰাজ ।

অনঙ্গ : [ ভাবি ভাবি খোজ চলাই ] তেন্তে আপুনি প্ৰজাৰ প্ৰতিনিধি স্বৰূপে এই কথা মোক জনাবলৈ আহিছে ?

অনন্ত : জনাবলৈ আহিছোঁ। আৰু আপোনাৰ লগত যোগ দি বিজয়-সিংহৰ ওপৰত প্ৰতিশোধ নহয়, নহয়, আপোনাক সহায় কৰিবলৈ আহিছোঁ। ।

অনঙ্গ : তাৰ মানে কাশ্মীৰৰ বিৰুদ্ধে অস্ত্ৰ ধৰিবলৈ আহিছে ?

অনন্ত : হয় ।

অনঙ্গ : মন্ত্রীপুত্র, আপুনি যে বিশ্বাসযোগ্য, তাক মই কেনেকৈ বিশ্বাস কৰিম ?

অনন্ত : মন্ত্রীপুত্র মিথ্যাবাদী নহয় যুৱৰাজ ।

অনঙ্গ : হ'ব পাৰে মন্ত্রীপুত্রৰ প্রত্যেক কথাই সত্য, হ'ব পাৰে কাশ্মীৰৰ অধিপতি অত্যাচাৰী ; কিন্তু যি যুৱকে শত্রুৰ লগত যোগ দি "স্বর্গাদপি গৰীয়সী" জন্মভূমিৰ বিৰুদ্ধে অস্ত্র ধৰিব খোজে, সেই যুৱকক বিশ্বাস কৰা মোৰ ৰীতি নহয় ।

অনন্ত : যুৱৰাজ, মই একো অসৎ অভিপ্রায় লৈ অহা নাই । যুদ্ধ জয়ত সহায় কৰিবলৈহে আপোনাৰ কাষ চাপিছোহি । মোক বন্ধু বুলি ভাবক যুৱৰাজ ।

অনঙ্গ : তাহানিৰ ভাৰতভূমিত যুধিষ্ঠিৰে জন্মধাৰণ কৰা যদি সঁচা হয়, দধীচিৰ জন্ম বিবৃত্তি যদি কবিৰ কল্পনা নহয়, পুণ্যশ্লোক হৰিশ্চন্দ্র, সত্যাশ্রয়ী ৰামচন্দ্র ভাৰত মাতাৰ পুত্র বুলি যদি পুৰাণ ৰামায়ণে কয়, আজিৰ এই ভাৰতবর্ষতো এনে কোনো সংকীর্ণমনা লোক নোলাব, যি আপোনাৰ নিচিনা মাতৃদ্রোহী মহাপাপীক বন্ধু বুলি আলিঙ্গন কৰিব ।

অনন্ত : কিন্তু সেই ভাৰত ভূমিতে মাতৃহত্যাকাৰী পৰশুৰামেও জন্ম ধাৰণ কৰিছিল যুৱৰাজ ।

অনঙ্গ : [ খং উঠি ] পৰশুৰামে মাতৃহত্যা কৰিছিল জন্মগুৰু পিতৃৰ আদেশত, পৰশুৰামে একবিংশতিবাৰ ধৰা নিক্ষেত্রিয় কৰিছিলে নিজ শক্তিৰ প্রভাৱত । কিন্তু আপুনি কোন মহাগুৰুৰ আদেশত শত্রুৰ পদসেৱা কৰি, আজি আপোনাৰ জননী কাশ্মীৰক ধূলিস্যাৎ কৰিবলৈ আহিছে যুৱক ?

অনন্ত : বিবেকৰ আদেশত ।

অনঙ্গ : বিবেকৰ আদেশত? মূৰ্খ, প্ৰতিহিংসাক বিবেক নোবোলে, নৃসংশতাক বিবেক নোবোলে, হৃদয় হীনতাক বিবেক নোবোলে।

অনন্ত : তেন্তে বিবেক কি ?

অনঙ্গ : বিবেক ? যি অদৃশ্য শক্তিয়ে নৰককুণ্ডৰপৰা মানুহক স্বৰ্গৰাজ্যলৈ লৈ যায়, যি অলৌকিক আলোকত পাপ পুণ্যৰ পাৰ্থক্য দেখা পায়, যি অন্তঃসলিলাত অন্তৰৰ আৱৰ্জ্জনা ধুই মানুহ পবিত্ৰ হয় – সেয়ে বিবেক ।

**দ্বিতীয় অঙ্ক শেষ**

## তৃতীয় অঙ্ক

### ১ম দৃশ্য—কাশ্মীৰ সৈন্য শিবিৰৰ সম্মুখত

[ প্ৰতাপসিংহ আৰু বসন্ত ]

প্ৰতাপ : বসন্ত, মহাৰাজে তোমাক সহকাৰী সেনাপতিৰূপে বীৰেন্দ্ৰসিংহৰ অপূৰ্ণ পদত নিযুক্ত কৰিছে।

বসন্ত : মহাৰাজৰ প্ৰতি শ্ৰদ্ধাঞ্জলী নিবেদন কৰিছোঁ।

প্ৰতাপ : সেনাপতি, কাশ্মীৰত শত্ৰুৰ তুৰ্য্যধ্বনি আৰু তাৰ নিনাদত সবল প্ৰজা আজি সশঙ্কিত এই শঙ্কা নিবাৰণ কৰিব লাগিব, ভীতি বিহ্বল প্ৰজাক আশ্বাস দিব লাগিব, প্ৰয়োজন হ'লে আমাৰ হৃদয়ৰ শোণিত দি।

বসন্ত : সি সৌভাগ্যৰ কথা সেনাপতি।

[ বিষাদ মনেৰে বিজয়সিংহৰ প্ৰবেশ। প্ৰতাপ আৰু বসন্তই অভিবাদন কৰে ]

বিজয় : সেনাপতি।

প্ৰতাপ : মহাৰাজ।

বিজয় : কাশ্মীৰৰ এই দুৰ্দ্দিন, সিফালে প্ৰাসাদত আই অসুস্থা।

প্ৰতাপ : ৰাজমাতা অসুস্থা !

বিজয় : [ হুমুনিয়া কাঢ়ি ] সেই কথা ভাবি চিন্তা কৰিবৰ আৰু সময় নাই। সেনাপতি, ঈশ্বৰৰ ওচৰত মাতৃৰ আৰোগ্য কামনা কৰি যুদ্ধত প্ৰবিষ্ট হোৱা। মোৰ দুৰ্ভাগ্য, বীৰেন্দ্ৰসিংহ বিদ্ৰোহী, অনন্ত অকৃতজ্ঞ আৰু এই সন্ধিক্ষণত জননী শয্যাগতা।

প্ৰতাপ : বীৰেন্দ্ৰ আৰু অনন্তৰ কাৰণে আক্ষেপ নকৰিব মহাৰাজ ?

বিজয় : শুনিছোঁ, অনন্ত হেনো শত্ৰুৰ লগত যোগ দিবলৈ আহিছে !

প্ৰতাপ : [আচৰিত হৈ] নিৰ্ব্বাসিত অনন্তই ! শত্ৰুৰ লগত যোগ দিবলৈ আহিছে !

বিজয় : আচৰিত হৈছা ? [বিষাদৰ হাঁহি মাৰি] মানুহে কৰিব নোৱাৰা কাম একো নাই । যাওক, বসন্ত !

বসন্ত : মহাৰাজ ।

বিজয় : কাশ্মীৰৰ গৌৰৱপূৰ্ণ এখন তৰোৱাল তোমাৰ হাতত তুলি দিছোঁ । মনত ৰাখিবা, তাৰ মুঠি কাশ্মীৰৰ অস্থিৰে নিৰ্ম্মিত। প্ৰতাপসিংহ, নৃমুণ্ডমালিনীৰ পূজাত লক্ষ লক্ষ ৰক্ত জবাৰ আজি প্ৰয়োজন হৈছে । পূজাৰ পুৰোহিত তুমি । চাবা, যেন প্ৰত্যেকটি ফুল জননীৰ পদত পৰে ।

[ এটা সৈনিকৰ বেগেৰে প্ৰবেশ ]

সৈনিক : শত্ৰু সৈন্য অগ্ৰসৰ হৈছে । [প্ৰস্থান]

বিজয় : অগ্ৰসৰ হৈছে ? তেন্তে প্ৰতাপসিংহ, মন্দিৰত শঙ্খধ্বনি কৰা, বেদীত শলিতা জলোৱা । স্বাধীনতা বীজমন্ত্ৰেৰে পূজা আৰম্ভ কৰা । [ভিতৰত ৰণবাদ্য বাজে]

প্ৰতাপ : ব'লা বসন্ত, বৰ্ষাৰ উত্তালময়ী তৰঙ্গৰ দৰে প্ৰলয়ৰ ভীম প্ৰভঞ্জনৰ দৰে, সপ্তবজ্ৰ সম্মিলিত মহাশক্তিৰ দৰে কালান্তক মূৰ্ত্তি ধৰি শত্ৰুৰ ওপৰত জপিয়াই পৰোঁ । সৈন্যসকল, আগবাঢ়া ।

[তৰোৱাল খোলে]

[গীত গাই সৈন্যৰ প্ৰবেশ । বসন্তই তৰোৱাল খুলি সৈন্যৰ আগে আগে যায় । প্ৰতাপে খোলা তৰোৱাল লৈ ৰজাৰ কাষত থাকে ।]

—গীত—

পৱন বেগে আহক আহে
তীক্ষ্ণ অসিৰ ঝন-ঝননি
গগন ভেদি উঠক উঠে
শত্ৰু সেনাৰ তূৰ্য্য-ধ্বনি ।
স্বাধীনতাৰ ভক্ত আমি
মাতৃভূমিত মৃত্যু কামী

মাতৃভূমি স্বৰ্গ আমাৰ
জন্মভূমি শিৰৰ মণি ।
[গীত গাই গাই বসন্তৰ লগত সৈন্যৰ প্ৰস্থান]

প্ৰতাপ : [তৰোৱাল ৰজাৰ ভৰিত থৈ আঁঠুকাঢ়ি] মহাৰাজ !

বিজয় : [তুলি দি] যোৱা বন্ধু, তোমাৰ জয় নিশ্চিত।

[দুইৰো দুকালে প্ৰস্থান]

## ২য় দৃশ্য : বিতস্তা পাৰৰ ৰণক্ষেত্ৰ

[ ৰণবাদ্য বাজি থাকে , খোলা তৰোৱাল লৈ সূৰ্য্যসিংহৰ বেগেৰে প্ৰৱেশ ।]

সূৰ্য্য : আক্ৰমণ কৰা, আক্ৰমণ কৰা, শক্ৰসৈন্য ধূলিৰ লগত মিহলাই দিয়া। কাশ্মীৰীৰ তেজেৰে ৰণক্ষেত্ৰ প্লাবিত কৰা। কামৰূপীৰ লগত কাশ্মীৰীৰ প্ৰতিযোগিতা। হাঃ হাঃ হাঃ ।

[ বেগেৰে প্ৰস্থান । খোলা তৰোৱাল লৈ বসন্তৰ প্ৰৱেশ ]

বসন্ত : ভয় নাই কাশ্মীৰী, যুদ্ধ কৰা, যুদ্ধ কৰা ; বীৰৰ দৰে যুদ্ধ কৰা । প্ৰমত্ত মাতাঙ্গৰ দৰে শক্ৰসৈন্য নিৰ্ম্মূল কৰা ।

[বেগেৰে প্ৰস্থান । বিপৰীত ফালৰপৰা কাশ্মীৰী সৈন্যৰ বেশত অনন্তৰ প্ৰৱেশ]

অনন্ত : প্ৰতাপসিংহ, কাশ্মীৰৰ প্ৰধান সেনাপতি, ছদ্মবেশেৰে যম অনন্ত আজি তোৰ পাচে পাচে ফুৰিছে । আৰু পৰিত্ৰাণ নাই। মোৰ এই তীক্ষ্ণ অসি প্ৰতিহিংসা পূৰ্ণ কৰিবলৈ আকুল, মোৰ তৃষ্ণাতুৰ প্ৰাণ তোৰ বক্ষৰক্ত পান কৰিবলৈ ব্যাকুল । [প্ৰস্থান]

[ বিপৰীত ফালৰপৰা প্ৰতাপসিংহৰ প্ৰৱেশ ]

প্ৰতাপ : সকলো চেষ্টা ব্যৰ্থ হ'ল । দুই লক্ষ কাশ্মীৰী সৈন্য নিহত, বসন্ত বন্দী । প্ৰচণ্ড বিক্ৰমেৰে ৰাজধানী ধ্বংস কৰিবলৈ শত্ৰু আগ বাঢ়িছে । আই কাশ্মীৰ, নেজানো তোৰ ভাগ্যত কি

লিখা আছে। শক্তি দিয়া, শক্তি দিয়া জগন্মাতা, মোৰ জন্মভূমি স্বাধীন কাশ্মীৰক ৰক্ষা কৰিবলৈ শক্তি দিয়া।

[প্ৰস্থানোদ্যত। পাচ ফালৰ অনন্তই প্ৰতাপক অস্ত্ৰাঘাত কৰিব খোজে। বিজুলি বেগেৰে বীৰেন্দ্ৰ আহি প্ৰতিৰোধ কৰে। অনন্তৰ অস্ত্ৰ পৰি যায়]

ই কি! ই কি! মোক হত্যা কৰিবলৈ আহিছা বীৰেন্দ্ৰসিংহ ?

বীৰেন্দ্ৰ : এই গুপ্তঘাতকৰ হাতৰপৰা আপোনাৰ অমূল্য প্ৰাণ ৰক্ষা হোৱাৰ কাৰণে ঈশ্বৰক ধন্যবাদ দিয়ক সেনাপতি।

প্ৰতাপ : কি সৈনিক, তই মোক হত্যা কৰিবলৈ আহিছিলি ?

বীৰেন্দ্ৰ : ই সৈনিক নহয় সেনাপতি। সৈনিকৰ বেশত কাশ্মীৰৰ মন্ত্ৰীপুত্ৰ নৰাধম অনন্ত।

[অনন্তই ক্ৰুদ্ধ দৃষ্টিৰে বীৰেন্দ্ৰৰ ফালে চাই]

প্ৰতাপ : অনন্ত! [অনন্তক ভালকৈ চাই] ওঁ বুজিলোঁ। কোন আছ, এই কাপুৰুষক বন্দী কৰ।

[অনঙ্গ আৰু দুটা সৈন্যৰ প্ৰবেশ]

অনঙ্গ : ৰণক্ষেত্ৰত সেনাপতিৰ আদেশ পালন কৰিবলৈ কোনো নাই।

অনন্ত : যুৱৰাজ, ইয়েই কাশ্মীৰৰ প্ৰধান সেনাপতি প্ৰতাপসিংহ। বন্দী কৰক, বন্দী কৰক।

অনঙ্গ : সৈনিক, ছদ্মবেশী মন্ত্ৰীপুত্ৰক বন্দী কৰ।

[সৈন্যই অনন্তক বন্দী কৰে; অনন্ত অৱাক হয়]

[বীৰেন্দ্ৰক] কোন আপুনি যুৱক ?

বীৰেন্দ্ৰ : মই নিৰ্ব্বাসিত কাশ্মীৰী।

অনঙ্গ : যুদ্ধক্ষেত্ৰত আপোনাৰ কি প্ৰয়োজন ?

বীৰেন্দ্ৰ : যুৱৰাজ, কাশ্মীৰ মোৰ জন্মভূমি। এদিন মহাপাপ কৰি কাশ্মীৰৰপৰা নিৰ্ব্বাসিত হৈছিলোঁ। আজি জননীৰ কাৰণে প্ৰাণ দি প্ৰায়শ্চিত্ত কৰিবলৈ ৰণক্ষেত্ৰলৈ লৰি আহিছোঁ।

অনঙ্গ : তেন্তে যাওক বীৰ, যাওক সেনাপতি, যদি পাৰে প্ৰাগজ্যোতিষৰ

দুৰ্জ্জয় বাহিনী পৰাস্ত কৰি এতিয়াও কাশ্মীৰক ৰক্ষা কৰক।

সৈনিক— [প্ৰস্থান]

[সৈনিকে বন্দী অনন্তক পাচে লৈ যায়।]

অনন্ত : [যাওঁতে] পদে পদে ব্যৰ্থতা, পদে পদে লাঞ্ছনা। [প্ৰস্থান]

প্ৰতাপ : আহা বীৰেন্দ্ৰসিংহ, পূৰ্ব্বৰ শত্ৰুতা পাহৰি আমাৰ অৱশিষ্ট সৈন্য লৈ কামৰূপৰ কৰাল গ্ৰাসৰপৰা কাশ্মীৰক উদ্ধাৰ কৰো।

[প্ৰস্থানোদ্যত ; বসন্তৰ প্ৰবেশ]

বসন্ত : সেনাপতি।

প্ৰতাপ : তুমি কেনেকৈ আহিলা বসন্ত ?

বসন্ত : মহানুভৱ যুৱৰাজে জন্মভূমিৰ কাৰণে যুদ্ধ কৰিবলৈ মোক মুক্তি দিছে।

প্ৰতাপ : তেন্তে, ব'লা, বীৰেন্দ্ৰসিংহ, ব'লা বসন্ত, আমাৰ এই ত্ৰিশক্তি সম্মিলন কৰি মহাভৈৰব ত্ৰিশূলীৰ দৰে শত্ৰুসৈন্য এফালৰপৰা সংহাৰ কৰোঁ। [সকলোৰে প্ৰস্থান]

———

## ৩য় দৃশ্য—অন্তঃপুৰ

[শয্যাত ৰুগ্না ৰত্না। কাষত বিমলা, কমলা ; মন্ত্ৰী আৰু বিজয়সিংহ]

ৰত্না : বিজয়, মোৰ সময় চাপি আহিছে আৰু।

বিজয় : তেনে অমঙ্গলীয়া কথা ন'কবা আই।

ৰত্না : মঙ্গল অমঙ্গল কি আছে পুত্ৰ, এদিন আহিছো এদিন যাবই লাগিব। মনত মাত্ৰ দুখ থাকিল কমলাৰ কাৰণে। উস্। [বৈ] কমলা ক'লৈ গ'ল বিজয় ?

কমলা : [ওচৰ চাপি] কি লাগে আই ?

ৰত্না : এটোপা পানী দে আই। [কমলাই পানী খুৱাই দিয়ে। ৰত্নাই কমলাৰ মূৰত হাত ফুৰাই] আশীৰ্ব্বাদ কৰিছোঁ আই, কুশলে থাক। বিজয়, কমলাক গতালোঁ। [দূতৰ প্ৰবেশ]

দূত : মহাৰাজ, যুদ্ধত আমাৰ পৰাজয় হৈছে! বিতস্তাৰ পাৰত দুই লক্ষ কাশ্মীৰী সৈন্য নিহত। প্ৰবল বেগেৰে শত্ৰু ৰাজধানীৰ কালে আগুৱাইছে।

বিজয় : পৰাজয় হৈছে! দুই লক্ষ সৈন্য নিহত। প্ৰতাপ আৰু বসন্ত ক'ত?

দূত : অৱশিষ্ট সৈন্য লৈ শত্ৰুৰ সম্মুখীন হৈছে। [প্ৰস্থান]

বিজয় : মন্ত্ৰী।

মন্ত্ৰী : মহাৰাজ মই যুদ্ধলৈ যাওঁ। শত্ৰু ৰাজধানী সোমোৱাৰ আগতে যদি পাৰো মোৰ ক্ষুদ্ৰ প্ৰাণ দি স্নেহময়ী কাশ্মীৰৰ ঋণ পৰিশোধ কৰোঁ।

বিজয় : আপুনি যে বৃদ্ধ। এনে অৱস্থাত—

মন্ত্ৰী : মহাৰাজ, আজি বৃদ্ধ বুলি আৰু বহি থাকিবৰ সময় নহয়! মোৰ বিপন্না জননীৰ করুণ আহ্বান কাণত পৰিছেহি; আহত অৰ্দ্ধমৃত কাশ্মীৰী সৈন্যৰ আৰ্ত্তনাদ এই প্ৰাসাদত প্ৰতিধ্বনিত হৈছেহি। কাশ্মীৰৰ আকাশ, বতাহ, তৰুলতা, পশু-পক্ষীয়ে, কান্দি কান্দি চিঞৰি কৈছে, কাশ্মীৰ যায় যায়, কোন ক'ত আছ, শত সাধনাৰ কাম্যভূমি কাশ্মীৰক ৰক্ষা কৰিবলৈ লৰি আহ! ক্ষমা কৰিব মহাৰাজ, আৰু বিলম্ব কৰিব নোৱাৰো, আহিলোঁ। [প্ৰস্থান]

ৰত্না : আমাৰ পৰাজয় হৈছে বিজয়?

বিজয় : চিন্তা নকৰিবা আই। মন্ত্ৰী যুদ্ধলৈ গৈছে; প্ৰতাপ আৰু বসন্ত এতিয়াও জীয়াই আছে।

[ দূতৰ প্ৰবেশ ]

দূত : মহাৰাজ, আমাৰ সৈন্য এক মুহূৰ্ত্তও তিষ্ঠিব পৰা নাই। সেনাপতি বসন্ত নিহত। শত্রু ৰাজধানী সোমাইছেহি।
[প্রস্থান]

বিজয় : বসন্ত নিহত! শত্রু ৰাজধানী সোমাল! সাত লক্ষ কাশ্মীৰী সৈন্যই পাঁচ লক্ষ কামৰূপীক বাধা দিব পৰা নাই। কাশ্মীৰৰ শক্তি আজি কিহে কাঢ়ি নিলে! কাশ্মীৰ, তোৰ ভাগ্যত এয়ে আছিল! ভগৱান!

বত্না : বিজয়, বি—জ—য়—[মাতিব নোৱাৰা হয়।]

বিজয় : আই! আই! [শয্যাত মূৰ থৈ নিমাত হয়।]

[বাহিৰত সৈন্যৰ কোলাহল আৰু ৰণবাদ্য। তেতিয়াহে ৰাঙলি হৈ প্রতাপৰ প্রবেশ]

প্রতাপ : মহাৰাজ মহাৰাজ, পাৰিলে আত্মৰক্ষা কৰক, আত্মৰক্ষা কৰক। সাত লক্ষ কাশ্মীৰী ভাইক মাতৃ পূজাত বলি দিছো, বাকী আছোঁ এই দুৰ্ভগীয়া! সন্তানৰ শোণিত তৰঙ্গত শ্যামলা কাশ্মীৰ ৰক্ত-ৰঞ্জিতা! লক্ষ লক্ষ পুত্রৰ মৃতদেহ আকোৱালি ধৰি জননী কাশ্মীৰ সংজ্ঞাহীনা। কাশ্মীৰ, কাশ্মীৰ আই মোৰ — অহহ মহাৰাজ বিদায়— [প্রস্থান]

বিমলা : দাদা, দাদা, [কান্দে। বত্না অস্থিৰ হয়]

কমলা : আই, আই, কেলৈ এনেকুৱা কৰিছা? আই—

বিমলা : [চকু মোহাৰি] আই, ই কি। দাদা!
[বিজয়ৰ কাষলৈ যায়]

বত্না : মই—আ—হি—লো। [মৃত্যু]

বিজয় : আই, আই! [বত্নাৰ ভৰিত মূৰ থৈ নিমাত হয়]

কমলা, বিমলা : আই, আই। [বত্নাৰ গাত মূৰ থৈ কান্দে]

নেপথ্যত—জয় প্রাগজ্যোতিষৰ জয়।
জয় মহাৰাজ বিশ্বসিংহৰ জয়।

[কেইটামান সৈন্য লগত লৈ সূৰ্য্যসিংহৰ প্রবেশ]

বিজয় : [মূৰ দাঙি] কোন তোমালোক ?

সূৰ্য্য : আপোনাৰ শত্ৰু ।

বিজয় : ইয়াত তোমালোকৰ কি প্ৰযোজন ?

সূৰ্য্য : আপোনাক আৰু ৰাজকুমাৰীক বন্দী কৰা ।

কমলা, বিমলা—দাদা, দাদা । উস্—আই, আই ।

[ ৰত্নাৰ মৃতদেহ দুয়ো গৰা মাৰি ধৰে ]

বিজয় : [ ক্ষন্তেক আকাশৰ ফালে চাই, গম্ভীৰ স্বৰেৰে ] কামৰূপী বীৰ, ক্ষন্তেক আগতে কাশ্মীৰৰ ৰাজমাতাই এই শয্যাত অনন্তশয়ন কৰিছে । বীৰ তোমালোক, ভাৰতবাসী তোমালোক, মাতৃৰ অন্ত্যেষ্টি ক্ৰিয়া সমাপন কৰিবলৈ আশাকৰো সময় দিবা ।

সূৰ্য্য : আমি সম্পূৰ্ণ অক্ষম । শত্ৰুক বিশ্বাস কৰা আমাৰ নিয়ম নহয় । [ সৈনিক ] বন্দী কৰ ।

বিজয় : তেন্তে, তেন্তে, মুহূৰ্ত্তৰ কাৰণে অপেক্ষা কৰা কামৰূপী বীৰ । জননীক শেষ বাৰৰ কাৰণে চাই লওঁ । [ ঘূৰি ] আই—

সূৰ্য্য : আপোনাক সময় দি আমি সময় নষ্ট কৰিব নোৱাৰোঁ । সৈনিক, কাশ্মীৰাধিপতি আৰু ৰাজকুমাৰীক বন্দী কৰ ।

[ সৈন্য আগ বাঢ়ে ]

[ অনঙ্গৰ প্ৰবেশ । তেওঁক দেখি সৈন্য পাচ হোঁহকে ]

অনঙ্গ : প্ৰাগজ্যোতিষৰ কীৰ্ত্তিস্তম্ভ পলকতে নৰকৰ গৰ্ভত নিক্ষেপ কৰিলি কাপুৰুষ । কি কৰিলি, কি কৰিলি নৰাধম ! প্ৰাগজ্যোতিষৰ পূজাৰ বিগ্ৰহ বিতস্তাৰ সোঁতত উটি গ'ল, কামৰূপৰ বিজয় পতাকা কাশ্মীৰৰ ধূলিত মিহলি হ'ল । ইয়াৰ কাৰণেই কাশ্মীৰ জয় কৰিবলৈ আহিছিলি । ইয়াৰ কাৰণেই বীৰ বুলি, বিজয়ী বুলি কাশ্মীৰত চিনাকি দিছিলি !

সূৰ্য্য : [ সভয়ে ] যুৱৰাজ ।

অনঙ্গ : দূৰ হ । [ সূৰ্য্যসিংহ আৰু সৈন্যৰ প্ৰস্থান । ক্ষন্তেক মৌন হৈ থাকি ] মহাৰাজ, প্ৰাগজ্যোতিষে আজি আপোনাৰ

ওচৰত, স্বৰ্গগতা জননীৰ ওচৰত যি অপৰাধ কৰিলে, তাৰ বাবে নত-জানুহৈ কামৰূপৰ যুৱৰাজে ক্ষমা প্ৰাৰ্থনা কৰিছে।

[ আঁঠু কাঢ়ে ]

বিজয় : [ তুলি দি ] উঠক বীৰ, উঠক যুৱৰাজ। মাতৃহাৰা সন্তপ্ত মই, মোক আৰু অপৰাধী নকৰিব। বিজয়ী বীৰ, আজি আপুনি কেৱল কাশ্মীৰ ৰাজ্য জয় কৰা নাই, আপোনাৰ উদাৰ অন্তঃকৰণেৰে কাশ্মীৰবাসীৰ হৃদয় জয় কৰিলে।

অনঙ্গ : মহাৰাজ, কাপুৰুষ সূৰ্য্যসিংহই আজি যি মহাপাপ কৰিলে, তাৰ প্ৰায়শ্চিত্তৰ কাৰণে আপোনাৰ ৰাজ্য আপোনাৰ হাতত সমৰ্পন কৰিলোঁ। বিদায়।

[ প্ৰস্থান ]

## তৃতীয় অঙ্ক শেষ

## চতুৰ্থ অঙ্ক

### ১ম দৃশ্য—বিশ্বসিংহৰ ৰাজসভা

[ সিংহাসনত বিশ্বসিংহ, এফালে আসনত চন্দ্ৰহংস, আনফালে থিয়হৈ সূৰ্য্যসিংহ, শৃঙ্খলাবদ্ধ অনন্ত আৰু এটা সৈনিক ]

বিশ্ব : সঁচা কথা কোৱা কাশ্মীৰী, তোমাৰ একো ভয় নাই ।

অনন্ত : মহাৰাজ, কাশ্মীৰৰ সাত লক্ষ সৈন্য নিধন কৰি মন্ত্ৰী আৰু সেনাপতিক বন্দী কৰি যুৱৰাজে কাশ্মীৰ অধিকাৰ কৰিছিল। কিন্তু প্ৰাগজ্যোতিষলৈ ঘূৰি অহাৰ আগতে মন্ত্ৰী আৰু সেনাপতিক মুক্তি দি যুৱৰাজে কাশ্মীৰ ৰাজ্য পুনৰ বিজয়সিংহৰ হাতত সমৰ্পন কৰিলে ।

বিশ্ব : আৰু ?

অনন্ত : সেনাপতি সূৰ্য্যসিংহই বিজয়সিংহ আৰু কমলাক বন্দী কৰিব খুজিছিল, কিন্তু যুৱৰাজে সেনাপতিক অপমান কৰি প্ৰাসাদৰ পৰা খেদি দিলে ।

সূৰ্য্য : মোক অপমান কৰি খেদি দিলে মহাৰাজ ।

বিশ্ব : [ অনন্তক ] তোমাক বন্দী কৰি আনিলে কিয় ?

অনন্ত : কাশ্মীৰৰ সেনাপতি প্ৰতাপসিংহক হত্যা কৰিব খুজিছিলো। সেইবাবেই যুৱৰাজে মোক বন্দী কৰি আনিলে।

বিশ্ব : কিয় কাশ্মীৰৰ সেনাপতিক হত্যা কৰিব খুজিছিলা ?

অনন্ত : কাশ্মীৰৰ সেনাপতি মোৰ চিৰ শত্ৰু। কুট প্ৰতাপসিংহই বিজয়সিংহক উত্তেজিত কৰি, বিনা কাৰণত মোক ৰাজ্যৰপৰা নিৰ্ব্বাসিত কৰিছে মহাৰাজ !

বিশ্ব : তেন্তে তুমি কাশ্মীৰৰ সপক্ষে যুদ্ধ কৰা নাছিলা ?

অনন্ত : নাই কৰা মহাৰাজ। যুৱৰাজৰ লগত যোগ হৈ কাশ্মীৰৰ বিপক্ষে যুদ্ধ কৰিব খুজিছিলো, কিন্তু যুৱৰাজ সন্মত নহৈ মোক মাত্ৰ তিৰস্কাৰহে কৰিলে ।

সূৰ্য্য : সঁচা কথা মহাৰাজ। মন্ত্রীপুত্রক তিৰস্কাৰ কৰি শিবিৰৰপৰা বাজ কৰি দিলে।

বিশ্ব : তুমি মন্ত্রীপুত্র।

অনন্ত : হয় মহাৰাজ।

বিশ্ব : [ খং উঠি ] সূৰ্য্যসিংহ, মন্ত্রীপুত্রৰ শিকলি খুলি দিয়া, আৰু এই মুহূৰ্ত্তে অনঙ্গক মাতি আনা! মন্ত্রী -

[সূৰ্য্যসিংহই অনন্তৰ শিকলি খুলি দি সৈনিকৰ সৈতে প্রস্থান কৰে]

চন্দ্র : মহাৰাজ।

বিশ্ব : [ খঙেৰে ] প্রাগজ্যোতিষৰ সিংহাসনত বহি মই ৰাজ্য শাসন কৰিছোনে, নাই শিশুৰ দৰে মাটিত বাগৰি ধূলি বাঁলিৰ পুতলা গঢ়িছো।

মন্ত্রী : [ সভয়ে ] ৰাজ্যশাসন কৰিছে মহাৰাজ।

[ অনঙ্গ আৰু সূৰ্য্যসিংহৰ প্রবেশ ]

বিশ্ব : অনঙ্গ।

অনঙ্গ : পিতা।

বিশ্ব : বিজয়সিংহ আৰু কমলাক বন্দী কৰি অনা নহ'ল কিয়? [ অনঙ্গ নিমাত ] নিমাত হ'লে নহ'ব, উত্তৰ লাগে।

অনঙ্গ : সনাতন হিন্দু ধৰ্ম্মৰ গঙ্গাজলত সমগ্র ভাৰতবৰ্ষ বিধৌত ; পিতাৰ আদেশত ভাৰত তনয়া কাশ্মীৰৰ নীল বৰ্ণ বাৰিধাৰা অকণিমা কৰিছো, কিন্তু তাৰ শ্বেতপদ্ম ছিঙি আনি অপবিত্র কৰিবলৈ সাহ নহ'ল।

বিশ্ব : ভেন্দে এটা আমোদৰ কাৰণে বত্রিশ কোটি মুদ্রা আৰু দুই লক্ষ কামৰূপী বীৰ, কাশ্মীৰত উটুৱাই দিবলৈ তোক অধিনায়ক পাতিছিলোঁ?

অনঙ্গ : পিতা, তীক্ষ্ণতৰ তৰোৱালেৰে প্রতিশোধ নলৈ, প্রেম আৰু ক্ষমাৰে প্রতিশোধ লবলৈ শিকক।

বিশ্ব : শিক্ষাগুৰু শুক্ৰাচাৰ্য্য, তোমাৰ শিক্ষা মোক নেলাগে। কুল-কণ্টক, ৰাজভক্ত সূৰ্য্যসিংহক অপমান কৰিছ, শুভাকাঙ্খী মন্ত্ৰীপুত্ৰক বন্দী কৰিছ, কিন্তু, যি মোৰ এই জীৰ্ণ বুকুত অপমানেৰে বজ্ৰাঘাত কৰি মৰ্ম্মাহত কৰিলে, তাক পূজা কৰি তাৰ চৰণত কাশ্মীৰ ৰাজ্য নৈবেদ্য দি উভতি আহিছ। শুন নিৰ্লজ্জ, আজিৰপৰা তই মোৰ ত্যাজ্য-পুত্ৰ। প্ৰাগজ্যোতিষৰ সিংহাসনত তোৰ কোনো অধিকাৰ নাই। তোৰ প্ৰেম আৰু ক্ষমাৰে পৃথিৱী জয় কৰি তাৰ অধীশ্বৰ হৈ থাক।

অনঙ্গ : মহাৰাজ আদেশ শিৰোধাৰ্য্য।

মন্ত্ৰী : মহাৰাজ, মাতৃহাৰা ৰাজপুত্ৰক—

বিশ্ব : কথা নকবা মন্ত্ৰী। সূৰ্য্যসিংহ।

সূৰ্য্য : মহাৰাজ।

বিশ্ব : আৰু পাঁচ লক্ষ সৈন্য লৈ পুনৰ কাশ্মীৰ যাত্ৰা কৰা, কাশ্মীৰৰ এটি প্ৰজাকো জীৱিত নেৰাখিবা। বিজয়সিংহ আৰু কমলাক বন্দী কৰি আনিবা। যদি নোৱাৰিবা, মনত ৰাখিবা, ঘাটকৰ তৰোৱাল আৰু তোমাৰ মূৰ।

[ সূৰ্য্যসিংহই মূৰ দোৱাই সম্মতি প্ৰকাশ কৰে ] মন্ত্ৰীপুত্ৰ।

অনন্ত : মহাৰাজ।

বিশ্ব : সূৰ্য্যসিংহৰ লগত সেনাধ্যক্ষ স্বৰূপে তুমিও যোৱা। তোমাৰ চিৰশত্ৰুৰ ওপৰত প্ৰতিশোধ লোৱা।

অনন্ত : যি আদেশ। [ স্বগতঃ ] বিজয়সিংহ, প্ৰতাপসিংহ আৰু বীৰেন্দ্ৰ-সিংহ, এইবাৰ।

অনঙ্গ : কামৰূপৰ দীনহীন প্ৰজাস্বৰূপে এই নিৰ্ম্মম হত্যাকাণ্ডৰপৰা নিৰস্ত হবলৈ মহাৰাজৰ চৰণত সানুনয়ে প্ৰাৰ্থনা জনাইছোঁ।

বিশ্ব : মহাৰাজে সেই প্ৰাৰ্থনালৈ কৰ্ণপাত নকৰে।

অনঙ্গ : তেন্তে মোৰ জন্মভূমি প্ৰাগজ্যোতিষৰ ধৰ্ম্মৰক্ষাৰ কাৰণে, কাশ্মীৰত কামৰূপীৰ বিৰুদ্ধে ময়ো অস্ত্ৰ ধৰিবলৈ বাধ্য।

বিশ্ব : [ খণ্ডত অধৈৰ্য্য হৈ ] কি ! কামৰূপীৰ বিৰুদ্ধে অস্ত্ৰ ধৰিবি ! কোন আছ, এই কুলাঙ্গাৰক বন্দী কৰ, বন্দী কৰ ।

অনন্ত : মই বন্দী কৰিম । [ আগবাঢ়ে ]

অনঙ্গ : পৰপদলেহী কুকুৰ । [ গোৰমাৰি পেলাই দি ] অনঙ্গক বন্দী কৰিবলৈ প্ৰাগজ্যোতিষত জন্ম ধাৰণ কৰ । সূৰ্য্যসিংহ, এইবাৰ কাশ্মীৰত হ'ব কামৰূপীৰ অস্ত্ৰ পৰীক্ষা ! পিতা বিদায় ।

[ প্ৰস্থান ]

---

## ২য় দৃশ্য—ৰাজপ্ৰাসাদৰ বাৰাণ্ডা

[ বিষাদ মনেৰে কমলাৰ প্ৰবেশ ]

কমলা : [নিজে নিজে] সেই, সেই বিশ্ববিমোহন মূৰ্ত্তি, পলকতে আহি পলকতে আঁতৰি গ'ল ! দাদাক ৰাজ্য দিলে, মন্ত্ৰী সেনাপতিক মুক্তি দিলে, কিন্তু, মোক দিলে কি ? ইমান দয়াশীল অথচ তুমি ইমান নিষ্ঠুৰ ! পিতৃ-মাতৃহীনা অভাগিনীৰ অন্তৰত সুখ-সপোনৰ এটি সোণালীৰেখা আঁকি, তাক মচি দিবলৈ কিয় দেখা দিছিলাহি ! তোমাক কাশ্মীৰলৈ মাতিছিল কোনে ? অন্তঃপুৰত সোমাবলৈ তোমাৰ কি অধিকাৰ আছিল ! [একেৰাহে এফালে চাই থাকি ] পুৰুষ তুমি নহয়, নহয়, তুমি কাপুৰুষ । কাশ্মীৰত যুদ্ধ জয় কৰিবলৈ তুমি অহা নাই, আহিছিলা মোৰ বুকু ভাঙিবলৈ, মোক বাউলী কৰিবলৈ ।

### গীত

মোৰ পৰাণৰ গোপন ব্যথা
কৰি গৈ পৱন বিৰহী কৰিক
ৰচিব ৰঙীন সপোন কথা ।

মেঘালী ৰথত সোণালী ৰেখা
যায় আঁতৰি, পলকে দেখা
সেই ৰেখাতেই জাগেছি প্ৰাণত,
স্মৃতিৰ বকুল গোপনে গঁথা ।
শাৰদী নিশাৰ অৱসানে
সুৰদি স্মৃতি আনে
গোপন গানে,
সোণালী ৰেখাৰ সেই সপোনতে
আহে প্ৰিয় মোৰ গোপন গানে,
যেন কোনোবাই পৰশ ভৰা
বাঁহীটি বজাই পুলক উঠা ।

(দৰ্পনাথ শৰ্ম্মা ৰচিত)

[গীতৰ শেষত কমলা যাব খোজোতেই, বীণা এখনৰ তাঁৰ এডাল লিৰিকি বিদাৰি বিমলাৰ প্ৰবেশ]

বিমলা : সখী, সুৰ বান্ধিব খোজোতেই তোমাৰ বীণাখনৰ তাৰ ছিগিল হে ।

কমলা : চাওঁ । [বীণাখন লয়, এনেতে প্ৰতাপসিংহৰ প্ৰবেশ]

প্ৰতাপ : বিমলা ।

বিমলা : দাদা । [প্ৰতাপক দেখি কমলাৰ প্ৰস্থান]

প্ৰতাপ : মহাৰাজক মই আহিছোঁ বুলি কবা ।

বিমলা : বাৰু । [প্ৰস্থান]

প্ৰতাপ : [নিজে নিজে] হঠাতে মহাৰাজে এইদৰে মতাই পঠোৱাৰ কাৰণ বুজিব পৰা নাই ।

[ভাবি থাকে বিজয়সিংহৰ প্ৰবেশ, প্ৰতাপে অভিবাদন কৰে।

বিজয় : সেনাপতি তোমাৰ কথামতেই বীৰেন্দ্ৰসিংহৰ দণ্ডাদেশ প্ৰত্যাহাৰ কৰি, পুনৰ তেওঁক পূৰ্ব্বপদত নিযুক্ত কৰিবলৈ মোৰ একো আপত্তি নাই । কিন্তু ৰজিছে তেওঁ—

[ বেগেৰে বিমলাৰ প্ৰৱেশ ]

বিমলা : মহাৰাজ, সখী মূৰ্চ্ছা গৈছে। [ প্ৰস্থান ]

বিজয় : কমলা মূৰ্চ্ছা গৈছে ! সেনাপতি, সোনকালে ৰাজবৈদ্যক সম্বাদ দিয়া [ প্ৰতাপৰ প্ৰস্থান। বিজয়, নিজে নিজে ] বিজয়, তোৰ কপালত আৰু সুখ নহ'ল। [ প্ৰস্থান ]

— x —

## ৩য় দৃশ্য

[ গীত গাই গাই সন্ন্যাসীৰ প্ৰবেশ ]

সুখৰ মালতী পাহি দুখতে মৰহি গ'ল,
সপোনৰ মধুপুৰী পুৱাতে নোহোৱা হ'ল।
চিকুণী কুঁহিটি মেলি
মলয়াত ঢউ খেলি
আশাৰে আকাশীলতা নিৰাশাতে জহি গ'ল।
পৰশ পাথৰে গথা
সোণৰ কলচী পতা
মনে সজা মায়া দল পচোৱাই ভাঙি গ'ল। [ প্ৰস্থান ]

— x —

## ৪ৰ্থ দৃশ্য : কাশ্মীৰ প্ৰাসাদ কক্ষ

[ বিষণ্ণ মনেৰে বিজয়সিংহৰ প্ৰবেশ ]

বিজয় : [ নিজে নিজে ] এনে এটা দিন নগ'ল, যিদিনা শান্তিৰে নিশ্বাস লব পাৰিছোঁ। দিনে ৰাতিয়ে কাশ্মীৰৰ চিন্তাই মোক ব্যাকুল কৰি তুলিছে। কাশ্মীৰ আৰু আগৰ শ্ৰী নাই।

কাশ্মীৰ আজি শক্তিহীনা, সম্পদ বিহীনা ; ইফালে অন্তঃপুৰত পূৰ্ণযুৱতী কমলা আজিও অবিবাহিতা। [ হুমুনিয়া কাঢ়ে ; মন্ত্ৰী আৰু প্ৰতাপৰ প্ৰবেশ ] মন্ত্ৰীবৰ যিমান সোনকালে পাৰে কমলাৰ বিবাহৰ আয়োজন কৰক।

মন্ত্ৰী : [ আচৰিত হৈ ] বিবাহৰ আয়োজন ! পাত্ৰ ক'ত মহাৰাজ ?

বিজয় : পাত্ৰ বিচাৰি উলিয়াব লাগিব। ভাৰতৰ প্ৰত্যেক ৰাজালৈ আকৌ এবাৰ দূত পঠাওক। অ' শুনিছো অৱন্তীপুৰৰ ৰাজকুমাৰ বিদ্বান, বুদ্ধিমান আৰু ৰূপৱন্ত। সেযে যদি হয়, অৱন্তীপুৰে কাশ্মীৰৰ লগত সম্বন্ধ স্থাপন কৰিবলৈ বোধকৰো অমান্তি নহব।

প্ৰতাপ : অৱন্তীপুৰৰ যুৱৰাজ প্ৰদীপকুমাৰ মোৰ পৰিচিত। প্ৰদীপ-কুমাৰ ৰাজকুমাৰীৰ যোগ্য পাত্ৰ।

বিজয় : তেন্তে মন্ত্ৰী, প্ৰথমে অৱন্তীপুৰলৈকে দূত পঠাওক ?

মন্ত্ৰী : ভাল মহাৰাজ।

[ প্ৰহৰীৰ প্ৰবেশ ]

প্ৰহৰী : এজন কামৰূপীয়ে অতি শীঘ্ৰে মহাৰাজক দেখা পাব খোজে।

বিজয় : মাতি আন, সসন্মানে। কামৰূপীৰ কাৰণে মোৰ প্ৰাসাদ উন্মুক্ত। [ প্ৰহৰীৰ প্ৰস্থান ] প্ৰাগজ্যোতিষৰপৰা বোধকৰো—

[ অনঙ্গৰ প্ৰবেশ ]

অনঙ্গ : মহাৰাজ।

বিজয় : ই কি ! ই কি ? [ সকলো আচৰিত হয় ]

অনঙ্গ : আচৰিত হৈছে মহাৰাজ ? আচৰিত হ'বলগীয়া একো নাই।

বিজয় : আপোনাৰ আজি এই বেশ কিয় যুৱৰাজ ?

অনঙ্গ : মই আৰু যুৱৰাজ নহওঁ, কামৰূপৰ এটি নগণ্য প্ৰজা মাত্ৰ। যাওক সেই কথা। কাশ্মীৰাধিপতি, কাশ্মীৰ ৰক্ষাৰ কাৰণে প্ৰস্তুত হওক।

বিজয় : কাশ্মীৰ ৰক্ষাৰ কাৰণে প্ৰস্তুত হব লাগে ? কাৰণ ?

অনঙ্গ : পাঁচ লক্ষ কামৰূপী পুনৰ কাশ্মীৰ ধ্বংস কৰিবলৈ লৰি আহিছে।

বিজয় : আকৌ কামৰূপী!

প্ৰতাপ : যুৱৰাজ, ইযো সম্ভব নে?

অনঙ্গ : অসম্ভব একো নাই প্ৰতাপসিংহ। দ্বাপৰ যুগত যদি বালক অভিমন্যুক সপ্তৰথীয়ে হত্যা কৰিব পাৰে, এই কলি যুগতো অৰ্দ্ধদগ্ধা কাশ্মীৰক ছাই ভস্ম কৰা একো অসম্ভব নহয়।

বিজয় : এই দ্বিতীয় অভিযানৰ উদ্দেশ্য কি যুৱৰাজ?

অনঙ্গ : কাশ্মীৰ জনশূন্য কৰা। মহাৰাজ বিজয়সিংহ আৰু ৰাজকুমাৰীৰ ওপৰত প্ৰতিশোধ লোৱা।

মন্ত্ৰী : উপহাস নকৰিব ৰাজপুত্ৰ।

অনঙ্গ : মন্ত্ৰীবৰ, সুদূৰ কামৰূপৰপৰা আহি কাশ্মীৰত উপহাস কৰিবলৈ অনঙ্গ উন্মাদ হোৱা নাই।

প্ৰতাপ : [ গহীন হৈ ] কামৰূপৰ যুৱৰাজেই বোধকৰো এই যুদ্ধৰো অধিনায়ক।

অনঙ্গ : ভুল নকৰিব সেনাপতি। মহাৰাজ, আগেযেই কৈছোঁ মই এটা নগন্য কামৰূপৰ প্ৰজা মাত্ৰ। এই যুদ্ধৰ অধিনায়ক সেনাপতি সূৰ্য্যসিংহ আৰু কাশ্মীৰৰ মন্ত্ৰীপুত্ৰ অনন্ত।

মন্ত্ৰী : অনন্ত?

প্ৰতাপ : অনন্ত।

বিজয় : বুজিলোঁ।

[ হুমুনিয়া কাঢ়ি দুখে বেজাৰে মন্ত্ৰীৰ লাহে লাহে প্ৰস্থান ]

বিজয় : [ দুখেৰে ] যুৱৰাজ, কাশ্মীৰ ধ্বংস ঈশ্বৰৰ অভিপ্ৰেত ; মানুহৰ ক্ষুদ্ৰ শক্তিৰে তাত বাধা দি লাভ কি?

প্ৰতাপ : সেই বুলি বিনাযুদ্ধে কামৰূপীৰ হাতত, অনন্তৰ হাতত আত্মসমৰ্পণ নকৰো মহাৰাজ।

বিজয় : যুদ্ধ কৰিবলৈ সৈন্য ক'ত সেনাপতি?

প্ৰতাপ : যি অৱশিষ্ট সৈন্য আছে তাৰেই শত্ৰুৰ সন্মুখীন হম।

বিজয় : সাত লক্ষ সৈন্য বলি দিও যি শত্ৰুৰ হাতৰপৰা কাশ্মীৰ ৰক্ষা কৰিব নোৱাৰিলা, কাশ্মীৰ ৰক্ষাৰ কাৰণে আজি মাত্ৰ আঢ়ৈ লক্ষ সৈন্য লৈ সেই শত্ৰুৰ সন্মুখীন হবা ! প্ৰলাপ।

[ প্ৰতাপে তলমূৰ কৰে ]

অনঙ্গ : মহাৰাজ, মোৰ এটি প্ৰাৰ্থনা আছে। যদি পূৰ্ণ কৰে নিবেদন কৰিব পাৰোঁ।

বিজয় : কওক যুৱৰাজ। যদি সাধ্যাতীত নহয় নিশ্চয় পূৰ্ণ কৰিম।

অনঙ্গ : আপোনাৰ আঢৈ লক্ষ সৈন্য মোক দিয়ক। মহাৰাজ বিশ্বসিংহৰ বিৰুদ্ধে, কামৰূপীৰ বিৰুদ্ধে এবাৰ অস্ত্ৰ চালনা কৰোঁ।

বিজয় : পিতাৰ বিৰুদ্ধে যুদ্ধ কৰিব ! কামৰূপৰ বিৰুদ্ধে অস্ত্ৰ ধৰিব !

অনঙ্গ : পিতাৰ বিৰুদ্ধে নহয়, জন্মভূমি কামৰূপৰ বিৰুদ্ধে নহয়। মহাৰাজ বিশ্বসিংহৰ বিৰুদ্ধে, পাঁচ লক্ষ কামৰূপী দস্যুৰ বিৰুদ্ধে আজি অস্ত্ৰ ধাৰণ কৰাৰ প্ৰয়োজন হৈছে। এই প্ৰয়োজন ধৰ্ম্মৰ বাবে, মনুষ্যত্বৰ বাবে, পুৰুষত্বৰ বাবে।

বিজয় : যি জন কামৰূপী বীৰে এদিন বিপন্ন বিজয়সিংহক ৰাজ্য-দান কৰিছিলে, সেই বীৰৰ হাতত আজি বিজয়সিংহৰ আঢ়ৈ লক্ষ সৈন্য পৰিচালিত হ'ব, সি যে সৌভাগ্যৰ কথা। কি কোৱা সেনাপতি ?

প্ৰতাপ : অকল সৌভাগ্যই নহয়; গৌৰৱৰো কথা।

অনঙ্গ : তেন্তে আৰু কাল ক্ষয় কৰাৰ সময় নাই। শত্ৰু সৈন্য কাশ্মীৰ সীমান্তত ভৰি দিও দিও। আহক সেনাপতি আঢ়ৈ লক্ষ ভাৰতবাসী লৈ মহাৰাজ বিশ্বসিংহক মহাপাপৰপৰা নিবৃত্ত কৰো, জগতৰ পুণ্যক্ষেত্ৰ কামৰূপৰ চিৰন্তন ধৰ্ম্মৰক্ষা কৰোঁ।

[ প্ৰস্থান ]

প্ৰতাপ : আদেশ দিয়ক মহাৰাজ।

বিজয় : যোৱা সেনাপতি, সৰ্ব্বান্তঃকৰণে আদেশ দিছোঁ।

[ অভিবাদন কৰি প্ৰতাপৰ প্ৰস্থান ] [ মিজে নিজে ] কল্পনাৰ

বিবাহ, কাশ্মীৰ কুমাৰী কমলাৰ বিবাহ প্ৰজাপতিৰ প্ৰবঞ্চনা, আৰু বিশ্বসিংহৰ নৃশংসতা, অনন্তৰ ষড়যন্ত্ৰ, কামৰূপৰ ধৰ্ম্মৰক্ষা, কাশ্মীৰৰ স্বাধীনতা নিয়তিৰ অদ্ভুত কল্পনা। [প্ৰস্থান]

— x —

## ৫ম দৃশ্য : কাশ্মীৰৰ নিৰ্জ্জন বাট

[চিন্তাযুক্তভাৱে মন্ত্ৰীৰ প্ৰবেশ]

মন্ত্ৰী : [নিজে নিজে] মহাৰাজ অজয়সিংহৰ দিনৰপৰা ৰাজমন্ত্ৰীৰ বাব লৈ জীৱনৰ এই সন্ধিয়া পৰলৈকে কৰ্ত্তব্য পালন কৰি আহিছোঁ। বিজয়সিংহ আৰু কমলাক কোলাত তুলি ডাঙৰ কৰিছোঁ। কাশ্মীৰৰ উন্নতিৰ কাৰণে সকলো স্বাৰ্থ ত্যাগ কৰি আহিছোঁ। ভাবিছিলোঁ, শেষৰ দিনা অশেষ সম্পদ-শালিনী কাশ্মীৰৰ চৰণ ধূলি শিৰত লৈ হাঁহি হাঁহি মৰিব পাৰিম। কিন্তু সি হৈ নুঠিল। মদমত্ত বিশ্বসিংহৰ বিষ নিশ্বাসত কাশ্মীৰৰ স্বৰ্ণ কান্তি জ্ঁই পৰিল, স্বৰ্ণলঙ্কাৰ ভূষিতা, দীনা ভিক্ষাৰিণী হ'ল। [ৰৈ] নিৰ্ব্বলীৰ ওপৰত বলীৰ প্ৰভুত্ব যুগধৰ্ম্ম, তাত আক্ষেপ কৰিবলগীয়া একো নাই। কিন্তু কুলাঙ্গাৰ অনন্তই কৰিলে কি! অন্নদাতা মহাৰাজ বিজয়সিংহৰ বুকুত অস্ত্ৰাঘাত কৰিলে। আৰু মোৰ জন্মদাতা পিতা মই তাৰ, মোৰ নিষ্কলঙ্ক শুভ্ৰ শিৰত নিকৰুণ পদাঘাত কৰিলে! এদিন যি কাশ্মীৰে মোক দেৱতাৰ দৰে পূজা কৰিছিলে, আজি সেই কাশ্মীৰত মই যেন এটা গোব্ৰাহ্মণ হত্যাকাৰী মহাপাপী। যেনিয়েই যাওঁ তাতেই ঘৃণাবিদ্ৰূপ, অৱজ্ঞা। ৰাজসভাত সভাসদে ইঙ্গিতেৰে আভাষ দিয়ে,— "তোমাৰ পুত্ৰ অকৃতজ্ঞ, বিদ্ৰোহী। ৰাজপথত প্ৰজাই আঙুলিয়াই কয়,—সৌটো ৰাজদ্ৰোহী অনন্তৰ পিতা ৰাজমন্ত্ৰী!"

ভগৱান, আৰু কিয়? এই অভিশপ্ত অপমানিত জীৱনৰ আৰু আৱশ্যক কি? [চুৰি উলিয়াই] আহ মৃত্যু, আহ বিশ্ব-বিজয়িনী, তোৰ শান্তিময় কোলাত বিশ্ৰাম লৈ আজি মোৰ সকলো দুখ, সকলো সন্তাপ দূৰ কৰোঁ। [আত্মহত্যা কৰে]

[বীৰেন্দ্ৰসিংহৰ প্ৰবেশ]

বীৰেন্দ্ৰ : মহাৰাজ আৰু সেনাপতিৰ আদেশ সৈন্য সংগ্ৰহ কৰা, অশিক্ষিত কাশ্মীৰী যুৱকক অস্ত্ৰশিক্ষাত দীক্ষিত কৰা। কিন্তু,– [মন্ত্ৰীৰ মৃতদেহ দেখি] ই কি? কাৰ দেহ? [ওচৰলৈ আহি] এ, মন্ত্ৰী! ৰক্তৰঞ্জিত কাশ্মীৰৰ মন্ত্ৰী। মন্ত্ৰীবৰ, মন্ত্ৰীবৰ। নাই, অসাৰ নিস্পন্দ! কোনে হত্যা কৰিলে? কোন মহাপাপীয়ে এই পবিত্ৰ প্ৰাণ অপহৰণ কৰিলে? মহাৰাজ, মহাৰাজ— মন্ত্ৰী, মন্ত্ৰী!

[এখন তেজেৰে ৰাঙলী পত্ৰ মন্ত্ৰীৰ গাৰপৰা উলিয়াই আনি পঢ়ি] আত্মহত্যা। পুত্ৰৰ দোষত পিতাৰ প্ৰাণ বিসৰ্জ্জন।

— x —

## ৬ষ্ঠ দৃশ্য—কাশ্মীৰৰ ৰাজপথ

[গীত গাই গাই সন্ন্যাসীৰ প্ৰবেশ]

### গীত

সমাধিত চিতা নেলাগে সজাব
জ্বলোৱা সুগন্ধি ধূপ
কালে নোৱাৰিলে মহিমা কাঢ়িব
নেপালে গৰিমা লোপ।
কুসুমে নোৱাৰে সুগুণ বঢ়াব
প্ৰদীপে আৰু কি প্ৰভা উজলাব

চিতাৰ শিখাই নাচি বাৰে বাৰে
জ্বলাব কীৰিতি দীপ।
ৰঙা জবা ঢালি বৰিলা মৰণ
মৰণে মানিলে তোমাতে শৰণ
জীৱনে মৰণে কোলাকুলি কৰে
ই কি বিমোহন ৰূপ

[ প্ৰস্থান ]

---

## ৭ম দৃশ্য—কামৰূপী সৈন্য শিবিৰৰ সমীপে

[ এফালৰপৰা সূৰ্য্যসিংহ আৰু বিপৰীত ফালৰপৰা অনন্তৰ প্ৰবেশ ]

অনন্ত : কাশ্মীৰত ভৰি দিয়েই এটা শুভ সংবাদ পাইছো সেনাপতি।

সূৰ্য্য : কি ?

অনন্ত : পিতাই আত্মহত্যা কৰিলে ।

সূৰ্য্য : এইটো শুভ সংবাদ !

অনন্ত : নিশ্চয় শুভসংবাদ। কামৰূপী সৈন্যৰ হাতত প্ৰাণ দিয়াতকৈ আত্মহত্যা কৰি পিতাই দূৰদৰ্শীতাৰ কাম কৰিলে । [কিবা এটা ভাবি হঠাতে] সেনাপতি শত্ৰু সৈন্য আঢ়ৈ লক্ষ ; আমাৰ জয় নিশ্চিত ।

সূৰ্য্য : কিন্তু যুৱৰাজে যোগ দিয়া বাবে অলপ ভাবিব লগীয়া হৈছে।

অনন্ত : যুৱৰাজৰ কাৰণে ভয় কি ? আমাৰ সৈন্য পাঁচ লক্ষ ।

সূৰ্য্য : যুৱৰাজ অদ্ভুত যোদ্ধা।

অনন্ত : সেই কাৰণে আপুনি যদি ভয় কৰিছে অনঙ্গক বন্দী কৰাৰ ভাৰ মই লওঁ ।

সূৰ্য্য : ভাল কথা। কাইলৈ প্ৰত্যুষতে আমি কাশ্মীৰ সৈন্য আক্ৰমণ কৰিম ।

অনন্ত : আজি তেন্তে অলপ বিশ্ৰাম কৰা যাওক ।

[দূৰত ৰণভেৰীৰ শব্দ]

সূৰ্য্য : সেয়া কিহৰ শব্দ মন্ত্ৰীপুত্ৰ ?

অনন্ত : একো নহয় ।

[বেগেৰে এটা সৈনিকৰ প্ৰবেশ]

সৈন্য : সেনাপতি, সেনাপতি, যুৱৰাজে অতৰ্কিতে আমাৰ শিবিৰ, আক্ৰমণ কৰিছে ।

সূৰ্য্য : আক্ৰমণ কৰিছে !

অনন্ত : আজিয়েই শিবিৰ আক্ৰমণ কৰিছে ! সেনাপতি আমাৰ কাইলৈহে —

সূৰ্য্য : মন্ত্ৰীপুত্ৰ ৰণসজ্জা কৰক ! বলক, এই আক্ৰমণ ব্যৰ্থ কৰিব নোৱাৰিলে আমাৰ পৰাজয় অনিবাৰ্য্য ।

[সূৰ্য্যসিংহ আৰু সৈনিকৰ প্ৰস্থান]

অনন্ত : আমাৰ শিবিৰ আক্ৰমণ ! ইমান স্পৰ্দ্ধা ! [প্ৰস্থান]

[ বিপৰীত ফালৰপৰা প্ৰতাপ আৰু কেইটামান সৈনিকৰ প্ৰবেশ ]

প্ৰতাপ : যুৱৰাজে পশ্চিম ফালৰপৰা আক্ৰমণ কৰিছে, আমি দক্ষিণ ফালৰপৰা আক্ৰমণ কৰোঁ । ভাই কাশ্মীৰী, মৃত্যু এদিন আছিবই, ভয় কি ? আহা বীৰবৃন্দ, প্ৰাণ দি জননীক পূজা কৰোঁ । [প্ৰতাপ আৰু সৈনিকৰ প্ৰস্থান]

[ বিপৰীত ফালৰপৰা বীৰেন্দ্ৰৰ প্ৰবেশ ]

বীৰেন্দ্ৰ : সৈন্যসকল, বীৰসকল, কাশ্মীৰক যদি জীয়াই ৰাখিব খুজিছা নিজ প্ৰাণ তুচ্ছ কৰি যুদ্ধ কৰা ।

[অনন্তৰ প্ৰবেশ]

অনন্ত : আৰু যদি মৰিব খুজিছা, কি ?

বীৰেন্দ্ৰ : পিতৃহত্যাকাৰী পিশাচ !

অনন্ত : হা : হা : হা : ! ব্ৰহ্মতালু ! ব্ৰহ্মতালু ! ব্ৰহ্মতালু !

বীৰেন্দ্ৰ : পৰিকাৰ ৰাখিছোঁ, আহ ।

[যুদ্ধ। অনন্তই অস্ত্ৰাঘাত কৰি বীৰেন্দ্ৰক পেলাই দি,
বুকুৰ ওপৰত বহি]

অনন্ত : বীৰেন্দ্ৰসিংহ, বিজয়সিংহৰ বিশ্বাসী ভৃত্য, চন্দ্ৰভাগাৰ তীৰত অনন্তক অপমান কৰাৰ শাস্তি এয়ে! [তৰোৱাল বুকুত সুমাই বধ কৰে; উঠি] বিজয়সিংহ, প্ৰতাপসিংহ আৰু কমলা, মৃত্যুক অপেক্ষা কৰ। [প্ৰস্থান]

[বিপৰীত ফালৰপৰা সূৰ্য্যসিংহৰ প্ৰবেশ]

সূৰ্য্য : যুৱৰাজে কালান্তক মূৰ্ত্তি ধৰি একালৰপৰা কামৰূপী সৈন্য সংহাৰ কৰিছে! ইমান চেষ্টা কৰিও বাধা দিব পৰা নাই। মোৰ ডেৰ লক্ষ সৈন্য ৰণত পৰিল! ইফালে বিজয়সিংহ নিজে যুদ্ধলৈ আহিছে। কি কৰো! [চিঞৰি] মন্ত্ৰীপুত্ৰ, মন্ত্ৰীপুত্ৰ!

[প্ৰতাপসিংহৰ প্ৰবেশ]

প্ৰতাপ : মন্ত্ৰীপুত্ৰৰ পৰিৱৰ্ত্তে প্ৰতাপসিংহ আহিছে। [তৰোৱাল দেখুৱাই] আলিঙ্গন কৰাঁ।

সূৰ্য্য : আপত্তি নাই। [যুদ্ধ, পাচফালৰপৰা অনন্তই প্ৰতাপক অস্ত্ৰাঘাত কৰেহি। প্ৰতাপ পৰি যায়]

প্ৰতাপ : কোন—নৰাধম—মোক—

অনন্ত : সেই নৰাধম অনন্ত। ভূতপূৰ্ব্ব বন্ধুবৰ প্ৰতাপসিংহ, আকৌ এবাৰ কোৱা, অনন্ত কাশ্মীৰৰ কলঙ্ক! হাঃ হাঃ হাঃ।

প্ৰতাপ : কাশ্মীৰ—আই—মোৰ—[মৃত্যু]

সূৰ্য্য : মন্ত্ৰীপুত্ৰ, যেতিয়ালৈকে যুৱৰাজক হত্যা কৰিব নোৱাৰো, যুদ্ধ জয়ৰ আশা নাই। আহক দুয়ো একে লগে অনন্তক আক্ৰমণ কৰোঁ। [দুইৰো প্ৰস্থান]

[বিপৰীত ফালৰপৰা বিজয়সিংহৰ প্ৰবেশ]

বিজয় : [মস্তক গ্ৰহীন হৈ বীৰেন্দ্ৰ আৰু প্ৰতাপৰ মৃত-দেহৰ ফালে চাই থাকি গম্ভীৰ স্বৰেৰে] আত্মাৰ সদগতিৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাবলৈ, সমাধি-ভূমিত বন্তি জলাবলৈ আজি

সময় নাই। যোৱা বীৰ, যোৱা বন্ধুসকল, স্বৰ্গপথৰ যাত্ৰী তোমালোক, মন্দাকিনীৰ পাৰত বিভু-বন্দনাৰ অধিকাৰী।

[হুমুনিয়া কাঢ়ে]

[অনন্তৰ প্ৰৱেশ]

অনন্ত : কাশ্মীৰাধিপতি, নিৰ্ব্বাসিত অনন্ত কাশ্মীৰত পদাৰ্পণ কৰিছেহি। শাস্তি দিয়ক।

বিজয় : সেই শক্তি আজি মোৰ নাই অনন্ত।

অনন্ত : নাই? হাঃ হাঃ হাঃ, তেন্তে মহাৰাজ বশ্যতা স্বীকাৰ কৰক।

বিজয় : তোৰ বশ্যতা! দেশদ্ৰোহীৰ বশ্যতা! পিতৃঘাটিৰ বশ্যতা! বিশ্বসিংহৰ পদলেহী কুক্কুৰ!

অনন্ত : সাৱধান বিজয়সিংহ।

বিজয় : অস্ত্ৰ ল নৰাধম।

অনন্ত : উত্তম।

[যুদ্ধ। বিজয়সিংহৰ তৰোৱাল ভাগি পৰি যায়]

বিজয় : মই নিৰস্ত্ৰ! অস্ত্ৰ দে, অস্ত্ৰ দে।

অনন্ত : অস্ত্ৰ লাগে? অস্ত্ৰ লাগে বিজয়সিংহ? হাঃ হাঃ হাঃ।

[অনঙ্গৰ প্ৰৱেশ]

অনঙ্গ : সূৰ্য্যসিংহ বন্দী, শত্ৰু সৈন্য ছত্ৰভঙ্গ! অনন্ত, হাঃ হাঃ হাঃ।

[নেপথ্যত জয় কাশ্মীৰৰ জয়, জয় বিজয়সিংহৰ জয়]

অনন্ত, আত্ম-সমৰ্পণ কৰা।

অনন্ত : অনন্তই আত্ম-সমৰ্পণ নকৰে।

অনঙ্গ : নকৰে? তেন্তে আত্মৰক্ষা কৰা। [যুদ্ধ]

অনন্ত : [ক্ষন্তেক যুদ্ধ কৰি অস্ত্ৰ পেলাই দি] আৰু যুদ্ধ নকৰোঁ।

অনঙ্গ : আৰু যুদ্ধ নকৰোঁ! হাঃ হা হাঃ। সৈনিক।

[দুটা সৈন্য আহি অনন্তক বন্দী কৰে]

—— ——

## সামৰণি দৃশ্য

[ কাশ্মীৰ প্ৰাসাদৰ বাৰাণ্ডা ]

[ অন্তঃপুৰৰপৰা এটা কৰুণ সুৰ উটি আহে। চিন্তাযুক্তভাৱে বিজয়সিংহই পদচাৰণা কৰি থাকে। অদূৰ সম্মুখেদি ঘাটকে অনন্তক বধ্যভূমিলৈ লৈ যায়। কিছুপৰৰ পাছত বিজয়সিংহই প্ৰাসাদৰ খিৰিকি খুলি দিয়ে। দূৰত ঘাটকে অনন্তৰ শিৰচ্ছেদ কৰা দেখা যায়।]

বিজয় : [ খিৰিকি বন্ধ কৰি ] পাপৰ এটা জীৱন্ত প্ৰতিমূৰ্ত্তি, প্ৰায়শ্চিত্তৰ কাৰণে পৰপাৰলৈ প্ৰস্থান কৰিছে।

[ আউলী বাউলী হৈ বিমলাৰ প্ৰবেশ ]

বিমলা : [ কান্দি কান্দি ] মহাৰাজ, মহাৰাজ, দাদাক ক'লৈ পঠিয়ালে! বিমলাক বিপন্না কৰি, চিৰ অভাগিনী কৰি দাদা ক'লৈ গ'ল মহাৰাজ?

বিজয় : বিমলা, হিংসা-দ্বেষ পৰিপূৰ্ণ পৃথিৱীৰপৰা, বীৰধৰ্ম্ম পালন কৰি চিৰানন্দ স্বৰ্গধামলৈ প্ৰতাপসিংহ প্ৰয়াণ কৰিলে। মৰতৰ মানৱী অশ্ৰুৱে সেই মুক্ত আত্মাক আৰু বেদনা নিদিবা।

বিমলা : শৈশৱত পিতৃক হেৰুৱালোঁ, কৈশোৰত মাতৃক হেৰুৱালোঁ। আৰু আজি অভাগিনী মই, দুখিনীৰ আশ্ৰয়দাতা, পিতৃস্বৰূপ দাদায়ো মোক অকলশৰীয়া কৰি এৰি থৈ গুচি গ'ল। মহাৰাজ, মহাৰাজ—

বিজয় : বিমলা, বিমলা, বিজয়সিংহ দুৰ্ভগীয়া সঁচা, কিন্তু অকৃতজ্ঞ নহয়: বিজয়সিংহ যোদ্ধা সঁচা, কিন্তু হৃদয়হীন নহয়। বিমলা, যি বন্ধুবৰ প্ৰতাপসিংহই কাশ্মীৰৰ কাৰণে এই দুৰ্ভগীয়াৰ কাৰণে অকাতৰে অমূল্য প্ৰাণ দান কৰি স্বৰ্গগামী হ'ল, সেই বন্ধুৰ স্নেহৰ ভগ্নী তুমি, তোমাক কাশ্মীৰৰ ৰাজমহিষী পদত বৰণ কৰিলোঁ, আহা দেৱী, দেশভক্ত প্ৰতাপৰ মহৎ আদৰ্শৰে অনুপ্ৰাণিত হৈ স্বদেশৰ কল্যাণৰ কাৰণে আত্ম-নিয়োগ কৰোঁ।

[ হাতত ধৰে ]

বিমলা : [ কঁপা মাতেৰে ] মহাৰাজ, প্ৰভু, অভাগিনী সেই পদৰ অযোগ্যা ।

বিজয় : বিমলা, হৃদয়ে হৃদয় চিনি পায় । প্ৰাণ যাৰ পৰশত পুলকিত হয়, সেই প্ৰিয়জন প্ৰাণে বিচাৰি আনে । প্ৰিয়ে, বিজয়সিংহৰ অন্তৰৰ দেৱতাই, অন্তৰৰ শূন্য আসনত আজি যাক দেৱীৰূপে প্ৰতিষ্ঠা কৰিছে, তেওঁ কাশ্মীৰৰ ৰাজমহিষী পদৰ সুযোগ্যা ।

[ বিমলাই সেৱা কৰে , বিজয়ে সস্নেহে তুলি দিয়ে ]

[ অনঙ্গৰ প্ৰবেশ ]

অনঙ্গ : কাশ্মীৰাধিপতিৰ নৱজীৱনৰ পুণ্য প্ৰভাতত মোৰ শুভ ইচ্ছা নিবেদন কৰিছোঁ ।

[ বিমলাই লাজত তলমূৰ কৰে ]

বিজয় : যুৱৰাজ, বন্ধু, কাশ্মীৰ আপোনাৰ কাৰত চিৰ ঋণী । কাশ্মীৰৰ ভাণ্ডাৰত এনে ৰত্ন নাই যাক দি আপোনাৰ ঋণ পৰিশোধ কৰিব পাৰোঁ । তথাপিও, যদি দয়া কৰি মোৰ দান গ্ৰহণ কৰে [ ভিতৰলৈ ] কমলা, কমলা !

[ কমলাৰ প্ৰবেশ ]

কমলা : দাদা !

বিজয় : কাশ্মীৰৰ [ কমলাক ধৰি ] ৰাজপ্ৰাসাদৰ এই একেটি ৰত্ন, মই আপোনাৰ হাতত অৰ্পণ কৰিব খোজোঁ !

অনঙ্গ : এপাহি প্ৰস্ফুটিত কাশ্মীৰ কুসুম, যাৰ সৌৰভত ভাৰতবৰ্ষ আমোদিত, এই নগণ্য কামৰূপীৰ হাতত অৰ্পিত হ'ব ই কল্পনাৰো অতীত ।

বিজয় : [ হাঁহি ] সেই কাশ্মীৰ কুসুমৰ কৰ স্পৰ্শত যুৱৰাজৰ কল্পনা আজি বাস্তৱত পৰিণত হওক ।

[ কমলাৰ হাতত ধৰি অনঙ্গৰ কাষলৈ আনিব খোজে । এনেতে প্ৰহৰীৰ প্ৰৱেশ ]

প্ৰহৰী : কামৰূপৰ দূত যুৱৰাজৰ দৰ্শনপ্ৰাৰ্থী ।

অনঙ্গ : কামৰূপৰ দূত ! মহাৰাজ খন্তেক অপেক্ষা—

[ অনঙ্গ আৰু প্ৰহৰীৰ প্ৰস্থান ]

[ বিজয়ে বিমলাক কিবা এটা ইঙ্গিত দিয়ে, বিমলা ভিতৰলৈ যায় আৰু খন্তেক পিছতে তেওঁৰ পাচে পাচে কেইধাৰমান ফুলৰ মালা লৈ এজনী দাসী আহে । বিমলাই এধাৰ মালা লৈ কমলাৰ হাতত লৈ দিয়ে ]

বিজয় : কমলা !

কমলা : দাদা !

বিজয় : মানবৰ ৰূপ ধৰি স্বৰ্গৰ দেৱদূতে তোৰ পাণি গ্ৰহণ কৰিছে ! ভাগ্যৱতী তই, ভাগ্যৱতী কাশ্মীৰ । আৰু-

[ বিষণ্ণ মনেৰে অনঙ্গৰ প্ৰবেশ ]

অনঙ্গ : মহাৰাজ, পিতাৰ মৃত্যু হৈছে । মহাপাপী মই, মৃত্যুকালত পিতাক সেৱা কৰিবলৈ নেপালোঁ । বন্ধু, মহাৰাজ, ক্ষমা কৰিব, এই অশুভ ক্ষণত আপোনাৰ পবিত্ৰ দান কাশ্মীৰ কুমাৰীক গ্ৰহণ কৰিব নোৱাৰিলোঁ যদি কেতিয়াবা—

[ সকলো হতাশ হয় কমলাৰ হাতৰ মালা মাটিত সৰি পৰে ]

যবনিকা

# লাচিত

—চৰিত্ৰাৱলী—

চক্ৰধ্বজ, বুঢ়াগোহাঁই, লাচিত, লাচিত-মোমাই, লাচিত-পুত্ৰ,
আওৰংজীব, ৰামসিংহ, দিলিৰ খাঁ,
মাধুৰী [ লাচিত-পত্নী ], ললিতা [ ভিক্ষাৰিণী ]
বৰাঙ্গী, কটকী, প্ৰহৰী, গৰখীয়া আদি ।

— x —

## প্ৰথম দৃশ্য

[এন্ধাৰ ৰাতি দিখৌ নৈৰ পাৰত বহি ললিতাই অকলে অকলে গীত গাইছে]

—গীত—

জোনৰে জেউতি জোনতে শুকালে,
শুকালে শুৱনি তৰা,
মেঘৰে বুকুতে বিজুলী লুকালে
এন্ধাৰে ছাটিলে ধৰা।
বৈ বৈ বিনালে বিলৰে পদুমী
শোকতে পাহিটি সৰা,
উচুপি কান্দিলে গধূলি গোপালে
পদূলি মুখৰেপৰা।

[ বৰাগীৰ প্ৰৱেশ ]

বৰাগী : ললিতা, তই অকলে অকলে ইয়াত কি কৰিছহি ?

ললিতা : বৰাগী ককাই, এনেয়ে বহি আছোঁ।

বৰাগী : এই ৰাতিখন নৈৰ পাৰত অকলে থাকিব নেলাগে ঘৰলৈ বল আই !

ললিতা : ঘৰতনো কাৰ মুখ চামগৈ ?

বৰাগী : [ স্বগতঃ ] ঘাট মাউৰী দেহি। সংসাৰত আপোন বুলিবলৈ কোনো নাই। সকতেই মাক-বাপেক ঢুকাল ; যিবা দদায়েক এটা আছিল, সাদিনমানহে হৈছে—মাউৰত পৰি সিও মৰিল ! —ভগৱন্ত বস্তুৱে দুখীয়াকহে মহটিয়াই ভাল পায় !

ললিতা : বৰাগী ককাই, মনে মনে থাকিলা দেখোন ? অ' হয়নে বৰাগী ককাই,—আজি মাহুহে কোৱা-কুই কৰা শুনিছোঁ, আমাৰ ৰজাই বোলে যৱনৰ লগত যুদ্ধ পাতিছে ?

বৰাগী : পাতিছে। ধন সাধিবলৈ আহি যৱনৰ কটকীয়ে আমাৰ স্বৰ্গদেউক হেনো কিবা টান কথা কৈছিলে, তাতে স্বৰ্গদেউৰ খং উঠি, ধন নিদি যুদ্ধ দিয়াটোকে বোলে ঠিৰাং কৰিলে।

ললিতা : যৱনৰ কটকী নো ক'ৰপৰা আহিছিল ?

বৰাগী : গুৱাহাটীৰপৰা।

ললিতা : বৰাগী ককাই তোমাৰ ঘৰ জানো গুৱাহাটীত নহয় ?

বৰাগী : হয়।

ললিতা : তুমি আজি তিনি চাৰি বছৰ ঘৰলৈ যোৱা নাই – এতিয়া পিচে যুদ্ধ লাগিলে তুমি ঘৰলৈ কেনেকৈ যাবা ?

বৰাগী : আমাৰ নো বৰাগী মানুহৰ কি ঘৰ-দুৱাৰ আছে আই — আৰু যুদ্ধখনো সদায়েই লাগি থাকিবনে

ললিতা : হওক তেও -যুদ্ধখন লাগি মোৰ এটা কাম ওলাল

বৰাগী : হেৰ বজাই বজাই যুদ্ধ কৰিব, তোৰ আকৌ কি কামটো ওলাল ?

ললিতা : ওলাইছে এটা, এতিয়া নকওঁ –

বৰাগী : বাৰু নেলাগে কব। ৰাতি ভালেখিনি হ'ল – ললিতা, বল ঘৰলৈ ব'ল।

ললিতা : ব'লা।

[ বৰাগীৰ গীত ]

( মোৰ গুৰু ঐ ) এন্ধাৰত নমনি বাট,
কেনি গ'লে পাম পানচৈ এখনি
কেনি গ'লে পাম ঘাট

[ দুয়োৰো প্ৰস্থান ]

---

# দ্বিতীয় দৃশ্য

[ ৰাজ কাৰেঙৰ সম্মুখৰ উদ্যান ]

[ চক্ৰধ্বজ অকলে ]

চক্ৰধ্বজ : জাতিৰ অপমান !—সকলো অপমান সহ্য কৰিব পাৰোঁ, কিন্তু জাতিৰ,—মোৰ জন্মভূমিৰ অপমান সহ্য কৰিবলৈ প্ৰস্তুত নহওঁ। পেচ্‌কচ্‌? জয়ধ্বজ সিংহৰ প্ৰতিশ্ৰুতি ?—ময়ো ৰক্ষা কৰিলোহেঁতেন, যদি মোগলে ৰাজ যোগ্য সম্মানেৰে পেচ্‌কচ্‌ বিচাৰি পঠালেহেঁতেন ! —এটা সামান্য চুবাদাৰ, আওৰংজীবৰ গোলামৰো গোলাম, তাৰ অহঙ্কাৰ-পূৰ্ণ পত্ৰ আৰু অৱজ্ঞাসূচক আস্ফালন ! —এনে তিৰস্কাৰ সহ্য কৰিব পাৰে মাত্ৰ সেই জাতিয়ে, যি জাতিৰ মেৰুদণ্ড নাই —যাৰ শিৰেদি শোণিতৰ সোঁত নবয় ! আহোম দুৰ্ব্বল নহয়। পৰাক্ৰমী আহোম জাতিয়ে ৰাজ্য শাসন কৰিবলৈ আহিছে ৰজাৰ দৰে। মোগল শক্তিৰ আগত মূৰ দোঁৱাবলৈ, মোগলৰ বিদ্ৰূপ বহন কৰিবলৈ, আহোমে ভিক্ষাৰী সাজি সৌমাৰত সোমোৱাহি নাই।

[ বুঢ়াগোহাঁইৰ প্ৰৱেশ ]

অ' বুঢ়াগোহাঁই ডাঙৰীয়া ! গুৱাহাটীৰ চুবাদাৰলৈ পত্ৰ পঠোৱা হ'লনে ?

বুঢ়াগোহাঁই : পুৱাতেই পঠোৱা হ'ল স্বৰ্গদেউ।

চক্ৰধ্বজ : বৰফুকনক সোনকালে সৈন্য সংগ্ৰহ কৰিবলৈ আদেশ দিয়ক। ৰাজধানী ৰক্ষাৰ্থে যথেষ্ট সংখ্যক সৈন্য ৰাখি, বাকী সৈন্যৰে মোগলক ভেটিবলৈ তেওঁ যেন প্ৰতি মুহূৰ্ত্ততে প্ৰস্তুত হৈ থাকে। মোৰ বিশ্বাস পত্ৰ পোৱাৰ লগে লগেই সিহঁতে আমাক আক্ৰমণ কৰিব।

বুঢ়াগোহাঁই : স্বৰ্গদেউ, প্ৰজাৰ অৱস্থা শোচনীয়, ৰাজভঁৰালো টনকিয়াল নহয়; এনে অৱস্থাত মোগলৰ সৈতে ৰণ কৰাতো—

চক্ৰধ্বজ : অবিবেচকৰ কাম হব ? ডাঙৰীয়া, প্ৰজাৰ অৱস্থা শোচনীয়, ৰাজভঁৰালো শূন্যপ্ৰায় সঁচা; সেই কাৰণেই পেচ্‌কচৰ বাবে মোগলৰ তীব্ৰ কৰ্কথনা, চুবাদাৰৰ বিদ্ৰূপ-বাণী, আশীৰ্ব্বাদ বুলি শিৰত তুলি লব লাগিব ?

বুঢ়াগোহাঁই : বন্দীৰ অপৰাধ মাৰ্জ্জনা কৰক স্বৰ্গদেউ।

চক্ৰধ্বজ : আপোনাৰ একো অপৰাধ নাই ডাঙৰীয়া, সকলো অপৰাধ মোৰ। ৰাজ্যৰ এই দুৰ্দ্দিনত ৰণ আহ্বান কৰিছোঁ, অৰ্থ সঙ্কটত জুৰুলা প্ৰজাৰ পৰা অৰ্থ সংগ্ৰহ কৰি মোগলৰ বিপক্ষে থিয় দিব খুজিছোঁ, ব্যাধি প্ৰপীড়িত প্ৰজাক ৰণুৱা সাজেৰে সজাই শ্যমলা অসমভূমি, সিহঁতৰ বুকুৰ তেজেৰে ৰাঙলী কৰিবলৈ নিষ্ঠুৰ আদেশ কৰিছো, সকলো অপৰাধ মোৰ। কিন্তু ডাঙৰীয়া, এই অপৰাধৰ বাবে মই অনুতপ্ত নহওঁ, মই মাত্ৰ আকুল হৈছোঁ, মোক ব্যাকুল কৰি তুলিছে—স্বাধীনতা শ্যমন্তক মণিয়ে। এই মহাবস্তুৰ কাৰণে মই মোৰ ৰাজ্য, ধন, প্ৰজা সৰ্ব্বস্ব পণ কৰিছোঁ। যদি পাৰোঁ পাটকাই পৰ্ব্বতৰ প্ৰত্যেক শিলাখণ্ড স্বাধীনতাৰ অলোকেৰে আলোকিত কৰিম, আৰু যদি নোৱাৰোঁ শস্য-শ্যামলা, নিৰুপমা মৰতৰ অমৰাৱতী মোৰ এই প্ৰাণৰ অসমভূমিক পৰাধীনতাৰ সোঁতত উটাই দিম। [ প্ৰস্থান ]

[ দিখৌৰ সিপাৰে গৰখীয়াৰ নাম]

১ম গৰ : চোমনিৰ মাজতে জামুগছ এজুপি
তাতে দিয়ে কপৌৱে কণ,
( আই ঐ ) কিনো মায় লগালো, নকলে কোনেও
আটাইতকৈ মৰমী কোন ?

২য় গৰ : দিখৌৰে সোঁতত্তে সোৱণ দখিকণা
দেও দিও সাঁতুৰি যায়,
আই মোৰ মৰমী বোপাই মোৰ মৰমী,
দেশতকৈ মৰমী নাই ।

---

## তৃতীয় দৃশ্য

[লাচিতৰ ঘৰৰ বাহিৰ কোঠা]

[মাধুৰী অকলে]

মাধুৰী : পুৱাতেই ওলাই গ'ল, সাঁজ লাগো লাগো হ'লহি, এতিয়াওনো বাৰু আহিব নেপায়নে ? ওৰে দিনতো ভোকে লঘোণে জানো কি কৰিছে গৈ ?

[বাহিৰৰপৰা লাচিত—মাধুৰী]

আহিলে ? —[লাচিতৰ প্ৰৱেশ] আপুনিনো এই গোটেই দিনতো লোখোৱা নোবোৱাকৈ থাকিব পায়নে ? কি কৰিছিলেনো—আজি— ?

লাচিত : নতুন কাঁড়ী সেনাবিলাকক কাঁড় মাৰিবলৈ শিকাইছিলোঁ ।

মাধুৰী : কাঁড় মাৰিবলৈ শিকালে হব, পাই ভোক শিয়াহ নেলাগে ? —আহক, আহক ভিতৰলৈ হাত মুখ ধোৱকহি, খাবলৈ সজাই থৈছোঁ ।

লাচিত : বলা তেনে—[প্ৰস্থানোদ্যত—এনেতে বাহিৰৰপৰা মাতে—[ বৰফুকন দেউতা ]
কোন ?

কটকী : মই কটকী, স্বৰ্গদেৱে এখন জৰুৰী পত্ৰ দি পঠাইছে—

লাচিত : লৈ আন । মাধুৰী তুমি বহা মই গৈছো ।

মাধুৰী : সোনকালে আহিব । — [মাধুৰীৰ প্ৰস্থান]

[কটকীৰ প্ৰৱেশ]

লাচিত : স্বৰ্গদেৱে দিছে ?

কটকী : হৈছে দেউতা ।

লাচিত : দে । [লাচিতে চিঠি লৈ পঢ়িবলৈ ধৰে]

[দূৰত ললিতাৰ গীত]

মাতৃ পূজাত হেলা নকৰিবি
অৰ্ঘ্য দিবৰ সময় হ'ল,
উঠ অসমীয়া, আহ অসমীয়া
অৰুণ পদত পূজিবি বল ।

লাচিত : ও । বাক তই যা । [কটকীৰ প্ৰস্থান] মাধুৰী,

মাধুৰী : [ভিতৰৰপৰা] আহক—

লাচিত : খাবৰ আৰু সময় নাই মাধুৰী ! — এই মুহূৰ্ত্ততে যুদ্ধ যাত্ৰা কৰিব লাগে ।

[মাধুৰীৰ প্ৰৱেশ]

মাধুৰী : এই মুহূৰ্ত্ততে যুদ্ধ যাত্ৰা কৰিব লাগে ?

লাচিত : এই মুহূৰ্ত্ততে । চৈয়দ চানা আৰু ফিৰোজ খাঁই অসংখ্য মোগল সৈন্য লৈ ৰাজধানী আক্ৰমণ কৰিবলৈ লৰি আহিছে । স্বৰ্গদেউৰ আদেশ এক মুহূৰ্ত্ত সময়ো নষ্ট নকৰি বায়ুবেগেৰে আমাৰ সৈন্য লৈ মাজ বাটতে মোগলক বাধা দিব লাগে । — মাধুৰী, মই আৰু দেৰি কৰিব নোৱাৰোঁ, মই যাওঁ—

মাধুৰী : তেনে—তে—নে তেনে যাওক, কিন্তু এই অনাহাৰ অৱস্থাত—

লাচিত : দেৱী পূজালৈ নৈবেদ্য নিওঁতে পূজাৰী অনাহাৰেই যায় মাধুৰী—আজি মোৰ মাতৃ মন্দিৰত সহস্ৰ সন্তানৰ ৰক্তকৰবী মালাৰে জননীৰ ৰাতুল চৰণ পূজিবলৈ ওলাইছোঁ, আজি আৰু আহাৰৰ সময় নহয় । মাধুৰী, মই আৰু ৰ'ব নোৱাৰোঁ,— মই আহিছোঁ— [প্ৰস্থান]

মাধুৰী : ভগৱান্ মোৰ স্বামীক ৰক্ষা কৰিবা।

(দূৰত ললিতাৰ গীত)

জন্মভূমিৰ শঙ্খধ্বনি সৃষ্টি পাগল কৰা,
মৌন আকাশ তৰুণ তপন, মুগ্ধ বতাহ ধৰা;
মহিমা দীপ্ত তাৰেই ধ্বনি, আজিৰ পূজাত ল'হি শুনি
ল' জননীৰ চৰণ ধূলি, চেনেহ আশীষ্-ভৰা।

— — — —

## চতুর্থ দৃশ্য

[ৰাজকাৰেঙৰ বাৰাণ্ডা]

চক্ৰধ্বজ : বাঁহবাৰীৰ যুদ্ধ! এটা জাতিৰ অস্তিত্ব নিৰ্ভৰ কৰিছে এই যুদ্ধত! ভাৰত বিজয়ী মোগল বাহিনীৰ বিপক্ষে মোৰ এমুঠি দেশভক্ত আহোম সৈন্য থিয় দিছে। জানো, জাতিৰ কাৰণে, জন্মভূমিৰ কাৰণে সিহঁতে—হাঁহি হাঁহি প্ৰাণ দিব।— কিন্তু তথাপিও যদি—

—দূৰত বৰাগীৰ গীত—

দীপালী দীপালী সোণালী দীপালী
আকাশে সজালে দীপালী ঐ,
মেঘৰে আঁৰতে তামুলী তৰাটি
নাচিছে ৰূপৰে ৰেঘাটি লৈ—

চক্ৰধ্বজ : এই ৰূপৰ বাতি সৌন্দৰ্য্য মুগ্ধ কোন সেই গায়ক? অপৰূপা নীলিমাৰ ৰূপ বৰ্ণাই, গীতৰ অমিয়াধাৰা আঁজলি আঁজলি কৰি অচেতন প্ৰকৃতিৰ বুকুত ঢালি দিছে। বুজিছোঁ, কোনোবা সৌন্দৰ্য্য উপাসক। কিন্তু এই সঙ্গীতে আজি মোক শান্ত্বনা দিব নোৱাৰে,—এই গীতামৃতৰ কাৰণে মই

লালায়িত নহওঁ! বাঁহৰাৰীৰ শাৰী শাৰী মোগল কামানৰ সন্মুখত মোৰ আহোম সেনাই অকাতৰে বুকুৰ তেজ ঢালি দিছে। মোগল অশ্বাৰোহী সৈন্যৰ নির্ম্মম অস্ত্ৰাঘাত আলিঙ্গন কৰি জাতীয় যজ্ঞত নিজকে আহুতি দিছে— "জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰিয়সী" মন্ত্ৰত বলিয়ান হৈ,—প্ৰাণৰ পুত্ৰ, কন্যা, পৰিবাৰক অনাথ কৰি, চিৰ দিনৰ কাৰণে চকু মুদিছে,—গায়ক, এটা জাতিৰ জন্ম মৃত্যুৰ সন্ধি ক্ষণত—সৌন্দৰ্য্য উপাসনা কৰিবৰ সময় নহয়। যদি পাৰা শক্তি উপাসনা কৰা—

[দূৰত বৰাগীৰ গীত]

শতৰু তেজেৰে কপিলী ৰাঙলী
কঁাজলী মুখত উঠিছে ঢউ,
জননী ওঁঠত বিৰিঙি উঠিছে
স্বাধীন সুখৰ মাধুৰী মৌ।
ৰাঙলী সোঁতেৰে বইছে লুইত—
অসমভূমিৰ কীৰিতি লৈ,
দীপালী দীপালী সোণালী দীপালী,
আকাশে সজালে দীপালী ঐ!

— — — —

## পঞ্চম দৃশ্য

### দিল্লীৰ ৰাজ প্ৰাসাদ

[আওৰংজীব আৰু দিলিৰ খাঁ]

আওৰং : সংবাদ পাইছা দিলিৰ?
দিলিৰ : পাইছো জাঁহাপনা!
আওৰং : কি পাইছা?

দিলিৰ : বাঁহবাৰী—কাজলীমুখ, ইটাখুলি আৰু গুৱাহাটী—এই চাৰিওখন যুদ্ধত আমাৰ পৰাজয় হ'ল। আহোম সেনাপতি লাচিত ফুকনে চৈয়দ চানা আৰু ফিৰোজক বন্দী কৰি গড়গাৱঁলৈ পঠিয়াই দিলে, অসম ৰজাই তুয়োকো হেনো তাতে হত্যা কৰিলে।

আওৰং : আৰু ?

দিলিৰ : লাচিত ফুকনক খোলে বৰফুকন পাতি অসম ৰজাৰ প্ৰতিনিধি স্বৰূপে গুৱাহাটীত ৰাখিছে।

আওৰং : দিলিৰ !

দিলিৰ : জাঁহাপনা !

আওৰং : পিতাক বন্দী কৰি,—দাৰা, সুজা আৰু মুৰাদক হত্যা কৰি আওৰংজীব যে মোগল সিংহাসনত বহিছে, এই খবৰ অসম ৰজাই ৰাখিছেনে নাই ?

দিলিৰ : সম্ভৱ ৰাখিছে জাঁহাপনা !

আওৰং : সম্ভৱ নাই ৰখা। ৰখাহেঁতেন আওৰংজীবৰ ক্ৰোধাগ্নিত ক্ষুদ্ৰ পতঙ্গৰ দৰে জাহ যাবলৈ অসম ৰজা ইমান অধৈৰ্য্য নহ'লহেঁতেন !— কৈ হ্যায় ?

( প্ৰহৰীৰ প্ৰবেশ )

প্ৰহৰী : খোদাবন্দ !

আওৰং : ৰাজা ৰামসিংহ—[ প্ৰহৰীৰ প্ৰস্থান ] দিলিৰ !

দিলিৰ : সম্ৰাট !

আওৰং : গোটেই অসম দেশ জয় কৰিবলৈ কেই ঘণ্টাৰ আৱশ্যক ?

দিলিৰ : এমাহৰ কমে অসম জয় কৰা অসম্ভৱ জাঁহাপনা !

আওৰং : এমাহ ! মূৰ্খ, এমাহত আলমগীৰে গোটেই দুনিয়া জয় কৰিব !

[ ৰামসিংহৰ প্ৰবেশ ]

ৰামসিংহ : বন্দেগী জাঁহাপনা !

আওৰং : আহাঁ ৰামসিংহ ! দিলিৰ খন্তেকৰ কাৰণে মোক অনুমতি দিয়া, মই মহাৰাজৰ লগত অলপ গোপনীয়—

( প্ৰস্থান )

দিলিৰ : যো হুকুম ।

আওৰং : ৰামসিংহ !

ৰামসিংহ : জাঁহাপনা !

আওৰং : সমগ্ৰ হিন্দুস্থান জয় কৰি শেষত কি আওৰংজীবে অসম ৰজাৰ ওচৰত পৰাজয় স্বীকাৰ কৰিব ?

ৰামসিংহ : কেতিয়াও নহয় ! পৰাজয় স্বীকাৰ কৰা দূৰৰ কথা জাঁহাপনা, মোগল শক্তিৰ সন্মুখত অসম ৰাজ্য ধূলি হৈ উৰি যাব ।

আওৰং : কিন্তু প্ৰথম চাৰিখন যুদ্ধত মোগল পৰাজিত ; চৈয়দ চানা আৰু ফিৰোজ হত, গুৱাহাটী আহোমৰ কৰলত গত—

ৰামসিংহ : জানো জাঁহাপনা, কিন্তু সেই যুদ্ধত ৰামসিংহই সেনাপতিত্ব কৰা নাই ।

আওৰং : উত্তম ! এইবাৰ তোমাক অসম যুদ্ধৰ সেনাপতি পাতিলোঁ । ভাৰত বিজয়ী আওৰংজীবৰ দক্ষিণ হস্ত তুমি, পৰাক্ৰমী ৰাজপুতৰ দৰ্প তুমিয়েই চূৰ্ণ কৰিছা । যোৱা ৰামসিংহ, অসম ৰজাক বন্দী কৰি আহোম ৰাজ্য কামানৰ আগত উৰাই দিয়া । বৰ্ব্বৰ অসমীয়াই মোগলৰ ক্ষমতা বুজক, আলমগীৰৰ পৰাক্ৰমত হিন্দুস্থান স্তব্ধ হওক ! দিলিৰ—

[ নেপথ্যত দিলিৰ—জাঁহাপনা ! ]

ৰামসিংহ আৰু কাল ক্ষয় কৰাৰ প্ৰয়োজন নাই । যাত্ৰাৰ কাৰণে প্ৰস্তুত হোৱাগৈ । তোমাৰ লগত নচৰৎ খাঁ, চৰিপ খাঁ, ৰঘুসিংহ আদি যাব, যোৱা ।

[ ৰামসিংহৰ প্ৰস্থান, দিলিৰৰ প্ৰৱেশ ]

দিলিৰ : জাঁহাপনাই মোক মাতিছিল ?

আওৰং : মাতিছিলোঁ দিলিৰ !

দিলিৰ : আদেশ কৰক—

আওৰং : আদেশ কৰিবলৈ মতা নাই দিলিৰ, মাতিছোঁ—উপদেশ বিচাৰি। দাক্ষিণাত্যত কাফেৰ শিৱাজী, অসমত বৰ্ব্বৰ চক্ৰধ্বজ—শিৱাজী চতুৰ, কূট ; চক্ৰধ্বজ দাম্ভিক, অভিমানী ! উপদেশ দিয়া দিলিৰ !

দিলিৰ : জ াঁহাপনাই ৰামসিংহক অসম যুদ্ধৰ সেনাপতি পাতিছে ?

আওৰং : মিছা কথা—! অ' পাতিছো দিলিৰ পাতিছো, হিন্দুৰ দ্বাৰা হিন্দুৰ ধ্বংস অতি সহজ, সেই কাৰণেই অম্বৰাধিপতিক এই যুদ্ধৰ—বুজিছা ?

দিলিৰ : নচৰৎ খাঁক সেনাপতি পতা হলেও—সহজে অসম জয় কৰিব পাৰিলেহেঁতেন জ াঁহাপনা !

আওৰং : মুছলমানক ! স্বজাতিক ?—দিলিৰ—মূৰ্খ—ৰাজনীতিত তুমি অনভিজ্ঞ।

—০—

## ৬ষ্ঠ দৃশ্য

### সীমামুৰি গড়।

[লাচিতৰ মোমাই, অকলে]

[অনুৰত ভাগকৰা বনুৱাবিলাক শুই থাকে]

মোমাই : ৰাতিও আৰু বেছি নাই, সিফালে গড়ৰ কাম আধাই নহ'ল। বনুৱাবিলাকে দেহি ভাগৰত অলপ জিৰাইছে ! তেজ মঙহৰ শৰীৰ গুৰেদিন হাড়ভগা পৰিশ্ৰম কৰি এই শেহ ৰাতিও অকণমান নিজিৰাবনে ? জিৰক জিৰক এই হেন প্ৰকাণ্ড গড়টো ৰাতিটোৰ ভিতৰতেনো বাৰু বান্ধি

শেষ কৰিব পাৰিবনে? ৰাতিৰ কথাকে নকওঁ—কাইলৈ আবেলিৰ আগতে ওলালেও ভালকে বুলিছোঁ !

[বেগেৰে লাচিতৰ প্ৰবেশ]

লাচিত : মোমাইদেউ, পুৱাৰ লগে লগে মোগলে আমাৰ কোঠ আক্ৰমণ কৰিব ! গড়ৰ কাম শেষ ? — ইকি ! এতিয়াও অৰ্দ্ধেক বাকী !—গড় হৈ উঠা নাই !—কৰ্ম্মীবোৰ ক'ত ?

মোমাই : ভাগৰত লালকাল হৈ সিহঁতে অলপ জিৰাইছে বোপা,—

লাচিত : জিৰাইছে ! প্ৰত্যুষতে মদমত্ত মোগলৰ আক্ৰমণ ; আক্ৰমণ ব্যৰ্থ কৰাৰ একমাত্ৰ সম্বল এই গড়, তাক অসম্পূৰ্ণ ৰাখি তোমাৰ দেশভক্ত কৰ্ম্মী বিশ্ৰামত মগ্ন ! ধন্য এই জাতি—আৰু ধন্য তুমি ৰাজকৰ্ম্মচাৰী !

মোমাই : বোপা !

লাচিত : দেশদ্ৰোহী, তোমাৰ দোষতেই আজি মোৰ সোণৰ অসম যায় যায়, তোমাৰ অপদাৰ্থতাৰ কাৰণেই চিৰ স্বাধীনা মোৰ চেনেহী জনমভূমিক মোগলৰ দাসী কৰিব লগা হ'ল। তোমাৰ দুৰ্বুদ্ধিৰ ফলতেই ইন্দ্ৰবংশী আহোম ৰাজত্বৰ যৱনিকা পৰোঁ পৰোঁ

মোমাই : লাচিত, ভাগিন !

লাচিত : কাপুৰুষ, মাতৃদ্ৰোহী, জাতিৰ কলঙ্ক যি অকৰ্ম্মন্যই দেশক তুচ্ছ ভাবি মাতৃভূমিক হেয় জ্ঞান কৰি কৰ্ত্তব্যত কৃপণালি কৰে, তাৰ ক্ষমা নাই ! মানুহে তাক ক্ষমা নকৰে, জাতিয়ে তাক ক্ষমা নকৰে, ঈশ্বৰে তাক ক্ষমা কৰিব নোৱাৰে ! দায়িত্বহীন আহোম বিষয়া, মাতৃ-মন্দিৰত মোৰ নিৰ্দ্দোষী অসমীয়া ভাইসকলক বলি দিয়াৰ আগতে,—দুইজন বুকুত অসমীয়াৰ তেজৰ তৰঙ্গ উঠাৰ আগতে, — গড়গাঁৱৰ কাৰেঙত মোগল পতাকা উৰাৰ আগতে, লাচিতৰ প্ৰাণৰ মোমাই আহাঁ, আজি তোমাৰ তেজেৰে জননীক তৰ্পণ কৰোঁ—

[ অৰোৱাজ লৈ মোমায়েকক হত্যা কৰে । ]

[ অদূৰত বহুৱা—উঠ, উঠ, গড বান্ধ, গড বান্ধ—গড বান্ধ । ]

[ অদূৰত ৰাজবাটেদি বৰাগীয়ে গীত গাই যায় । ]

[বৰাগীৰ গীত]

সোণৰ অসম লুপ্ত নহয়,
লুপ্ত নহয় গৰিমা তাৰ,
বক্ষ বিদাৰি বীৰৰ তেজেৰে
ধুৱালে ৰাতুল চৰণ যাৰ ,
জাগিছে আজি সেই গোসাঁনী
নাচিছে কলচী নাচিছে দ'ল,
মাতৃপূজা, মাতৃপূজা,
মাতৃপূজাৰ সময় হ'ল ।

---

## সপ্তম দৃশ্য

[ ৰাজকাৰেঙৰ অদূৰৰ উদ্যান ]

[চন্দ্ৰকান্ত আৰু বুঢ়াগোহাঁই]

বুঢ়াগোহাঁই : অমাৰ্জনীয় অপৰাধ স্বৰ্গদেউ !

চন্দ্ৰকান্ত : কেনেকৈ ?

বুঢ়াগোহাঁই : এজন শুদ্ধক কৰ্মচাৰীক ৰাজ আদেশ নোলোৱাকৈ, বিনা বিচাৰে—প্ৰাণদণ্ড কৰাটো কোনো সভ্য দেশৰ শাসন পদ্ধতিত নাই । স্বেচ্ছাচাৰী বৰফুকনে মোমায়েকক বধ কৰি, অকল আইনকে লঙ্ঘন কৰা নাই স্বৰ্গদেউ, ৰাজ ক্ষমতাৰো অমৰ্য্যাদা আনিছে ।

চক্ৰধ্বজ : নৰহত্যাৰ অপৰাধত ছুব পাৰে বৰফুকন অপৰাধী, কিন্তু এজনক বধ কৰি যে, সহস্ৰ সহস্ৰ প্ৰাণ ৰক্ষা কৰিলে তাৰ বাবে কাক ধন্যবাদ দিব ডাঙৰীয়া ?

বুঢ়াগোহাঁই : মোমায়েকক বধ নকৰাকৈও গড় সম্পন্ন কৰিব পাৰিলে-হেঁতেন স্বৰ্গদেউ ।

চক্ৰধ্বজ : কি উপায়ে ?

বুঢ়াগোহাঁই : বনুৱাবোৰক শাস্তিৰ ভয় দেখুৱাই আৰু মোমায়েকৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখি ।

চক্ৰধ্বজ : ৰোগীয়ে শেষ নিশ্বাস লবৰ সময়ত, ঔষধৰ ব্যৱস্থাত ব্যস্ত থাকিলে, হিন্দুশাস্ত্ৰমতে ঘৰ অশুচি হোৱাৰ সম্ভৱ ডাঙৰীয়া !

বুঢ়াগোহাঁই : ক্ষমা কৰিব স্বৰ্গদেউ, বন্দীয়ে একো বুজিব নোৱাৰিলোঁ ।

চক্ৰধ্বজ : অতি সহজ । কৰ্ম্মক্লান্ত বনুৱাবিলাকক শাস্তিৰ ভয় দেখুৱাবলৈ মোমায়েকৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখিবলৈ, ফুকনৰ সময় নাছিল । মতিভ্ৰষ্ট হৈ ফুকনে তেনে পন্থা অৱলম্বন কৰাহেঁতেন, আজি এই ৰাজকাৰেঙ কিজানি মোগল হেৰেমত পৰিণত হ'লহেঁতেন ।

বুঢ়াগোহাঁই : কিন্তু এনে নৰহত্যাকাৰীক প্ৰশ্ৰয় দিয়া—

চক্ৰধ্বজ : ফুকনে নৰহত্যা কৰা নাই ডাঙৰীয়া ! দেশৰ কল্যাণ কামনা কৰি নৃমুণ্ডমালিনীৰ চৰণত মোমায়েকক বলি দিলে, মন্দিৰৰ শঙ্খ-ঘণ্টা ধ্বনিত সচেতন হৈ—অচেতন কৰ্ম্মী জাগি উঠিল । দেৱীপূজাৰ নিৰ্ম্মালি শিৰত লৈ, প্ৰাণত বিপুল বল বান্ধি পুৱাৰ আগে আগে গড় সম্পন্ন কৰিলে । এই কাৰ্য্যৰ বাবে ফুকনক যি দোষী সাব্যস্ত কৰিব খোজে, সি বিচক্ষণ বিচাৰপতি নহয়—সি এজন ৰাজদ্ৰোহী !

বুঢ়াগোহাঁই : স্বৰ্গদেউ—

চক্ৰধ্বজ : যাওক ডাঙৰীয়া,—শৰাইঘাটত তুমুল যুদ্ধ লাগিছে, জয়-পৰাজয় অনিশ্চিত, এনে সময়ত সেনাপতিৰ বিৰুদ্ধে অভিযোগ শুনিবলৈ মই অক্ষম ।

[ তলমূৰ কৰি বুঢ়াগোহাঁইৰ প্ৰস্থান ]

[ দূৰত বৰাগীৰ গীত ]

চলৰে সোঁতেতে নাও মেলো বুলি
নাও মেলো বুলি,
ফুকনে তৰিলে পালে মোৰ গুৰু ঐ
ফুকনে তৰিলে পাল ।
( অ' বান্ধৈ )
নাওতে উঠিলে আই মোৰ গোসাঁনী
আই মোৰ সোসাঁনী,
মোমায়ে ধৰিলে আলে মোৰ গুৰু ঐ
মোমায়ে ধৰিলে আল ।
( অ' বান্ধৈ )
মোমাইৰে ভৰতে নাও বুৰোঁ বুৰোঁ
নাও বুৰোঁ বুৰোঁ,
পালেহি পঁছোৱা কাল,
আইভকৈ ডাঙৰ মোৰ, নহয় মোমাই বুলি
চেনেহৰ ছিঙিলে জাল
মোৰ গুৰু ঐ চেনেহৰ ছিঙিলে জাল ।

---

## অষ্টম দৃশ্য
### লাচিতৰ বহা

[ শয্যাশায়িত লাচিত, ওচৰতে লাচিত পুত্র ]

লাচিত : এনে মহা সঙ্কটৰ সময়ত মোক কিয় শয্যাশায়ী কৰিলা প্রভু ! মাটিয়ে পানীয়ে অবিৰাম যুদ্ধ চলিছে, শত্রুশক্তি উপেক্ষা কৰি হাতত হেংদান্ লৈ মোৰ বীৰ সৈন্যই যুদ্ধ কৰি কৰি প্রাণ এৰিছে—আৰু মই সিহঁতৰে সেনাপতি হৈ—উস্ - বৰ বোপা !

লাচিত পুত্র : দেউতা !

লাচিত : ৰাতিপুৱাবলৈ আৰু বেছি পৰ নাই, বৰগোহাঁই ডাঙৰীয়া আৰু পানীফুকনক—এবাৰ মোৰ ওচৰলৈ, নাই—নালাগে থক পাৰিলে ময়েই নিজে—

লাচিত পুত্র : দেউতা আপুনি শোৱক !—টোপনি যাওক, এইদৰে গোটেই ৰাতিলৈকে উজাগৰে থাকি ৰণৰ কথাকে ভাবি থাকিলে দিনে দিনে দুৰ্ব্বল হৈহে যাব !

লাচিত : টোপনি আহিলহেঁতেন বৰবোপা, ৰণৰ চিন্তাই মোৰ যুৰ মুঘূৰালেহেঁতেন, যদি—মোৰ স্বৰ্গদেউ চক্রধ্বজসিংহ আজি জীয়াই থাকিলহেঁতেন ! কিন্তু অসমৰ দুৰ্ভাগ্য, সেই প্রজা-ৰঞ্জক পিতৃতুল্য স্বৰ্গদেউ আজি নাই ! উস্ এটোপা পানী (পানী খায় )

[ দূৰত ৰণভেৰী আৰু কামানৰ শব্দ ]

লাচিত : মোগল কামান ফুটিল !—( কামানৰ শব্দ ) সেইয়া আকৌ ! সেইয়া আকৌ ! শত্রুৰ ৰণতৰী আগুৱাইছে ; আজিক বালিৰ পোণ পাওঁ পাওঁ হৈছেহি । ৰাজ্যলোভী, পৰস্বাপহাৰী মোগল আহ, আহ, আহি থাক ! আৰু খন্তেকৰ পাচত অসমীয়া বৰটোপৰ গুলীয়ে, বিজয় গৰ্ব্ব

খৰ্ব্ব কৰি লুইতৰ বুকুত তইঁতৰ কবৰ সাজিব !—( কামানৰ ধ্বনি ) সেইয়া আকৌ সিহঁতৰে ধ্বনি ! - শত্ৰু আদ্ধাক বালি পাৰ হওঁ হওঁ হ'লহি, আমাৰ বৰটোপবোৰ এতিয়াও ফুটা নাই কিয় !—বৰবোপা !

লাচিত পুত্ৰ : দেউতা ! [ কামান ধ্বনি ]

লাচিত : সেইয়া আকৌ শত্ৰুৰ কামানৰ গৰ্জ্জন ! সিহঁতৰেই বিজয় নিনাদ । আমাৰ—আমাৰ হিলৈ, বৰটোপ এতিয়াও নিমাত !—বৰবোপা, বৰবোপা আমাৰ সৈন্যই কৰিছে কি ?

[ বেগেৰে ললিতাৰ প্ৰবেশ ]

ললিতা : বৰফুকন ডাঙৰীয়া !

লাচিত : কোন ? - কোন তুমি আই ?

ললিতা : মই ভিক্ষাৰিণী ।

লাচিত : ভিক্ষাৰিণী ? বাহিৰত তুমুল যুদ্ধ লাগিছে, এনে সময়ত জীৰ্ণ, ৰুগ্ন লাচিতৰ শয্যাৰ কাষলৈ কি ভিক্ষা বিচাৰি আহিলা আই ?

ললিতা : ভিক্ষা বিচাৰি অহা নাই ডাঙৰীয়া ! মোগলৰ বিজয় বাৰ্ত্তা বহন কৰি আনিছোঁ ।

লাচিত : মোগলৰ বিজয় বাৰ্ত্তা ?—অসম্ভৱ প্ৰতাৰণাময়ী ছদ্মবেশীনী কোন তুমি নাৰী ?

ললিতা : মই অসম জীয়াৰী । আদ্ধাক বালি পাৰ হৈ বিজয় গৰ্ব্বেৰে মোগলৰ ৰণতৰী গুৱাহাটীৰ কাষ চাপিছেহি । তথাপিও অসমীয়া সৈন্যই সিহঁতৰ গতিৰোধ কৰা নাই— হিলৈ ফুটা নাই, বৰটোপ গৰজি উঠা নাই ! সকলো নিমাত নিস্তব্ধ !

লাচিত : কিয় ?

ললিতা : মৃত্যুৰ আৱৰণে গগনক পৰনাৰ অপেক্ষা কৰিছে ।

লাচিত : গণনাৰ অপেক্ষা কৰিছে ? শত্ৰুৱে সৰ্ব্বস্ব হৰণ কৰিবলৈ লৰি আহিছে, অন্ধ অসমীয়া, নিৰ্ব্বাক, নিস্পন্দ হৈ সুখসপোনৰ স্বপ্ন দেখিছ ?

(মোগলৰ জয়োল্লাস, কামানৰ গৰ্জ্জন) সেইয়া শত্ৰুৰ জয়োল্লাস ! উঠ, উঠ লাচিত ! দেশ যায়—জন্মভূমি যায—এবাৰ শেষ চেষ্টা কৰি চা ! —শক্তি দিয়া, শক্তি দিয়া ভগৱান ! উস্ আজি মোৰ—শক্তি কিয় কাঢ়ি নিলা প্ৰভু ! উস্ নোৱাৰোঁ নোৱাৰোঁ—শক্তিহীন—দুৰ্ব্বল মই—বৰবোপা, বৰবোপা, ল—ল—মোক শয্যাৰে সৈতে ৰণক্ষেত্ৰলৈ লৈ ব'ল—যদি পাৰো চেনেহী জননীক উদ্ধাৰ কৰোঁ ।

---

## নৱম দৃশ্য

[ৰণক্ষেত্ৰ । ব্ৰহ্মপুত্ৰৰ পাৰ ]

[ ধুমুহা—শিলা বৃষ্টি ]

[ শয্যা সৈতে লাচিতক লৈ আহে । লগত ললিতা আৰু লাচিত পুত্ৰ ]

লাচিত : দে, দে, মোক নাৱত তুলি দে—

লাচিত পুত্ৰ : দেউতা, এই গাৰেই আপোনাক—

লাচিত : তৰ্ক নকৰিবি, প্ৰতিবাদ নকৰিবি ! হওক, ধুমুহা শিলাবৃষ্টি—পৰিলে পৰক বজ্ৰপাত, কৰিলে কৰক—মোগলৰ গুলীয়ে শৰীৰ ক্ষত বিক্ষত—দে, দে মোক নাৱত তুলি দে—

[ মোগলৰ কামান গৰ্জ্জন ]

শত্ৰুৰ মাজলৈ মোৰ নাও পাৰি দে নাৱৰীয়া !—মূৰ্খ, কাপুৰুষ অসমীয়া, কাঠৰ পুতলাৰ দৰে ভেবা লাগি কি

চাই আছ ? মোৰ আদেশ, টোপত জুই দে। মোক সুক্ষণ কুক্ষণ নালাগে, জ্যোতিষ নালাগে, গণকৰ গণনা নালাগে। হিলৈ মাৰ– বৰটোপ মাৰ [ জয় অসমৰ জয় ] আহোম সৈন্য, মোগলক আক্ৰমণ কৰ, আক্ৰমণ কৰ, নাৱে নাৱে জপিয়াই পৰ। মৃত্যুৰ ভয়ত ভীৰুৰ দৰে পাচ নুহুইঁকিবি –

[ মাজে মাজে দুটা এটা কামান ফুটে ]

[ ব্ৰহ্মপুত্ৰৰ পাৰত বৰাগীৰ গীত ]

অস্ত্ৰ ল ! অস্ত্ৰ ল ! ল, অসমীয়া ল,
শোণিত অস্ত্ৰ ল !
শোণিত অস্ত্ৰ ল, অসমীয়া !
আপোন অস্ত্ৰ ল !

## —পট পৰিৱৰ্ত্তন—

ৰামসিংহ : নোৱাৰিলোঁ ! নোৱাৰিলোঁ ! সকলো চেষ্টা ব্যৰ্থ হৈ গ'ল ! বিজয় গৰ্ব্বেৰে কামান গৰ্জ্জন কৰি কৰি অবাধে মোৰ ৰণতৰী আগুৱাইছিল, গুৱাহাটী পাওঁ পাওঁ, ভাবিছিলোঁ – জয় অনিবাৰ্য্য ! কিন্তু হঠাৎ ব্ৰহ্মপুত্ৰৰ বুকু কঁপাই আহোমৰ বৰটোপ গৰজি উঠিল ! শত্ৰু সৈন্যৰ সন্মুখত মোৰ অপ-ৰাজেয় মোগলবাহিনী পলকতে ছত্ৰভঙ্গ হ'ল। [টোপধ্বনি —জয় লাচিত ফুকনৰ জয়] সেইয়া, সেইয়া শত্ৰুৱে খেদি আহিছে—আৰু মোৰ সৈন্যই প্ৰাণ লৈ পলাইছে— উস্—[ অদূৰত লাচিত ]

লাচিত : নপলাবি—নপলাবি—বিশ্ববিজয়ী মোগলবাহিনী ! নপলাবি নপলাবি ৰামসিংহ অম্বৰাধিপতি ! অসমত প্ৰতিজ্ঞা

কৰিবলৈ সুদূৰ দিল্লীৰপৰা তোৰ সম্ৰাট আওৰংজীৱে দি পঠোৱা বিজয় স্তম্ভ লুইতৰ পাৰত প্ৰতিষ্ঠা কৰি যা—

ললিতা : (দূৰৰপৰা) সেই বিজয় স্তম্ভ ব্ৰহ্মপুত্ৰৰ বুকুত—জহি গ'ল।

[ কামানৰ শব্দ—"আল্লা" ]

ৰামসিংহ : সৌৱা সৌৱা গুলীৰ আঘাত—চৰিশ খাঁৰ আৰ্ত্তনাদ!—গ'ল গ'ল সকলো গ'ল!—মোৰ সহস্ৰ সহস্ৰ মোগল সৈন্য ব্ৰহ্মপুত্ৰৰ ঢৌত লীণ হ'ল!—শত্ৰুৱে সংহাৰ মূৰ্ত্তি ধৰি থেদি আহিছে, চাৰিওফালৰপৰা অগণন গুলী বৰষিছে,—ইফালে ধুমুহা, শিলাবৃষ্টি,—কেনি যাওঁ,—কেনি পলাওঁ!—ৰামসিংহ—অসম জয় কৰিবলৈ আহি আজি তোৰ এই অৱস্থা! আওৰংজীৱ, সম্ৰাট নোৱাৰিলোঁ তোমাৰ ইচ্ছা পূৰ্ণ কৰিব নোৱাৰিলোঁ! অসম বিজয় মাত্ৰ এটা অলীক স্বপ্ন!

———

## দশম দৃশ্য

[ মানাহৰ পাৰ ]

লাচিত : এইয়ে মানাহ। কুলু নাদিনী, পুণ্য প্ৰবাহিনী, গিৰি নন্দিনী মানাহ। আজি ইয়াৰ পাৰতে থিয় হৈ মোৰ ঋণ-মুক্তা জননীৰ হাঁহিভৰা মুখখনি দেখিবলৈ পাম। জননী, তোৰ আশীৰ্ব্বাদ শিৰত লৈ, তোৰ সন্তানে মুছলমানৰ দাৰুণ আক্ৰমণ ব্যৰ্থ কৰিলে। তোৰ অনন্ত শক্তিৰ এটি কণালৈ—অসমীয়া সৈন্যই মোগলৰ দৰ্প চূৰ্ণ কৰি ৰাম-সিংহৰ বিজয় পথত বাধা দিলে।

[ ললিতাৰ প্ৰৱেশ ]

ললিতা : ৰৰফুকন ডাঙৰীয়া !

লাচিত : ললিতা !

ললিতা : গুৱাহাটীলৈ কেতিয়া উলটি যাব ?

লাচিত : আজিয়েই যাম আই !

ললিতা : আজিয়েই ? হাদিৰাত চকী আৰু হাট পতা শেষ হ'লনে ?

লাচিত : হ'ল আই !

ললিতা : তেনে ব'লক। দিখৌৰ পাৰত ৰহি আকৌ এবাৰ আইৰ মুখখনি হেঁপাহ পলুৱাই চাই লওঁগৈ !

লাচিত : মানাহৰ পাৰলৈকে মোৰ আইৰ সেউজীয়া আঁচলখনি আজি উৰি আছিছে ললিতা ! — সৌৱা চোৱা, দূৰত — হাস্যবদনা, শ্যামল বৰণা, চিৰ স্বাধীনা — মোৰ চেনেহী জননীৰ কি বিশ্ববিমোহিনী ৰূপ ! — আই, আই অসম !

[ ললিতা আৰু ৰৰাগীৰ গীত ]

"অসম, অসম সোণৰ অসম
অ' আই তোৰ চেনেহী বেশ,
কোন খনিকৰে গঢ়িলে প্ৰতিমা
কোনে দিলে তোক লাহতী কেশ ?
অ' মোৰ সাদৰী আই,
তোৰ মান লৰণি নাই,
তোৰ মান গুৱণি নাই।
দিলে যেহুঁজালি পূৱালি বেলিয়ে
সোণালী কপালী তোকে পিন্ধায়" —

[ মহন্ত ]

— শেষ —

# জেৰেঙ্গাৰ সতী

—চৰিত্ৰাৱলী—

গদাপাণি, লৰা ৰজা, বৰফুকন, চাউদাং বৰুৱা
বৰাগী,
প্ৰথম চাউদাং, দ্বিতীয় চাউদাং,
নগা,
জয়মতী, বিজুলী ।

— — —

## প্ৰথম দৃশ্য

সময় সন্ধ্যা—গড়গাঁৱৰ কাৰেঙৰ মন্ত্ৰণা কক্ষত লালুকসোলা বৰফুকন অকলে বহি আছেহি—স্বৰ্গদেউ তেতিয়াও অহা নাই। অদূৰত কোনোবা ভবিষ্যদ্বক্তা গায়কে ভবিষ্যতৰ করুণ কাহিনী,—সঙ্গীতৰ সুৰত দিখৌৰ বুকুত ঢালি দিছে—তাৰেই ধ্বনি বতাহত ভাহি ভাহি ৰাজকাৰেঙৰ প্ৰাসাদ কক্ষত লাগিছেহি।

—গীত—

পৰ্ব্বতৰ জীয়াৰী নিজৰা ঐ
ভৈয়ামৰ মাজেদি আহিছ বৈ,
শিলনিৰ বুকুতে খলকনি তুলি—
নিজৰি নিজৰি যাব ক'লৈ ?
অ' মোৰ নিজৰা ঐ--
পাৰত তোৰ পীড়িতা জয়াৰে কাহিনী,
শুনি ল আজলী, চাই যা বৈ !

বৰফুকন : অধৰ্ম্ম ! পাপ !—হওক,—। তথাপিও সিংহাসন নিষ্কণ্টক কৰিবই লাগিব ! যেতিয়া যজ্ঞ সাধনৰ সঙ্কল্প কৰিছোঁ যজ্ঞ বেদীত আহোম ৰাজকোঁৱৰৰ শোণিতেৰে অৰ্ঘ্য দিবই লাগিব ! —নোৱাৰিম ? — নিশ্চয় পাৰিম। — চুলিকফা তোমাৰ শত্ৰু নিৰ্ম্মূল কৰি—অসমত তোমাক অপ্ৰতিদ্বন্দ্বী ৰজা কৰিবৰ কাৰণেই এনে অমানুষিক কাৰ্য্য কৰিবলৈ আগবাঢ়িছোঁ—! খ্যাতিমন্ত ইন্দ্ৰবংশী আহোম ৰাজবংশত কুখ্যাতি আহিলেও, নিষ্কলঙ্ক আহোম

বুৰঞ্জীত কলঙ্কৰ চেকা পৰিলেও ৰজাৰ মঙ্গলেই দেশৰ মঙ্গল ভাবি মোৰ কাম মই কৰি যাম ! —সৌৱা স্বৰ্গদেউ আহিছেই—

[ লৰা-ৰজাৰ প্ৰৱেশ ]

লৰা ৰজা : ডাঙৰীয়াই ভালেখিনি পৰ বহি আছেহি নে কি ?

বৰফুকন : পাইছোঁহি হে । স্বৰ্গদেৱে বন্দীক বোলে মাতি পঠাইছিলে ?

লৰা ৰজা : হয় ডাঙৰীয়া । মোৰ মন এতিয়াও অস্থিৰ ; কি কৰিব খুজিছে, একো বুজিব পৰা নাই— ।

বৰফুকন : স্বৰ্গদেউ অস্থিৰ হ'বৰ কাৰণ একো নাই ।

লৰা ৰজা : আপোনাৰ ওপৰত মোৰ যথেষ্ট বিশ্বাস আছে ! ভাবি চাব ডাঙৰীয়া, পূৰ্ব্বৰ ৰজাসকলৰ শোচনীয় অপমৃত্যু দেখি শুনিও, আপোনাৰ আশ্বাসতে এই সিংহাসনত বহিবলৈ সাহ কৰিছোঁ !

বৰফুকন : যি কেইজন ৰাজকোঁৱৰ লেখত ধৰা হৈছে, সিবিলাকৰ কাৰণে চোৰাংচোৱা আৰু গুপ্তঘাতকেই যথেষ্ট । — কিন্তু, গদা কোঁৱৰৰ কাৰণেহে অলপ ভাবিবলগীয়া হৈছে—

লৰা ৰজা : তুং খুঙীয়া গদা কোঁৱৰ !

বৰফুকন : হৈছে স্বৰ্গদেউ ।—

লৰা ৰজা : শুনিছোঁ তেওঁ দুৰ্জ্জয় প্ৰতাপী,—বাহুবলী !

বৰফুকন : অৱস্থা চাই ব্যৱস্থা কৰিব লাগিব স্বৰ্গদেউ—

লৰা ৰজা : কি কৰিব ?

বৰফুকন : যদি চোৰাংচোৱা আৰু গুপ্তঘাতকৰ দ্বাৰা কাম নিসিজে গদাকোঁৱৰক ৰাজদ্ৰোহী বিবেচনা কৰি ৰাজকীয় সেনা পঠাব লাগিব !

লৰা ৰজা : ই যে অন্যায় বিচাৰ ডাঙৰীয়া !

বৰফুকন : ক্ষমা কৰিব স্বৰ্গদেউ, অদূৰদৰ্শী ডাঙৰীয়া বিষয়াৰ কূট চক্ৰান্তত অসমত যি অন্যায়ৰ সোঁত বৈ আহিছে স্বায়ৰ ভেটাৰে তাক প্ৰতিৰোধ কৰিব নোৱাৰিব ; ইন্দ্ৰবংশী আহোমৰ সিংহাসন ৰক্ষাৰ কাৰণে, অসমত আহোম ৰাজ্য যুগমীয়া কৰিবৰ কাৰণে অনিচ্ছা সত্বেও এই কণ্টকীয়া অন্যায় অবিচাৰ সমৰ্থন কৰিবই লাগিব স্বৰ্গদেউ—

---

## দ্বিতীয় দৃশ্য

[ গদাপাণিৰ শোৱনি কোঠা, গদা আৰু জয়া ]

জয়া : আপুনি ইমান অবুজন !

গদা : প্ৰাণে বুজনি নেমানে জয়া ।

জয়া : প্ৰাণে বুজনি নেমানে বুলিয়েই আত্মহত্যা কৰিব !

গদা : আত্মহত্যা ! গদাই আত্মহত্যা নকৰে জয়া । আত্মৰক্ষা কৰিব !

জয়া : তেন্তে যাওক, কিছুদিনৰ কাৰণে আঁতৰি থাকি সুযোগ চাই আকৌ আহিব !

গদা : পলৰীয়া হৈ প্ৰাণ ধাৰণ কৰিবলৈ, সকৰে পৰা যদি অভ্যস্ত হলোহেঁতেন, তৰ্ক কৰি প্ৰতিবাদ কৰি তোমাৰ অনুৰোধ উপেক্ষা নকৰিলোহেঁতেন জয়া !

জয়া : মোৰ কাৰণে, পোনা ছুটিৰ কাৰণে, আপোনাক পলাবলৈ কোৱা নাই নাথ । পিতৃৰাজ্যৰ মঙ্গলৰ কাৰণে, স্বদেশ স্বজনৰ কল্যাণৰ কাৰণে দুদিন গোপনে থাকি, শক্তি সঞ্চয় কৰি পতনমুখী আহোমৰাজ্য পুনৰ উদ্ধাৰ কৰিবৰ কাৰণেহে ইমান অনুনয়-বিনয় কৰিছোঁ ।—

গদা : জয়া, আহোমৰাজ্যৰ ধ্বংসই যদি বিধাতাৰ অভিপ্ৰেত; শত সহস্ৰ গদাপাণিয়ে তাক ৰক্ষা কৰিব নোৱাৰে;— আৰু— গদাপাণিৰ নিধনেই যদি ভগৱানৰ ইচ্ছা, সৃষ্টিৰ মাজত এনে ঠাই নাই প্ৰিয়ে,—য'ত মোক লুকুৱাই ৰাখিব পাৰিবা !

জয়া : সেই বুলি নিচেষ্ট হৈ বহি থাকিব। স্বেচ্ছাচাৰী চুলিক্‌ফাৰ নিৰ্ম্মম অত্যাচাৰ নীৰৱে সহ্য কৰিব? পীড়িত প্ৰজাৰ করুণ বিননিয়েও আপোনাৰ অন্তৰ গলাব নোৱাৰিব ?

গদা : জয়া, জয়া উন্মাদ নকৰিবা ! সকলো জানো, সকলো বুজো; কিন্তু কি কৰিম ? নৰৰাক্ষসৰ হাতত, ক্ষুধাতুৰ বাঘৰ চোঙত তোমাক আৰু লাই লেচাইক এৰি কোন-সতে পলাই যাম ?

জয়া : আমাৰ কাৰণে চিন্তা নকৰিব প্ৰিয়তম। আপোনাৰ আশীৰ্ব্বাদে আমাক সদায় ৰক্ষা কৰি থাকিব। ভাবি চাওক ৰজাৰ লক্ষ্য আপুনি ! অবলা নাৰী আৰু শিশু সন্তানৰ ওপৰত তেওঁৰ একো শত্ৰুতা নাই।

গদা : সতী, তোমাৰ বাণী সত্য হওক !

জয়া : তেন্তে প্ৰিয়তম আৰু সময় নষ্ট নকৰিব, মই নগাৰ সাজ পাৰ গোটাই থৈছো; তাকে পিন্ধি ভেশচন কৰি নগা পৰ্ব্বতৰ ফাললৈকে ওলাই যাওক।

গদা : জয়া, তোমাৰ ইচ্ছা, ভগৱানৰ ইচ্ছা পূৰ্ণ হওক ! ভৈয়ামৰ দলনীত তোমালোকক পোনা-মেলি, পাহাৰে পাহাৰে, গহ্বৰে গহ্বৰে, দুৰ্গম নগাৰ চাঙে চাঙে আহোমৰ ভাগ্যৰেখা গণনা কৰোঁ !—চুলিক্‌ফা ! চুকাফাৰ পবিত্ৰ শোণিতধাৰা কলুষিত কৰিছ, গড়গাঁৱৰ ৰাজ কাৰেঙৰ ৰাজলক্ষ্মীক অপমানিত কৰিছ, নিৰ্দ্দোষী ৰাজ কোঁৱৰৰ

বুকুত তেজেৰে আহোম ৰাজত্ব বঞ্চিত কৰিছ, তাৰ পুৰস্কাৰ, সেই মহাপাপৰ দক্ষিণা, এদিন হাত পাতি লবই লাগিব।—জয়া, জয়া প্ৰিয়তমে, আনা সাজ-পাৰ,—পাৰ্ব্বত্য নগাৰ নগামাকো ভুংখুঙ্গীয়া গদা কোঁৱৰ বিজয় কৱচ হওক, তোমাৰ শুভ ইচ্ছাই কৰ্ম্ম ক্ষেত্ৰলৈ লৈ যাওক-।

*　　*　　*　　*

—অদূৰত বৰাগীৰ গীত—

ভাগিলে ভাগিলে প্ৰেমৰ থাপনা
　　নিঠুৰ নাশিলে মিলন পুৰ,
গুপুতে জাগিলে বুকুতে বেদনা,
　　সুখৰে অমিয়া পৰিলে ওৰ,
কপালতে পিন্ধি বিজয় কপালি
　　মানৱী জনম কৰা কপোৱালী,
গগণে পবনে সজোৱা দীপালি
　　বজোৱা ত্যাগৰ ভূপালি সুৰ!

———

## তৃতীয় দৃশ্য

[ৰাজ কাৰেঙৰ বাহিৰ চ'ৰা। ৰজা আৰু বৰফুকন]

লৰা ৰজা　: কেনেকৈ পলাল!

বৰফুকন　: বন্দীয়েও তাকেই ভাবিছোঁ। ইমান গুপুতভাৱে আওৰাই—তেও, যেতিয়া ফুট্‌ ধৰিলে স্বৰ্গদেও, ইয়াত কোনো বিষয়াৰ যোগ আছে বুলিয়েই সন্দেহ হয়—।

লৰা ৰজা : যদি কোনো বিষয়াৰ টিপনীত গদা কোঁৱৰ পলাই গৈছে, কোন সেই বিষয়া বিচাৰ কৰক ডাঙৰীয়া !

বৰফুকন : ক্ষমা কৰিব স্বৰ্গদেউ, মৌ বিচাৰি নেপাই হুৰ মূৰ কৰি ঐ বিচৰাৰ একো আৱশ্যক নাই ! আমাক লাগে গদাক ; গদাক পালেই সকলো উঁহ ওলাই পৰিব !

লৰা ৰজা : কিন্তু গদা যে পলাল, পাব কেনেকৈ ?

বৰফুকন : তাৰো ব্যৱস্থা কৰা হৈছে স্বৰ্গদেউ, গদাকোঁৱৰ ক'লৈ পলাই গৈছে জয়মতীয়ে নিশ্চয় জানে। বন্দীয়ে কটকী পঠিয়াই জয়াক এই বিষয়ে সোধাইছিলো, কিন্তু নকওঁ বুলি স্পষ্ট জবাব দিয়াত, স্বৰ্গদেউৰ অনুমতি সাপেক্ষত জয়মতীক ৰাজ চ'ৰালৈ আনিবলৈ দোলা পঠাইছোঁ। স্বৰ্গদেউৰ সম্মুখত জয়াই সম্ভেদ দিব বুলিয়েই বন্দীৰ বিশ্বাস।

লৰা ৰজা : কি কৰিছো, আৰু কি কৰিছে, একো বুজিব পৰা নাই ডাঙৰীয়া !

বৰফুকন : স্বৰ্গদেউৰ কল্যাণেই বন্দীৰ কামনা। বন্দীৰ সৰ্ব্বস্ব দিও যদি—সোঁৱা জয়মতী পালেহি স্বৰ্গদেউ—

* * * *

[ জয়াৰ প্ৰবেশ ]

জয়া : ৰাজ সিংহাসনলৈ ৰাজভক্তি জ্ঞাপন কৰিছোঁ।

বৰফুকন : জয়মতী, ৰাজনীতিৰ কঠোৰ বান্ধত বান্ধ খাই অনিচ্ছা সত্ত্বেও তোমাক আজি চ'ৰালৈ অনা হৈছে। প্ৰয়োজন গদাকোঁৱৰৰ সন্ধান ! আশাকৰো সিংহাসনৰ প্ৰতি ভক্তি আৰু সন্মান ৰাখি, সত্য কথা কৈ, ৰাজকুলৰ গৌৰৱ ৰক্ষা কৰিবা।

জয়া : ডাঙৰীয়া, ৰজাৰ আদেশত আহিছোঁ যদিও, স্বামী সম্বন্ধে একো কবলৈ আজ্ঞা নাই—আৰু নকওঁ।

বৰফুকন : ভাবি চাবা জয়মতী, সৌমাৰেশ্বৰক, ইন্দ্ৰবংশী স্বৰ্গদেউক অসমৰ ভাগ্যবিধাতাক তোমাৰ স্বামীৰ সন্ধেদ প্ৰয়োজন, তুমি জানা আৰু কবও লাগিব

জয়া : নেজানো-বুলি কোৱা নাই ডাঙৰীয়া জানো, কিন্তু নকওঁ।

লৰা ৰজা : ডাঙৰীয়া, এই গৰ্ব্বিতা নাৰীৰ যথোচিত শাস্তিৰ ব্যৱস্থা কৰক। চাওঁ, তাইৰ মুখৰপৰা গদাৰ বাতৰি ওলাই নে নোলাই !

বৰফুকন : জয়মতী, ৰাজ আজ্ঞা অৱহেলা কৰিছা, তথাপি নাৰীজাতিৰ ওপৰত যথেষ্ট সন্মান আছে বুলিয়েই পুনৰ সুধিছো, এই বাৰেই শেষবাৰ,—কোৱা, গদাপাণি ক'ত ?

জয়া : স্বামীৰ বাতৰি জয়াই নিদিয়ে !

লৰা ৰজা ডাঙৰীয়া, ডাঙৰীয়া, ধৈৰ্য্য ধৰি থাকিলে ৰাজ্য নচলে, ৰাজত্ব নচলে !

বৰফুকন : অহংকাৰী উদ্ধত নাৰী, তেন্তে তেন্তে তোৰ প্ৰাপ্য পুৰস্কাৰ পাবি। চাউডাং বৰুৱা, এই গৰ্ব্বিতাক জেৰেঙালৈ লৈ যোৱা। ৰাতিয়ে-দিনে, ৰং-ঢং গদাপাণিৰ বাতৰি নিদিয়ে মানে চোৰাত, চমতা চলাবা, নাইত কুমতি মেলিবা, উতলা পানী গাত ঢালি বখলা-বখলে চাল একৰাবা সৌকাৰ ছাতত পিঠি ফাল্ ফাল্ কৰিবা, চাওঁ, তাই পলৰীয়াৰ কথা কয়নে নকয়—মনত ৰাখিবা, গদাৰ বাতৰি, লাগে! লাগে !! লাগে !!!

---

## চতুৰ্থ দৃশ্য

[নগা পৰ্ব্বত। শিল এটাত বহি গদাপাণিয়ে কিবা ভাবি আছে; কাষতে বিজুলী।]

বিজুলী : ভৈয়ামৰ ডেকা, তই এইদৰে মন মাৰি থাকিলে, মোৰ হলে, বৰ বেয়া লাগে পাই।

গদা : বাৰু বিজুলী, মইনো কি কৰিলে তোৰ ভাল লাগিব ?

বিজুলী : হাঁহিবি, ধেমালি কৰিবি, হৰিণা মাৰিবি, সউ পৰ্ব্বতৰ টিলাত বহি বহি গীত গাবি, তেতিয়া হলে মোৰ বৰ ভাল লাগিব নহয় !

গদা : বিজুলী, হাঁহিবলৈ পাহৰিলোঁ, ধেমালি কৰিলে মুগুৰাই, আৰু গীত ? —পাগলী !—বাৰু, তয়েই এটা গাচোন শুনো !—

বিজুলী : উ—তাক গাবলৈ কলো,—সি বোলে আকৌ তয়ে গা—

[বিজুলীৰ গীত]

হালিছে জালিছে ফুলে
পৰ্ব্বতীয়া
হালিছে জালিছে ফুল।
ফুলে বনৰীয়া
ৰঙে ৰঙচুৰা,
গোন্ধতে আমোলে মোল।
(আমি) পৰ্ব্বতৰ জীয়াৰী
পিন্ধো ফুলৰ ঠাৰি
হাৰিবে ফুলকে লৈ,
মনৰ হৰিষতে

নাচি-বাগি ফুৰো
ফুলকে এথুপি লৈ ।
পৰ্ব্বতীয়া
ফুলকে এথুপি লৈ—

[জনাৰ্দ্দন ঠাকুৰ]

বিজুলী : শুনিলি ?

গদা : শুনিলোঁ ।

বিজুলী : কি শুনিলি ?

গদা : তোৰ বলীয়ামী ।

বিজুলী : আজিৰপৰা তই হলে কৈ থাকিলও মই আৰু একো নাগাওঁ

গদা : আজলী নাগিনী, খেমালিও নুবুজ । তোৰ গীতত কি শুনিলো শুনিবি বিজুলী ?

বিজুলী : কি ?

গদা : শুনিলোঁ, ফাগুনত ফুল-কুঁৱৰীয়ে পহুমৰ পাহিৰে ঢাকি থোৱা কোমল মিঠা মাতটি আৰু সুকোমল কৰি, কাৰোবাক যেন, নাই নকওঁ ।

— — — —

## পঞ্চম দৃশ্য

[জেৰেঙা পথাৰ । ছুটা চাউডাং আৰু জয়মতী]

জয়া : দেহাই যদিও আজি যাতনা সহিছে
পৰাণে লভিছে মোৰ শান্তি সুবিমল,
স্বামী, প্ৰভু প্ৰাণেশ্বৰ হৃদয় দেৱতা
দাসীৰ অনন্ত তীৰ্থ তুমিয়ে কেৱল ।
হে কৰুণাময় হে ভগৱান,

পৰাণ ইয়াতে যদি হয় অৱসান
নেপাহৰে প্ৰভু যেন, স্বোৱামীৰ ধ্যান ।

*　　*　　*　　*

১ম চাউডাং : এই বুইছ, "তিৰি, মিৰি, ভাটৌ, কোৱা এই চাৰি জাতিৰ আসৈ নোপোৱা ।" আজি তিনি চাৰি দিনে তাইক কিমাননো কি নকৰিলো, তাই জানো কেৰেপ কৰিলে !

২য় চাউডাং : হেৰ যাৰ কপালত যি লেখা আছে তাক কোনে মচিব, তাই এইদৰে আও মৰণেৰে মৰিব লগা আছে মৰিব ! চাচোন, কথা এবাৰ, অমুকত বা তমুকত । তাকে নকৈ এইদৰে তেজ বতিয়াই বতিয়াই মৰিব খোজা মানুহ কেইজনী দেখিছ ?

১ম চাউডাং : অ' সৌৱা আমাৰ বৰুৱা পালেহিয়েই –

[চাউডাং বৰুৱাৰ প্ৰৱেশ]

চাউডাং বৰুৱা : হেই, তইঁতৰ আঁঠুৰ ঝিলাকিটা সোলোকাই থবৰ মন গৈছে নেকি ? কালি কি কৈ গৈছিলোঁ !

২য় চাউডাং : জানো, ক'তা, মনত—

চাউডাং বৰুৱা : নকৈছিলো, তাইক কোট্‌কোৱা গছজোপাত বম বাঁহত, কেটেলা বন্ধাদি আঁতি আঁতি বান্ধিবলৈ ? যাতে কোট-কোৱাৰ কাঁইটে তাইক হাতে ভৰিয়ে, পিঠিয়ে কেঁচা কঁঠালত মৰা শালৰ দৰে শালি ধৰে । —বান্ধ, বান্ধ এতিয়াই – ।

১ম চাউডাং : ই-স তেজেৰে গোটেইখন ৰাঙলী হ'ল !

জয়া : উস, ভগৱান –

চাউডাং বৰুৱা : ভগৱানে নতবাই । এবাৰ কথা কৈ দিলেই খতম্ । তই আকৌ এইদৰে উস্ উসাই থাকিলে আমি জানো এৰি দিয়া ভকত হোঁ ?

২য় চাউডাং : বন্ধা হ'ল, এতিয়া কি কৰিব লাগে কওক ।
চাউডাং বৰুৱা : পানী ফুটিছেনে চা ।
১ম চাউডাং : ওঁ, অথনিৰেপৰা উতলি বক্‌বকাব লাগিছে—
চাউডাং বৰুৱা : আন্— বাৰু, ৰ।— [জয়াক] হেই কেলেই এইদৰে মৰিছ ?—কৈ দে, ক'ত আছে।—ক'—হেৰ,' তোক— পালে কিহে ? অ,' তই সহনশীলা বসুমতী ওলাইছ ? —মই যদি হে চাউডাং বৰুৱা হওঁ, তোৰ নিচিনা বসুমতীক ফাট্ মেলাম, ছিটাছিট্ কৰিম ! — হেই, আন, আন চমতা আন। মাৰ ছিঙ্গি দে, কি চাই থাকিবি !
চাউডাং বৰুৱা : কবিনে—মাৰ [চমতাৰ শব্দ] নকয় ? মাৰ—[শব্দ]
২য় চাউডাং : নাই, এই একো কে নকয়,—খালি উস্ উসাই থাকে ।
চাউডাং বৰুৱা : নকয় ?— বাৰু গম পাব ৰ — !— দে দে, ঢালি উতলা—পানী—!—চাওঁ, এইবাৰ কয়নে নকয় ?—

[পানী ঢলাৰ শব্দ]

জয়া : স্বামী—গুৰু—

————

## ষষ্ঠ দৃশ্য

[ নগা পৰ্ব্বতৰ এটা জুৰিৰ কাষত—গদাপাণি আৰু বিজুলী ]

গদা : বিজুলী সৌটো কোন ?
বিজুলী : সেইটো আমাৰে নকা মানুহ ! [নগাক] নাং চানে ৰাৰ্ৰা ?
নগা : [ অদূৰৰপৰা ] নি স্মানে ৰৰ্ৰা ।
বিজুলী : সি তহঁতৰ ভৈয়ামলৈ গৈছিলে ঘূৰি আহিছে।
গদা : ঐ মিতা, চাওঁ, এই ফালে আহছোন ।

নগা : [আঁতৰৰ পৰা] কাকে মাতিছে ।

গদা : তোকে মাতিছো আহ । [নগাৰ প্ৰৱেশ]

গদা : ক'লৈ যাবি ?

নগা : চাঙ্গলৈ যাব, আৰু ক'লৈ যাব ?

গদা : আহিলি ক'ৰপৰা ?

নগা : ভৈয়ামৰপৰা আহিলোঁ। তহঁতৰ ভৈয়ামৰ ৰজাটো বৰ বেয়া পাই ।

গদা : হেৰ, আমাৰ ভৈয়ামৰ ৰজাই তহঁতৰ কি "পানী খোৱা পুখুৰীত বিহ" দিলে ?

নগা : মোৰ পুখুৰীত আৰু' কি বিহ দিব ! —তহঁতৰ মানুহৰ কথা দেখি বৰ দুখ লাগি আছে ।

বিজুলী : ভৈয়ামতনো কি দেখিলি ?

নগা : ই—ইহঁতৰ ৰজাৰ হুকুমত তিৰুতা মানুহ এজনীক গছত বান্ধি বৰ দুখ দিছে ।

গদা : ক'ৰ তিৰোতা মানুহ ?

নগা : ৰংপুৰৰ—অ'—

গদা : কেলেই দুখ দিছে ?

নগা : ৰজাই হেনো তাইৰ গিৰীয়েক, গদা, — গদাক বিচাৰিছে, গিৰীয়েক পলাল ; তাই জানে,—নকয় । তাতে ৰজাৰ খং উঠি দিনে-নিশাই বৰ শাস্তি দিছে ।

গদা : বিজুলী—নহয় ।—বাৰু তই, যা মিতা ।

[নগাৰ প্ৰস্থান]

বিজুলী : তই দেখোন বৰ অধীৰ হৈ পৰিছ অ' তোৰ কি হ'ল ?

গদা : মোৰ ? — মোৰ ?—একো হোৱা নাই । কিন্তু বিজুলী মই যাওঁ,—ভৈয়ামলৈ যাওঁ—' ভৈয়ামত মোৰ—নাই —একো নাই— । তই থাক বিজুলী মই সোনকালে ঘূৰি আহিম ?

বিজুলী : ভৈয়াম পালে তই আৰু আমালৈ পাহৰিবি ।

গদা : তইঁতলৈ পাহৰিম ? বিপদৰ চাকনৈয়াৰ উটি-বুৰি ফুৰা ত্ৰুভগীয়া ভৈয়ামৰ ডেকাক, সৰলা প্ৰকৃতিৰ মৰমী চাঙ্গলৈ তুলি আনিছ, চেনেহৰ চেচনি ঢালি অপোন কৰিছ, ভৈয়ামৰ কপটতাত দেই পুৰি যোৱা মোৰ এই নিৰস বুকুত পৰ্ব্বতীয়া ফুলৰ মাধুৰি' সানিছ, তইঁতক পাহৰিম ? - বিজুলী তই থাক,—মোৰ বেলি হৈছে মই যাওঁ— ।

বিজুলী : তই মোক এৰি যাবলৈ ইমান তৎ নোহোৱা হৈছে ? —যা, মই জানো তোক ধৰি ৰাখিব পাৰিম ?—

গদা : বিজুলী, বিজুলী — কৃতঘ্নতাৰ বা-মাৰলীয়ে ভৈয়ামৰ এমুৰৰপৰা সিমূৰলৈ সকলোকে অকৃতজ্ঞ কৰি তুলিব পাৰে, কিন্তু মনত ৰাখি থ, এই ভৈয়ামৰ ডেকা, অকৃতজ্ঞ নহয় । — মই আহিলো বিজুলী, কি কৰিম ? কঠোৰ কৰ্ত্তব্য,—উদভ্ৰান্ত প্ৰাণ—[প্ৰস্থান]

বিজুলী : সঁচাকৈয়ে গুচি গলি ? ইমান বুজালো নেথাকিলি, কেলেই থাকিবি ? যাগৈ, মই তোক একো নকওঁ ।

গীত

অ' সমনীয়া, কোন সতে এৰি যা মোক,
পৰ্ব্বতে পৰ্ব্বতে,
ফুৰো তোৰে সতে,
লগালি মৰমৰ মাত,
গলি গৈ এতিয়া,
বুকুৰ সমনীয়া,
নিদিলি চেনেহৰ চাত ।

[জনাৰ্দ্দন ঠাকুৰ]

———

## সপ্তম দৃশ্য

[ লৰা ৰজাৰ বাহিৰ চ'ৰা। লৰা ৰজা আৰু বৰফুকন ]

লৰা ৰজা : বৰফুকন ডাঙৰীয়া, মাতৃজাতি অবলা ৰমণীৰ ওপৰত অমানুষিক অত্যাচাৰ চলিছে, স্বীকাৰ কৰিছোঁ,—শাস্তি-দাতা, প্ৰজা পালক, মই ৰজা নিজে। কিন্তু ক'তা? তাৰ সুফল যে এতিয়াও নফলিল!

বৰফুকন : সুফল ফলিবৰ সময় আছে স্বৰ্গদেউ।

লৰা ৰজা : সেই সময় আৰু কেতিয়া আহিব ডাঙৰীয়া! ৰাতিয়ে দিনে সপোনে দিঠকে—চিন্তা, চিন্তা, কেৱল গদাপাণিৰ চিন্তা! ইফালে জেৰেঙ্গাৰ দৃশ্য দেখি, প্ৰজাৰ মুখে মুখে চুলিকফাৰ কলঙ্ক কাহিনী! ৰাজ মুকুটৰ যদি এয়েই মূল্য ডাঙৰীয়া· সেই—মুকুট দিখৌৰ সোঁতত উটাই দিয়ক!

বৰফুকন : স্বৰ্গদেউ, বন্দীৰ প্ৰাৰ্থনা—অধীৰ নহব। ৰজাঘৰৰ চাউল খায়েই বন্দীয়ে চুলি পকালোঁ। ৰাজ বিষয়া স্বৰূপে এই বৰফুকনৰ অভিজ্ঞতাত, স্বৰ্গদেউৰ যদি কণ মাত্ৰও বিশ্বাস আছে, তেন্তে স্বৰ্গদেউ, নিচিন্ত হওক!—কলঙ্ক ৰটনা কৰা প্ৰজাৰ মুখ জপাম, পলৰীয়া গদাপাণিকো বিচাৰি উলিয়াম।

লৰা ৰজা : বৃদ্ধ বৰফুকনৰ অভিজ্ঞতাত চুলিকফাৰ লেশ মাত্ৰও সন্দেহ নাই। কিন্তু ডাঙৰীয়া, যি গদাৰ চিন্তাই মোক অস্থিৰ কৰি তুলিছে, সেই গদাক হাতৰ মুঠিত নেপাওঁ মানে মই কেনেকৈ সুস্থিৰ হম?

[ চাউডাং বৰুৱাৰ প্ৰৱেশ ]

কি সম্বাদ চাউডাং বৰুৱা?

চাউডাং বৰুৱা : স্বৰ্গদেউৰ শ্ৰীচৰণত বন্দীয়ে দণ্ডবৎ জনাইছোঁ। স্বৰ্গদেউ ঈশ্বৰ, জয়মতীক আজি এঘাৰ দিনে নগুৰ শাস্তি দিও তাইৰ মুখৰপৰা গদাকোঁৱৰৰ এটি কথাকে উলিয়াব নোৱাৰি, শ্ৰীচণৰত নিবেদন কৰিবলৈ আহিলো।

লৰা ৰজা : অৰ্থাৎ শ্ৰীচৰণত নিবেদন কৰিবলৈ আহিছা ৰাজ দণ্ডৰ নিষ্ফলতা, নিবেদন কৰিবলৈ আহিছা ৰজাৰ দুৰ্ব্বলতা!

বৰফুকন : চাউডাং বৰুৱা! তহঁতৰ অপদাৰ্থতাৰ কাহিনী শুনাবলৈ মই আদেশ দিয়া নাছিলোঁ, মই আদেশ দিছিলোঁ, — ৰাজ চ'ৰাত গদাৰ বাতৰি নিবেদন কৰিবলৈ!

চাউডাং বৰুৱা : ডাঙৰীয়া দেউতা, চমতাৰ ছাটে ছাটে গাৰ মঙ্গহ খহি পৰিছে, বক্‌বক্‌কৈ উতলা পানীয়ে চাল বখলিয়াই পেলাইছে, অঙ্গঠাৰ নিচিনা ৰঙা লোৰ তপত শলখা জয়মতীৰ গাত চেঁচা পৰি এঙ্গাৰৰ দৰে ক'লা হৈ পৰিছে, তথাপিও এষাৰ কথা উলিয়াব নোৱাৰিলোঁ। — ডাঙৰীয়া দেউতা, আৰু দুই তিনি দিনতকৈ জয়মতী জীয়াই থকাৰো আশা নাই।

লৰা ৰজা : ডাঙৰীয়া!—

বৰফুকন : স্বৰ্গদেউ!—

লৰা ৰজা : চুলিকফাৰ ব্ৰহ্ম তালুত কালসৰ্পই দংশন কৰিছে, ধৰণী ধৰিবৰ উপায় নাই!—তথাপিও এবাৰ শেষ চেষ্টা কৰি চাওক, তন্ন তন্ন কৈ বিচাৰক এই বিষ নমাব পৰা ধন্বন্তৰি বেজ আহোম ৰাজ্যত আছেনে নাই।— [প্ৰস্থান]

বৰফুকন : চাউডাং বৰুৱা, তহঁতৰ অক্ষমতা ক্ষমাৰ অযোগ্য। তথাপি ক্ষমা কৰিলোঁ। কিন্তু দ্বিতীয়বাৰ আৰু আবেদন, নিবেদন নুশুনিম! মৃত্যুৰ আগ মুহূৰ্ত্তত হলেও, শেষ নিশ্বাসৰ শেষ মুহূৰ্ত্তত হলেও, জয়াৰ মুখৰপৰা গদাৰ বাতৰি উলিয়াব নোৱাৰিলে, তহঁতৰ শাস্তি প্ৰাণদণ্ড!

## অষ্টম দৃশ্য

[ নগাপাহাৰৰ নামনিত— ]

গদাপাণি

গদা : আৰু কিমান দূৰ ? কিমান গ'লে মোৰ প্ৰাণৰ—পুতলাক দেখিবলৈ পাম ?—শৰীৰ অৱশ, ক্লান্ত প্ৰিয়া-পিয়াহত প্ৰাণ কণ্ঠাগত ! জেৰেঙ্গা ! জেৰেঙ্গা ভৈয়ামৰ পিশাচী জেৰেঙ্গা ! আৰু আঁতৰি নেযাবি, কাবৌ কৰিছোঁ, কাকূতি কৰিছো, কাষ চাপি আহ্ ! এবাৰ—এবাৰ— প্ৰিয়াক চাই লওঁ, উস্—

[ দূৰত বৰাগীৰ গীত ]

ভৈয়ামলৈ নেযাবি তই
নেযাবি তই ভৈয়ামলৈ,
দুখে বিৰহে, ভৈয়ামে দহে,
বেদনা আহে বিননি লৈ ।

গদা : ভৈয়ামলৈ নেযাম ? পৰ্ব্বতৰ শিখৰত প্ৰিয়া-পীড়নৰ প্ৰতিধ্বনি উঠিছে, নিজৰাৰ সোঁতে-সোঁতে-প্ৰিয়তমা জয়াৰ করুণ বিননি উঠিছে, বনৰ হৰিণীয়েও মোৰ দেৱী প্ৰতিমাৰ দুখত চকুলো টুকিছে, ভৈয়ামলৈ নেযাম !—

[ বৰাগীৰ গীত ]

ভৈয়ামতে তোৰ ভাগিব হিয়া
কান্দিবি তই, বুলি প্ৰিয়া প্ৰিয়া,
শোকৰে জুয়ে দহিব পৰাণ,
সৰিব চকুলো দুধাৰে বৈ !

গদা : উন্মাদ বৰাগী, শোকৰ প্ৰচণ্ড দাবানলে অশ্ৰুৰ প্ৰলয়-বানে গদাপাণিৰ পথ ৰোধ কৰিব নোৱাৰে ! মই

আহিলোঁ, আহিলোঁ মোৰ বুকুৰ মণি সাধনাৰ মাণিক
জয়াৰ কাষলৈ আহিলোঁ। [ প্ৰস্থান ]

বৰাগী ( গীতাংশ ) নেযাবি—নেযাবি—

---

## নবম দৃশ্য

[ জেৰেঙ্গা পথাৰ, জয়মতী আৰু চাউডাং বৰুৱা ]

চাউডাং বৰুৱা : [ নিজে নিজে ] আৰু নোৱাৰোঁ !—নোৱাৰোঁ ! শিলৰ বুকু পমি গৈছে, সতীৰ দুৰ্দ্দশা দেখি কঠুৱা প্ৰাণ কান্দিব খুজিছে, আৰু নোৱাৰোঁ !—স্বৰ্গদেউ ঈশ্বৰ, বুঢ়াগোহাঁই ডাঙৰীয়া আপোনাসকলৰ মহিমা আপোনাসকলেই বুজক !—নৰঘাতক পাষণ্ড চাউডাং বৰুৱাক সেই মহিমাৰ আভাস—লেশমাত্ৰও নেলাগে !—যাওঁ।— দশমীৰ জোনো পৰো পৰো ! পালিপহৰিয়া টোপনিত লালকাল চাৰিও ফালে নিমাত, নিস্তব্ধ ! কাৰো সাৰ সুৰ নাই ! জীয়াতু যাতনাত সতীৰ অৱশ শৰীৰ অচেতন ; লোৱা আই, ক্ষন্তেক বিশ্ৰাম লোৱা।—পুহৰি পুহৰি নৌ হওঁতেই আকৌ পৈশাচিক অত্যাচাৰ চলিব, সেই দৃশ্য আৰু সহ্য কৰিব নোৱাৰিম !—যাওঁ—বৰফুকন, তুমি শূলত দিবা ?—দিয়া। তোমাৰ নচচা শূলত বহি, চাউডাং বৰুৱাৰ এই পাপ জীৱনৰ প্ৰায়শ্চিত্ত কৰিম।

[ প্ৰস্থান ]

* * * *

জয়া : ভগৱান আৰু কিমান দিন ? কিমান দিনৰ মূৰত পূজা মোৰ শেষ হব ? পতি প্ৰাণৰ দেৱতা মোৰ, মই

ভাগ্যৱতী। অন্তিম কালৰ আগতে—যদি আৰু এবাৰ তোমাৰ পদধূলিৰে—

[ গদাৰ প্ৰবেশ ]

গদা : জয়া, জয়া, জীৱন সঙ্গিনী মোৰ, অহ!—তোমাৰ এই দশা!

জয়া : কোন?—কোন?—ই কি! দেৱতা মোৰ, ঈশ্বৰ মোৰ!—কিয় আহিলে?

গদা : কি কৰিলি,—কি কৰিলি,—অভাগিনী!—এই নৰাধমৰ কাৰণে এই পাপাত্মাৰ কাৰণে, কিয় কিয়, নৰক যাতনা বৰণ কৰিলি!

জয়া : প্ৰভু, ক'লৈ আহিলে?—যাওক, আঁতৰি যাওক ধৰা দি দাসীৰ ব্ৰত নেভাঙিব! আপোনাতকৈ, লাই লেচাই-তকৈ, মোৰ চেনেহী জন্মভূমিতকৈ সেৱকীনীৰ জীৱন মূল্যবান নহয়!—পদধূলি দিয়ক, আশীৰ্ব্বাদ কৰক,—সি পুৰীত যেন--

গদা : সিপুৰী, ইপুৰী নাই,—ধৰ্ম্ম নাই,—পুণ্য নাই,—দেৱ-দেৱী নাই—ঈশ্বৰ নাই,—একো নাই! ধৰ্ম্ম থকা-হেঁতেন,—ঈশ্বৰ থকাহেঁতেন,—আজি আজি, মোৰ নিৰপৰাধিনী অৱলা প্ৰিয়াৰ—

জয়া : স্বামী আপুনিয়েই মোৰ ধৰ্ম্ম, মোৰ পুণ্য, মোৰ ইহকাল, পৰকাল—

গদা : ইয়াৰ কাৰণেই,—ইয়াৰ কাৰণেই—নগাৰ— সাজেৰে সজাই—নাগিনীৰ আঁচলৰ আঁৰত লুকাই থাকিবলৈ, এই কাপুৰুষক পলুৱাই পঠাইছিলি! আজি,—আজি,—কি অপৰাধ কৰিলোঁ মই, মোক যে অকলশৰীয়া কৰি,—বুকু ভাঙি—ভাঙি,—কান্দিবলৈ এৰি যাব খুজিছ!!—তোৰ অকণো দয়া হোৱা নাই?—

জয়া : প্ৰভু, প্ৰাণেশ্বৰ—

গদা : জয়া—হৃদয়েশ্বৰী—
নাই,—আৰু বিননিৰ সময় নাই !—শুনা জয়া, তোমাৰ পদ ৰেণুৰে পবিত্ৰ ! আজি জেৰেঙ্গাৰ বুকুত থিয় হৈ, তোমাৰ পুণ্যাত্মা স্পৰ্শ কৰি প্ৰতিজ্ঞা কৰিলোঁ, যদি গোবৰ ৰজাৰ ঔৰসত, তুঙ্গখুঙ্গীয়া ফৈদত মই জন্মগ্ৰহণ কৰিছোঁ, এই নিৰ্য্যাতনৰ, এই পৈশাচিক অত্যাচাৰৰ প্ৰতিশোধ লম ।

———

## দশম দৃশ্য

ৰাজ কাৰেঙৰ সম্মুখৰ উদ্যান ।

সময়—সন্ধ্যা ।

[ লৰা ৰজা আৰু বৰফুকন ]

লৰা ৰজা : জয়মতীয়ে গদাৰ বাতৰি দিলেনে ডাঙৰীয়া ?

বৰফুকন : এতিয়াও নাই দিয়া স্বৰ্গদেউ,—কিন্তু—আশা আছে—
[ অদূৰত বৰাগী ]—নাই, আশা নাই, বতৰা নাই—
জয়া নাই !—

লৰা ৰজা : জয়া নাই !!—

বৰফুকন : নাই !!!

বৰাগী : না—ই—

## গীত

সতীৰ সমাধি ভূমি তেজেৰে ৰাঙলী ঐ,
তেজেৰে ৰাঙলী আজি,—তৰলা তটিনী,—
জেৰেঙ্গাৰ বিৰিঙ্গাণি—চকুৰ পানীৰে ধোৱা,
চকুৰ পানীৰে ধোৱা কহুঁৱা বননি।
পতিব্ৰতা,—অনুগতা, আজলী অবলা প্ৰাণ,
আজি নাই—আজি নাই,—সি যে আজি অৱসান,
জয়াৰ বিজয়া দেহা—জেৰেঙ্গাতে জহি গ'ল,
জয়া নাই—জয়া নাই—আছো মাথো বিননি !

—শেষ—

# কমলা কুঁৱৰী

—চৰিত্ৰাৱলী—

বিষ্ণুপ্ৰিয়, মন্ত্ৰী, শম্ভু, বৰাগী, বৈতালিক,
নিৰদা, কমলা।

————

## ১ম দৃশ্য

### বিষ্ণুপুৰৰ ৰাজ প্ৰাসাদ।

—বৈতালিকৰ গীত—

[ গীত শেষ নৌহওঁতেই, বিষ্ণুপ্ৰিয়ৰ প্ৰৱেশ ]

বিষ্ণু : বৈতালিক, গীত বন্ধ কৰা ! মোৰ মিথ্যা গুণগান কৰি মোক আৰু অপমান নকৰিবা।

বৈতালিক : মহাৰাজ,—

বিষ্ণু : কোন মহাৰাজ ? ক'ত মহাৰাজ ?— ৰাজ্যত হাঁহাকাৰ ! শুষ্ক কণ্ঠেৰে আতুৰ প্ৰজাই আৰ্ত্তনাদ কৰিছে—পানী, পানী, এটোপা পানী ! তৃষ্ণাৰ জলন্ত অগ্নিত ছট্ ফট্ কৰি লক্ষ লক্ষ প্ৰজাই সতৃষ্ণ নয়নে মোৰ ফালে চাই কৈছে, পানী— ! পানী ! ৰজা মই, প্ৰজা পালক মই, অথচ তাৰ একো প্ৰতিকাৰ কৰিব পৰা নাই ! এটোপা পানী আনি মৃত্যুমুখীৰ মুখত দিবহি পৰা নাই ! —আকৌ মহাৰাজ ? যোৱা বৈতালিক, ইয়াত কোনো মহাৰাজ নাই !

[ বৈতালিকৰ প্ৰস্থান ]

[ অদূৰত, ৰাজপথত প্ৰজাৰ আৰ্ত্তনাদ—
উস্ প্ৰাণ যায়, প্ৰাণ যায়, পানী পানী ]

বিষ্ণু : সেয়া, সেয়া ৰাজ পথত প্ৰজাৰ আৰ্ত্তনাদ ! কি কৰোঁ ! কি কৰোঁ !—হে বসন্তপুৰৰ প্ৰজাবৃন্দ, বিষ্ণুপ্ৰিয়ৰ তেজেৰে যদি তোমালোকৰ তৃষ্ণা নিবাৰণ হয়, কোৱা, কোৱা বন্ধুসকল, মোৰ এই হৃদয়ৰ শোণিত অৰ্ঘ্য তোমালোকৰ পূজাত নিবেদন কৰোঁ।

———

## ২য় দৃশ্য

**ৰসন্তপুৰ ।**

[ নিৰদা আৰু শম্ভু ]

শম্ভু : আই অ' নিৰদা, জুই জ্বলিছে, বুকু পুৰি ছাই হৈ গৈছে—বাক্‌ৰোধ হৈ আহিছে ! এতিয়াও এটোপা পানী আনি মোক দিব নোৱাৰিলি ।

নিৰদা : পিতা, পিতা, পানী নাই, পানী নাই, ঘৰে ঘৰে বিচাৰিলোঁ, পুখুৰীয়ে পুখুৰীয়ে উধাতু খাই ঘূৰি ফুৰিলোঁ—ক'তো অকণো পানী বিচাৰি নেপালোঁ ! পিতা, পিতা, কি কৰিম ?—পানী নাই !—

শম্ভু : তেনে, তেনে নিৰদা, মোক আৰু ৰাখিব নোৱাৰ, মই যাওঁ—

নিৰদা : পিতা, পিতা আই গ'ল । পিয়াহত ছট্‌ফট্ কৰি আয়ে মোক এৰি থৈ গুচি গ'ল । আইৰ চিতাৰ জুই এতিয়াও চেঁচা পৰা নাই !—আৰু এতিয়া তুমিও, তুমিও পিতা, এটোপা পানীৰ অভাৱত—অভাগিনীক এৰি থৈ যাবলৈ ওলালা উস্ ( কান্দে ) ।

শম্ভু : নেকান্দিবি নিৰদা, মোৰ এই শেষ সময়ত তই কান্দি কিয় কষ্ট দিছ আই । নিৰদা, সকলো নিয়তিৰ ইচ্ছা !

নিৰদা : উস্ এতিয়াও এটোপা যদি পানী পালোহেঁতেন ! কোন ক'ত আছা, এটোপা পানী দি মোৰ পিতাৰ প্ৰাণ ৰক্ষা কৰা, প্ৰাণ ৰক্ষা কৰা । [ বিষ্ণুপ্ৰিয়ৰ প্ৰবেশ ]

বিষ্ণু : কি হ'ল ? কি হ'ল আই ?

নিৰদা : কোন আপুনি ? আপুনি যেয়েই হওক, এটোপা পানী দি পিতাৰ প্ৰাণ ৰক্ষা কৰক ।

বিষ্ণু : পানী অভাগী ? পানী নাই ! পানী নাই ।

—দূৰত বৰাগীৰ গীত—

পানী নাই—পানী নাই ।
বসন্তপুৰীতে নৈ, জান, জুৰিতে
পানী নাই—পানী নাই ॥
পানী পানী বুলি সজল চকুৰে
দুচকু মুদিছে কত অকালতে,
জীযাতু যাতনা—সহিছে কতনা,
পৰাণ বিদৰি যায,
পানী নাই, পানী নাই ॥

— —

## ৩য় দৃশ্য

বসন্তপুৰৰ মন্ত্ৰণাকক্ষ ।

[ মন্ত্ৰীসকল ]

মন্ত্ৰী : আচৰিত কথা, এৰাতিৰ ভিতৰতে পানীৰে চপ্‌চপীয়া হৈ থকা পুখুৰী শুকাল, ঢৌৱে তলমলাই থকা নৈ শুকাল, অবিৰাম গতিৰে বৈ থকা পৰ্ব্বত পাহাৰৰ ঝৰণা-নিজৰা সকলো শুকাল । অতি আচৰিত । ৰাজ্যৰ চাৰিওফালে মানুহ পঠালো, সকলোৰে মুখত সেই একেটা কথা, পানী নাই !—উপায় কি ? কৰো কি ? মন্ত্ৰী, মই আজি অতদিনে শান্তিৰে, নিৰ্ব্বিবাদে ৰাজ্য চলাই আহিছোঁ, আজি বসন্ত-পুৰত পানী শুকুৱাৰ লগে লগে, মোৰ মস্তিষ্কও শুকাল ।

[ বিষ্ণুপ্ৰিয়ৰ প্ৰবেশ ]

বিষ্ণু : মন্ত্ৰীবৰ,

মন্ত্ৰী : মহাৰাজ—

বিষ্ণু : স্বপ্ন যদি সত্য হয়, প্ৰজাৰ প্ৰাণ ৰক্ষা হব, বসন্তপুৰ পানীৰে উপচি পৰিব, কিন্তু তাৰ বিনিময়ত বসন্তপুৰৰ শ্ৰেষ্ঠ ৰত্ন দান দিব লাগিব ।

মন্ত্ৰী : ক্ষমা কৰিব মহাৰাজ, বন্দীয়ে একো বুজিব পৰা নাই ।

বিষ্ণু : জলাভাৱত বিপদগ্ৰস্ত বসন্তপুৰৰ মুক্তিৰ উপায় স্থিৰ কৰিবলৈ নিৰলে আজি মধ্যাহ্নত শয্যাৰ আশ্ৰয় লৈছিলোঁ । —হঠাৎ নিদ্ৰামগ্ন হলোঁ, স্বপ্ন দেখিলোঁ । জলকোঁৱৰে মোৰ আগত আহি কৈ গ'ল,—"এটা পুষ্কৰিণী খানি তাৰ জলহীন তলিত—বসন্তপুৰৰ ৰাণী কমলা কুঁৱৰীয়ে যদি পদস্পৰ্শ কৰে, পানী পাবি কিন্তু লগে লগে কমলাক হেৰুৱাবি ।—

মন্ত্ৰী : অসম্ভৱ মহাৰাজ ! বসন্তপুৰ মৰুভূমি হওক, ৰাজ্য যাওক, প্ৰজা যাওক তথাপিও—কুঁৱৰীক হেৰুৱাব নোৱাৰি ।

[ কমলাৰ প্ৰবেশ ]

কমলা : কিয় মন্ত্ৰী ডাঙৰীয়া ? বসন্তপুৰ মৰুভূমি হওক, ৰাজ্য যাওক, প্ৰজা যাওক, তথাপিও কিয় কুঁৱৰীক হেৰুৱাব নোৱাৰি ?

মন্ত্ৰী : আই, আপোনাৰ মূল্য আমি বুজোঁ, বসন্তপুৰে বুজে, বোধকৰো আপুনি নুবুজে ।

কমলা : স্নেহৰ বশ হৈ কৰ্ত্তব্য পাহৰি নেযাব মন্ত্ৰী ডাঙৰীয়া ! কৰ্ম্মফলত সমাজৰ মাজত মানুহ ধনী, দৰিদ্ৰ হব পাৰে, ৰজা প্ৰজা হব পাৰে ; কিন্তু প্ৰাণৰ কাষত প্ৰাণৰ একো পাৰ্থক্য নাই । তেনে এটা প্ৰাণ দান দিলেই যদি বসন্তপুৰৰ লক্ষ লক্ষ প্ৰাণ ৰক্ষা পৰে কিয় তাক দান নিদিব ?

বিষ্ণু : কমলা

কমলা : নাথ—

বিষ্ণু : তোমাৰ প্ৰাণৰ লগত বিষ্ণুপ্ৰিয়ৰ প্ৰাণ যে জড়িত প্ৰিয়ে ।

কমলা : প্ৰজা ৰক্ষাৰ কাৰণে, দেশ ৰক্ষাৰ কাৰণে, জন্মভূমি ৰক্ষাৰ কাৰণে কমলাক ত্যাগ কৰক প্ৰভু ! প্ৰজাপালন ; ৰাজধৰ্ম্ম আৰু পৰোপকাৰ প্ৰত্যেক মানুহৰেই ধৰ্ম্ম । আহক প্ৰিয়তম্ দুয়ো দুয়োৰে ধৰ্ম্ম পালন কৰোঁ ।

— — — —

## ৪ৰ্থ দৃশ্য

বিষ্ণুপ্ৰিয়ৰ শয়ন কক্ষ

[ কমলা শুই থাকে । কাষত উজাগৰে বিষ্ণুপ্ৰিয় ]

বিষ্ণু : ৰাতি অন্ধকাৰ নিস্তব্ধ । প্ৰকৃতি নিৰৱ । আজিৰ ৰজনী মোৰ প্ৰিয়া বিচ্ছেদৰ আগজাননী— । আকৌ ৰাতি আহিব, নিস্তব্ধতা আনিব অনুভৱ কৰিম, আকাশত সউ লক্ষ লক্ষ তৰা আকউ জ্বলিব, দেখিম !

বিষ্ণু : কিন্তু, কিন্তু মোৰ জীৱনৰ ধ্ৰুৱতৰা, দিঠক-সপোনৰ কল্পনা কমলাক যে আৰু দেখিবলৈ নাপাম ।— কমলা, কমলা, উঠা প্ৰিয়ে,— নহয়, নহয় বসন্তপুৰৰ ঋতুৰাণী তুমি, অতি আলসুৱা । নিদ্ৰাত ব্যাঘাত সহ্য কৰিব নোৱাৰিবা তুমি । শোৱা প্ৰিয়ে, বসন্তপুৰৰ ৰাজ প্ৰাসাদত, বিষ্ণু প্ৰিয়ৰ কাষত শেষবাৰৰ কাৰণে শুই লোৱা !

দূৰত গীত

ই কি ! এতিয়াই প্ৰভাতী সুৰ বাজি উঠিল ! ইমান সোনকালে নিশা অৱসান হ'ল ! কমলা, কমলা—

কমলা : নাথ ! [উঠে]

[দূৰত ডবা, কাঁহ বাজে]

বিষ্ণু : পুৱাৰ আৰতি ধ্বনি শুনিছানে প্ৰিয়ে ?

কমলা : শুনিছোঁ প্ৰিয়তম ! অ' মোৰ ওলাবৰ হ'ল—মই ওলাই আহোঁ নাথ । [প্ৰস্থান]

[গীতৰ শেষত]

নেপথ্যত মন্ত্ৰী : মহাৰাজ, উদয়াচলত সূৰ্য্যৰ ৰশ্মি দেখা গৈছে !

বিষ্ণু : সূৰ্য্যৰ ৰশ্মি ?—উস্

[গীত]

কমলা কুঁৱৰী মোৰে প্ৰাণেশ্বৰী
সূৰুযে সজালে সোণালী ৰথ,
—আৰতি ধ্বনিৰে ধুৱালে বেদিকা,
জ্বলিলে শলিতা জাগিলে মঠ !

নেপথ্য কমলা : .

মোৰে প্ৰাণ সূৰুযে স্বৰ্গদেউ ঈশ্বৰ এ
আহক ভিতৰলৈ বুলি—
যাবৰে বেলিকা দাসীয়ে মাগিছে
এধানি চৰণৰ ধূলি ।

———

# ৫ম দৃশ্য

## পুখুৰীৰ পাৰ

[প্ৰজাৰ কোলাহল। অসংখ্য প্ৰজাই পুখুৰীৰ পাৰত ৰজা ৰাণীক অপেক্ষা কৰি থাকে]

মন্ত্ৰী : সৌৱা, মহাৰাজ আৰু মহাৰাণী আহিছে। প্ৰজাসকল বজোৱা, ঢোল, টকা, পেঁপা, খোল, কাঁহ-শঙ্খ বজোৱা।

[বাদ্য বাজে]

(পালি-পহৰীয়া লগত ৰজা ৰাণীৰ প্ৰবেশ)

প্ৰজা : জয় মহাৰাজ বিষ্ণুপ্ৰিয়ৰ জয়।
জয় ৰাণী কমলা কুঁৱৰীৰ জয়॥

বিষ্ণু : জয় পৰাজয়ৰ মাজেদিয়েই আমাৰ জীৱন অতিবাহিত কৰিব লাগিব। কিন্তু আজি হে বসন্তপুৰবাসী, মহাৰাজ বিষ্ণুপ্ৰিয়ৰ জয় নহয়! জয় বিজয় লক্ষ্মী, কমলা কুঁৱৰীৰ – কমলা!

কমলা : প্ৰভু!

বিষ্ণু : এয়েই পুষ্কৰিণী! জলহীন! ইযাতেই --

মন্ত্ৰী : মহাৰাজ! মহাৰাজ!

কমলা : মন্ত্ৰীবৰ, কমলাৰ অজ্ঞানকৃত অপৰাধ ক্ষমা কৰি হাঁহি মুখে বিদায় দিয়ক। আৰু মোৰ হে প্ৰিয় প্ৰজাসকল আপোনা-সকলে আশীৰ্ব্বাদ দিয়ক, দেশৰ কল্যাণৰ কাৰণে, জনমে জনমে মোৰ এই ক্ষুদ্ৰ জীৱন যেন উৎসৰ্গা কৰিব পাৰোঁ। --প্ৰভু! প্ৰাণেশ্বৰ। আপোনাৰ পদধূলি শিৰত লৈ, পৰপাৰত আপোনাৰ কাৰণেই দাসীয়ে অপেক্ষা কৰি থাকিব – বিদায় –

বিষ্ণু : কমলা, * * *

কমলা : দেৱতা – বিদায় – * * *

বিষ্ণু : কমলা কুঁৱৰী মোৰে প্ৰাণেশ্বৰী,
কুলু কুলু কিয় শুনো ধ্বনি ?
কমলা : পুষ্কৰিণীতে স্বৰ্গদেৱ ঈশ্বৰ এ
নিজৰি নিজৰি জৰে পানী ।
বিষ্ণু : কমলা কুঁৱৰী, মোৰে প্ৰাণেশ্বৰী,
পুৱাৰ বতাহতে কিহে ঢৌৱাই—
কমলা : পুষ্কৰিণীতে স্বৰ্গদেউ ঈশ্বৰ এ
এবুকু পানীয়ে তলেমলাই—

* * *

বিষ্ণু : কমলা কুঁৱৰী মোৰে প্ৰাণেশ্বৰী,
পানীয়ে তিয়াব লাহতী কেশ ?
কমলা : শেষৰে সেৱাটি লক প্ৰাণ-পতি,
আৰু যে নোৱাৰোঁ……



# কুৰি শতিকা

( সামাজিক নাটক )

## চৰিত্ৰাৱলী

| | | |
|---|---|---|
| ত্ৰৈলোক্য বৰুৱা | : | ৰায় বাহাদুৰ |
| দেৱপ্ৰসাদ | : | সম্ভ্ৰান্ত ভদ্ৰলোক |
| নন্দী ফুকন | : | মধ্য অৱস্থাৰ ভদ্ৰলোক |
| বিপিন | : | ঐ পুত্ৰ |
| অনাদি | : | বিপিনৰ বন্ধু |
| মহেন | : | দেৱপ্ৰসাদৰ পুত্ৰ |
| যতিন | | মহেনৰ বন্ধু |
| ললিত | | মহেনৰ বন্ধু |
| ৰমা | | মহেনৰ বন্ধু |
| কানু | : | ৰায় বাহাদুৰৰ ভৃত্য |
| মনি | : | দেৱপ্ৰসাদৰ ভৃত্য |
| অলকা | : | ৰায় বাহাদুৰৰ স্ত্ৰী |
| মাধবী | : | দেৱপ্ৰসাদৰ স্ত্ৰী |
| লবঙ্গ | : | ৰায় বাহাদুৰৰ জীয়েক |
| বিৰজা | : | নন্দী ফুকনৰ জীয়েক |
| মালতী | : | নন্দী ফুকনৰ ঘৰত কাম কৰা ছোৱালী |

# প্ৰথম অঙ্ক
## ১ম দৃশ্য

[ ত্ৰৈলোক্য বৰুৱাৰ ঘৰ। ড্ৰয়িং ৰুমত লবঙ্গই অৰগেন বজাই গান গাই থাকে। সময় আবেলি। মাৰ যাব খোজা বেলিৰ জিলিঙনি খিৰিকীয়েদি আহি কোঠাত পৰিছেহি ]

—লবঙ্গৰ গীত—

কোনে আহি, কোনে আহি'
আকুল প্ৰাণৰ পৰশ নিব,
কোনে মেলি হিয়াৰ দুৱাৰ
প্ৰাণত প্ৰদীপ জ্বলাই দিব ?
দূৰে দূৰে আহি প্ৰিয়,
অভাগিনীৰ আগত কিয় ?
দেখা দিলা দেখা দিলা
মূৰতি মোহন অপাৰ্থিব !

— x —

লবঙ্গ : [ গীতৰ শেষত ] আজি মনচন অকণো ভাল লগা নাই। নাই, নেগাওঁ আৰু গান ; অলপ ফুৰিয়েই অহা যাওক। কানু, কানু,

[ নেপথ্যত আইদেউ ]

এইপিনে আহ। [ কাণুৰ প্ৰৱেশ ] চাহ হৈছে ?

কানু : হৈছে আইদেউ !

লবঙ্গ : বেগেতে চাহ ইয়ালৈকে আন। আৰু ড্ৰাইভাৰক ক' মটৰ ঠিক কৰক। এতিয়াই ফুৰিবলৈ যাম।

কান্নু : ভাল আইদেউ : [ কান্নুৰ প্ৰস্থান ]

লবঙ্গ : ফুৰিবলৈনো যাবা ক'ত ? বিৰজাইঁতৰ তালৈকে যাম নেকি ? তাইবা আকৌ ঘৰত আছে নে নাই ? [ চাহ লৈ কান্নুৰ প্ৰৱেশ ] থ', টেবুলতে থ' । ড্ৰাইভাৰক ক'লি ? [ কান্নুৱে চাহ টেবুলতে থয় ]

কান্নু : কলোঁ আইদেউ !

লবঙ্গ : বাৰু যা । [ কান্নুৰ প্ৰস্থান, চাহ খায় ] এতিয়া এতিয়া পাঁচ বাজি সাতাৱন, বাৰু সাত আঠটামান বজাত ঘূৰি পামহি ।

[ অলকাৰ প্ৰৱেশ ]

অলকা : লবঙ্গ, ফুৰিবলৈনো যাব্ব কোনফালে ? এনেয়ে তোৰ গা ভাল নহয় । তাতে আকৌ ঠাণ্ডা লগাই জ্বৰ পৰিব খুজিছনে ?

লবঙ্গ : মা, এতিয়াই আহিম । গাটো বৰ ভাল লগা নাই । মূৰো অলপ কামুৰিছে । সেই কাৰণেহে অলপ ফুৰি আহো বুলিছোঁ । পৰহি বিৰজাই মাতিছিল । তালৈকে যাওঁ মা । মোৰ ৰেপাৰখন আলমনাতে আছিল নহয় ; কোনোবাই নিছে নেকি ?

অলকা : কোনে নিব ? তাতে থাকিব পায় চা । বেগেতে আহিবি । নহলে দেউতাৰে খং কৰিব ।

লবঙ্গ : আহিম মা, সোনকালে আহিম । [ লবঙ্গৰ প্ৰস্থান ]

অলকা : অৰগেনটোও বন্ধ কৰি নগ'ল হব পাই এইজনীয়ে,

[ অৰগেন বন্ধ কৰোতে ত্ৰৈলোক্যৰ প্ৰৱেশ ]

ত্ৰৈলোক্য : লবঙ্গনো গৈছে কোনফালে ।

অলকা : বিৰজাইঁতৰ ঘৰৰ ফালে যাও বুলি গৈছে । আপুনি বাটত গাড়ী লগ পাইছিল নেকি ?

ত্ৰৈলোক্য : সৌম্ৰা পদুলিতে পাইছোঁ.... এই মাত্ৰ গৈছে.... এটা কথাহে ।.... ডিব্ৰুগড়ৰ দেৱপ্ৰসাদ বৰুৱাৰপৰা আজি এখন

চিঠি পাইছোঁ। পুতেকলৈ লবঙ্গক ধৰিব খুজিছে। তেওঁ-লোকৰ অৱস্থা জানাই। পুতেক যদিও Pleader, বাপেকৰ টকাৰেই তাৰ নিচিনা দুটাৰ দুপুৰুষ যাব. ল'ৰাটোও বেয়া নহয়।...... কেলেই তুমি সিবাৰ দেখিবলৈ পোৱা' Conference ত আহোতে ইয়াত এদিন থাকিয়েই গৈছিল নহয়!

অলকা : মোৰনো সেইবোৰত কি কথা আছে? ছোৱালী বিয়া দিবৰ সময় পাইছেহি। যদি ভাল দেখিছে.... দিয়ক।

ত্ৰৈলোক্য : এৰা নহলেনো ক'ত হাকিম মণ্ডপ বিচাৰি ফুৰিবাহে?

( নেপথ্যত : "বৰুৱা আছেনে?"

অলকা : কোনোবা আহিছে?

ত্ৰৈলোক্য : কাকতি হয় পায়, হয় আছো— [ প্ৰস্থান ]

— —

## দ্বিতীয় দৃশ্য

নন্দী ফুকনৰ ঘৰৰ ভিতৰ কোঠা।

[ লবঙ্গ আৰু বিৰজা ]

বিৰজা : মইতো জানোৱেই তুমি এটা ফাঁকি দিবা বুলি। হাৱা খাই য'তে ত'তে ঘূৰি ফুৰিব পাৰা, কিন্তু ইয়ালৈ মাতি থাকিলেও নাহা।

লবঙ্গ : তুমিতো সুবুজা। কলেজৰপৰা আহি পায়েই এবাৰ মাথোন মামীহঁতৰ ঘৰলৈ গৈছিলোঁ। তাৰপৰা আৰু ক'লৈকো যোৱা নাই।

বিৰজা : আমাৰ ইয়ালৈ আহিব নেপায়নে?

লবঙ্গ : কি অ' এইজনী! মই জানো আহিব নেপাই বুলি কৈছোঁ। গা ভাল নহয়। সেই কাৰণেহে অহা নাই। বাৰু সেইবোৰ

থোৱা। আনা হাৰমনিয়ামটো ... আনা, আনি এটা গান গোৱা। তাৰ পিছত যি হয় হব।

বিৰজা : এৰা হয়, গোৱা গান এটা। বহুত দিনৰ মূৰত আহিছা।

লবঙ্গ : হয়নে ? গাম বাৰু আনা।

[ বিৰজাই হাৰমনিয়াম আনে ] ওঁ এতিয়া ভাল ছোৱালীটিৰ দৰে আপত্তি নকৰি গান এটা গোৱা।

বিৰজা : বাৰু প্ৰথমতে তোমাৰেই আঙুলি চলকচোন।

লবঙ্গ : সেয়া আকৌ আপত্তি !—গোৱা ভালে ভালে। নহলে সঁচাকৈয়ে গুচি যাম দেই।

বিৰজা : কিনো গাম ? বাৰু কৈছা যেতিয়া গাওঁ বাৰু এটা।

[ বিৰজাই হাৰমনিয়াম বজাই গান গায় ]

লবঙ্গ : [ গান আৰম্ভ কৰোতেই ] থোৱা, থোৱা, সেই পাত গান দেওহে। যদি গাব খুজিছা, ৰবি ঠাকুৰৰ ভাল গান এটা গোৱা।

বিৰজা : ৰবি ঠাকুৰৰ ? নেজানো নহয় !

লবঙ্গ : জানিবা গোৱা। ইমান ভেম ধৰিব নেলাগে।

বিৰজা : কিনো গাম বাৰু। [ গান গায় ]

লবঙ্গ : আৰু এটা গোৱা। বেচ বঢ়িয়া ছোৱালী ··· এৰা ধুনীয়া গাইছা। হেৰা অলপতে Record ও ওলাইছে যে ... কি গানটো . ইন্দুমতীয়ে যে গাইছে ... কি.... এচ.... এচ ৰবা [ ভাবে ]

[ হঠাৎ বিপিনৰ প্ৰৱেশ ]

বিপিন : বিৰজা ! এই অ'

[ লবঙ্গক দেখি কৃত্ৰিম লাজ দেখুৱাই গুচি যায় ]

লবঙ্গ : মাতাহে ককাইদেউৰাক। তেখেতে বোলে বৰ ভাল গান গায়। মাতাচোন।

বিৰজা : তুমি লাজ কৰা বুলি গুচি গ'ল। তুমিয়ে মাতা মই নেমাতো দেও। মোক খং কৰিব।

লবঙ্গ : বাৰু মাতাচোন তুমিয়েই, খং কৰিলে মই Responsible —মাতা—মাতানা।

বিৰজা : তোমাৰপৰা আৰু...... [ প্ৰস্থান ]

লবঙ্গ : কাৰ কিমান লাজ আজি প্ৰমাণ কৰা পাব।—মোৰ আগত লাজ কৰি দেখুৱাইছে।

[ বিৰজাৰ লগত বিপিনৰ প্ৰবেশ ]

বিপিন .: কিহে লবঙ্গ, আজিকালি দেখোন তোমাক দেখিবলৈকে নাই ?

লবঙ্গ : কালি দেখিবলৈ নাথাকিব পাৰোঁ আজিতো দেখিছে।

বিপিন : অৱশ্যে সেইটো হয়।

বিৰজা : ককাইদেউ, আপোনাক মাতিছিলে লবঙ্গক গান এটা শুনাবলৈ ... গাবনে ?

বিপিন : বাৰু তই ওকালতি কৰিব নেলাগে থ'।

লবঙ্গ : সঁচাকৈয়ে গাওকচোন এটা। আপুনি বৰ ভাল গান গায়।

বিপিন : ওঁ গাওঁটো। বাৰু তোমাৰ বেয়া এটাকে প্ৰথমতে শুনা যাওক। কি কোৱা ?

লবঙ্গ : আপুনি গাওক বাৰু প্ৰথমতে ! মইও গাম।

বিপিন : গাবাটো ? যদি গোৱা মইও চেষ্টা কৰি চাব পাৰোঁ।

লবঙ্গ : গাম, গাওক। বিৰজা হাৰমনিয়ামটো এইফালে দিয়াচোন। ভাল গান গাব দেই। ভুৱা নিদিব আকৌ।

বিপিন : তোমাৰ আগত ভুৱা দি সাৰিম ক'ত ?

[ বিপিনে গান গাব খোজোতেই অনাদিৰ প্ৰবেশ ]

অনাদি : বিপিন, অ' ব্যস্ত।

লবঙ্গ : মই যাওঁ বিৰজা, [ অনাদিক দেখি ] বেলিহে হ'ল। পাছটো এদিন আহিম। থাকিব দেই.... বেয়া নেপাব।

বিৰজা : এৰা, বল। [ বিৰজাৰ লগত লবঙ্গৰ প্ৰস্থান ]

অনাদি : মাফ কৰিবা ভাই, মই ততকে ধৰিব নোৱাৰিলোঁ তুমি যে ৰূপৰ মাজত বহি ৰসৰ সৃষ্টি কৰিছা ····মইনো বাৰু জানিম কেনেকৈ ?

বিপিন : You have spoilt everything.

অনাদি : Spoilt টো কৰিলোৱেই । বাৰু সময় আছে, কি কোৱা,

বিপিন : কিহৰ সময় আছে হে । [ভাবি] ছিঃ আহিছিলা কিয় কোৱা ?

অনাদি : Insult কৰিবানে কি হে ? মূঠতে তোমাৰেই ভুল । বোলো নিলাজী বনজোপাৰ মাজত বহি আছিলা কিয় ? নেদেখিলানে ? ···· যেই অমুকা কৰিলো প্ৰৱেশ ·· গ'ল জঁয় পৰি ফচ্ কৰে। থোৱা, থোৱা সেইখন বিৰহ ! আহা এতিয়া ফুৰিবলৈ যাওঁ । [হাতত ধৰে]

বিপিন : ৰাতিয়েই হ'ল । এন্ধাৰে মুন্ধাৰে ক'ত ফুৰিবলৈ যাবা ?

অনাদি : বোলো "চন্দ্ৰ উদিত তব মানস আকাশে" তেৱেঁই পোহৰ দিব আহা .......তোমাকো আৰু লগতে মোকো ।

[দুয়োৰে প্ৰস্থান]

## তৃতীয় দৃশ্য

ডিব্ৰুগড়ৰ দেৱপ্ৰসাদ বৰুৱাৰ ঘৰ । বৰুৱাই বাৰাণ্ডাত চকী এখন পাৰি Newspaper পঢ়ে ।

দেৱ : [Newspaper ত চকু ৰাখি] মনি !

[নেপথ্যত "দেউতা"]

টেবুলতে মোৰ চিগাৰেটৰ টিনটো আছে লৈ আন

[কাগজ পঢ়ে চিগাৰেটৰ টিন মনিয়ে দি যায়হি)

[মাধবীৰ প্ৰৱেশ]

আজি যোৰহাটৰ বৰুৱাৰপৰা চিঠি পাইছোঁ। ছোৱালী দিয়াত তেওঁলোকৰ আপত্তি নাই ......যদি ৰাহিজোৰা মিলে। সোঁৱৰণীৰ নকল এখন সোনকালে খুজিও পঠিয়াইছে। তুমি কথাবাৰ মহেনৰ কাণ চোৱাইছিলা জানো ?

মাধৱী : তাৰনো কি আপত্তি থাকিব পাৰে ? সি কিবা সুবুজা ল'ৰানে ? ছোৱালীও ভাল শিক্ষিতা। তেনেস্থলত সি অমত হবনে ?

দেৱ : বৰুৱাই লিখিছে বিয়া হলে অহা ফাগুন মাহত হোৱাই ভাল। বহাগত বাট-পথ সিমান সুবিধা নহব।

মাধৱী : আগেয়ে বাৰু ৰাহিজোৰা চোৱাওক। ৰাহিজোৰা আহিলে তেওঁলোকে যেতিয়াই দিযে, আমি তেতিয়াই আনিম। সোনকালে দিয়া মানে আমাৰেহে ভাল।

দেৱ : এৰা। ... আজি তেনে সোঁৱৰণীৰ নকল এটা পঠাই দিওঁ। তুমি কথাবাৰ ইয়াৰো কাণচোৱাই থোৱা।...... আজিকালিৰ ল'ৰাৰ কি বিশ্বাস। পাছত সি না কৰিলে বৰ অপমান পাব লাগিব।

মাধৱী : বাৰু মই তাক এতিয়াই কম।

দেৱ : হুঁ। তাক কথাবাৰ কোৱা। মই অলপ ফুৰিয়েই আহোঁ।
[উঠে]

মাধৱী : ভাত হবৰো হৈছে, বেছি পলম নকৰিব।....... ....

দেৱ : নাই নকৰোঁ, আমোলাপট্টিৰপৰাই ঘূৰিম। [প্ৰস্থান]

মাধৱী : মনি অ' মনি। [মনিৰ প্ৰৱেশ]

মনি : আইদেউ,

মাধৱী : ববোপা আছে নে বাহিৰত ? আছে যদি, মাতিছে বুলি ক'চোন।

মনি : থাকিব পায়—গা ধুবৰ সময় হৈছে, এতিয়া ক'লৈ যাব ?
[প্ৰস্থান]

মহেন : কি আইতা । [মহেনৰ প্ৰৱেশ]

মাধৱী : বহচোন । তোক কথা এটা কবলগীয়া আছে । বহচোন চকীতে ।

মহেন : আও কি এনে ডাঙৰ কথা ....মোক যে আজি বহুৱাই কব লগা হ'ল । [বহে] কোৱা ।

মাধৱী : তোৰ বিয়া পাতিছোঁ ।

মহেন : মোৰ । বেচ্ ক'তা ৰভা দিয়া নাই দেখোন ।

মাধৱী : ধেমালি নহয়, ·· ·· সঁচাকৈয়ে । যোৰহাটৰ ত্ৰৈলোক্য বৰুৱাৰ মাজু জীয়েক....... নাম লবঙ্গলতা ... . এইবাৰ আই, এ পাছ কৰিছে ····· বিয়া অহা ফাগুনত বা বহাগত ।

মহেন : আৰু কিবা কবলগীয়া আছেনে ?

মাধৱী : দেউতাৰে তোক সুধিবলৈ কৈছে, যদি তোৰ আপত্তি নাই, আজিয়েই সোঁৱৰণীৰ নকল পঠাব ।

মহেন : (ভাবি) চিন্তাত পেলাইছিলা আইতা ।

মাধৱী : চিন্তা আকৌ কিহৰ ? চাচোন, তোৰ বিয়া কৰাবৰ সময় হৈছেই । বিয়াৰ কাৰণে তই কিবা কৰবাত টকা ধাৰ কৰিব লাগিছেনে ? ····· মাত্ৰ আপত্তি নাই বুলি ক' ।

মহেন : আইতা, বিয়া কৰা বৰ সহজ, ··· আৰু বৰ টানো । বিয়া কৰোৱাত মোৰ আপত্তি নাই, যদি একান্তই তোমালোকে পাতিব খুজিছা— । কিন্তু মোৰ আপত্তি আছে, যদিহে ছোৱালী অশিক্ষিতা । আইতা, ছোৱালীয়ে I.A. B.A. সকলো পাছ কৰিব পাৰে কিন্তু সেই বিদ্যা বিদ্যায়েই নহয়, অন্ততঃ মোৰ বিবেচনাত, যদিহে এখন সংসাৰৰ গুৰি ধৰিবলৈ তাইৰ অভিজ্ঞতা নাথাকে । ....... ভালকৈ ভাবি চোৱা,.... যদি তোমালোকে ভাল দেখা, মোৰ কি কথা আছে, আইতা ?—

মাধবী : I. A. পাছ কৰা ছোৱালীয়ে ঘৰ চলাব নোৱাৰিবনে? তোৰো আৰু কথাবোৰ ?

মহেন : এইখিনিতেই আমাৰ ভুল । বিশ্ববিদ্যালয়ৰ শিক্ষা শেষ কৰিলেই সাংসাৰিক জীৱনৰো যে আও-ভাও বুজিছে, তাৰ একো প্ৰমাণ নাই । আইতা, তেওঁলোক শিক্ষিত হয় মানে আমাৰ মঙ্গল । কিন্তু সেই শিক্ষাই যদি অন্য ফালে ঢাল খাই । যদি বিলাসিতা কিম্বা আৰামী চকীত আঁউজি নাৰীয়ে মাত্ৰ সুখৰ সপোন কামনা কৰে, পাহৰি যায় নাৰীয়ে যদি নিজৰ কৰ্ত্তব্য, আইতা, কিয় লাগিছে সেই শিক্ষা? মোৰ আৰু কবলৈ একো নাই । মই যাওঁ, দহ বাজি যাবই পায়—Court লৈ যাবৰ সময় হৈছে । তুমি দেউতাৰ লগত পৰামৰ্শ কৰি যি ইচ্ছা তাকে কৰা—মোৰ একো কথাই নাই । [প্ৰস্থান]

মাধবী : বৰ বোপাই কোৱা কথাষাৰো মিছা নহয় । বাৰু দেউতাক আহক—যি ভাল দেখে কৰিব ।

[ প্ৰস্থান ]

## চতুৰ্থ দৃশ্য

নৈৰ পাৰ, সময় সন্ধিয়া

[ বিপিন অকলে ]

বিপিন : লবঙ্গৰ বিয়া মহেনৰ লগত । কিজানি বিৰজাই মিছাকৈয়ে কৈছে । নাই, তাই···· মিছা কব কি ?···· বিয়া ফাগুনত··· যদি সঁচাকৈয়ে বিয়া হয়···· কি কৰিম ? উপায়টো নাই । দেউতাক এদিনো মুখ ফুটাই কব নোৱাৰিলোঁ । যদি কলোহেঁতেন···· মই লবঙ্গক বিয়া কৰাব খোজো, তেতিয়া,··· তেতিয়া হয়তো আজি মহেনৰ লগত·· উঃ···· লবঙ্গই এই

বিবাহত সুখী হব পাৰিব জানো ? জানো লবঙ্গ, তুমি মোক ভাল পোৱা, ভাৱিছিলো এদিন তোমাক আপোন কৰি লম বুলি...., কিন্তু মাজতে কি হ'ল ? ভগৱান ! অতদিনে সুখ সম্পদৰ মাজত উটাই আনি অতদিনে প্ৰেম মিলনৰ পথ দেখুৱাই ... আজি কি কৰিছা ? আজি মোৰ জীৱনৰ মধ্যাহ্নত.... যৌৱনৰ চিৰ আকাঙ্ক্ষিত মিলন মন্দিৰৰ দুৱাৰ মুখত কিয়, কিয় আজি প্ৰভু, বিচ্ছেদৰ জীয়া জুই জ্বলাব খুজিছা ?... উঃ ভাবিছিলো ...

[ ভাবত বিভোৰ... অনাদিৰ প্ৰৱেশ ]

অনাদি : আহ-হা ধন্যবাদ বন্ধু, ধন্যবাদ । বেচ্‌টো,

ধ্যানমগ্ন হে তপস্বী,
কবে সাঙ্গ হব তব
প্ৰেম আৰাধনা ?—বোলো,

সোনকালে উঠা, বৰষুণ দিব এতিয়া, মেঘে গাজেহে লাগে,

বিপিন : [ চক্ খাই উঠি ] কোন ? অনাদি ?

অনাদি : হৈছে ।

বিপিন : সময় কিমান হৈছে কব পাৰানে ?

অনাদি : সময়নে ? ৰাতি পুৱাইহে লাগে, বেলি অথনিয়ে পৰিল ?

বিপিন : তোমাৰ সদায়েই ধেমালি । বাৰু অনাদি, মই তোমাক এটা খবৰ সুধিব খুজিছোঁ, তুমি জানা জানো ?

অনাদি : জানোতো । আদি অন্তৰ সকলো কথা এই অনাদিয়ে নেজানিলে জানিব কোনে ? কি খবৰ বা ?

বিপিন : তুমি জানানে ? মহেনৰ লগত ফাগুনত লবঙ্গৰ বিয়া হোৱাটো ঠিক ?

অনাদি : অ' সেইটো খবৰ ?... ৰবা মঙ্গল চাব লাগিব ।

বিপিন : ধেমালি নকৰিবা বন্ধু । মোক সঁচাকৈয়ে কোৱা, যদি জানা ।

অনাদি : [গহীন হৈ] যদি তুমি সঁচাকৈয়ে সুধিছা,—কওঁ,—মই জানো, মই সকলো খবৰ পাইছোওঁ। লবঙ্গলতাৰ আইতাক—দেউতাকে লবঙ্গক যদি মহেনলৈ বিয়া দিব খোজে আৰু মহেনৰো যদি বিয়া কৰাবলৈ আপত্তি নেথাকে, অহা ফাগুনত বা বহাগত বিয়া হোৱাটো ঠিকৰো ঠিক একেবাৰেই সঠিক।

বিপিন : ৰং-ধেমালিৰ সময় আছে অনাদি। সদায় ধেমালি ভাল নেলাগে।

অনাদি : কেতিয়াও ভাল নেলাগেতো। সদায় কেৱল ভাল লাগে,—ভাবিবলৈ আৰু সেই ভাব হব লাগিব নিভাঁজ প্ৰেমৰ। সিও আকৌ যেনে তেনে প্ৰেম নহয়, হব লাগিব, যেনে ধৰা, ডেকাৰ লগত গাভৰুৰ প্ৰেম,— মাহনৰ লগত মোহিনীৰ প্ৰেম—প্ৰেমিকৰ লগত প্ৰেমিকাৰ প্ৰেম—আৰু হেৰি এই, তোমাৰ লগত যেনেকৈ বিয়া নিদিব খোজা··· লবঙ্গৰ প্ৰেম···· মোৰ লগত যেনেকৈ···· ওঁ মোৰটো নায়েই ... মিছা .. যেনেকুৱা হব লাগিব তেনেকুৱাই।

বিপিন : তুমি থাকা, তোমাৰ পাগলামি শুনিবলৈ মই ইয়াত বৈ থকা নাই। মই আহিলোঁ। [প্ৰস্থান]

অনাদি : Good Night—যোৱা। সংসাৰখন হ'ল কি? যি ফালেই যাবা খালি পেম প্ৰেম—। বিপিনটো আগেয়ে এনে নাছিল।— ইয়াৰ আকৌ হ'ল কি?— প্ৰেমৰ বানত পৰি তাৰো মন ঠানবান হৈ গ'ল। হবতো। কিন্তু বিপিন, ভাল পোৱাৰ লগত বিয়াৰ সম্বন্ধ নাই দেই। তুমি যদি লবঙ্গক ভাল পোৱা—ভাল পাই থাকা।—বিয়াই তাত বাধা দিব নোৱাৰিব কিজানি। হব পাৰে লবঙ্গ মহেনৰ সহধৰ্মিনী, জগতৰ চকুৰ আগত সমাজৰ আগত—কিন্তু তোমাৰ অন্তৰ

ৰাজ্যত লবঙ্গকে যদি ৰাজ ৰাজেশ্বৰী বুলি সঁচাকৈয়ে অভিষেক কৰিছা, সাধ্য কি সমাজৰ—সাধ্য কি জগতৰ,—বন্ধু, তাত বাধা দিবৰ ।—মহেনৰ লগত লবঙ্গৰ বিয়া হৈ যাওক—একো কথা নাই. লবঙ্গৰ বিয়া নহয়, হব তেওঁৰ প্ৰতিবন্ধক । হব ছায়াৰ কাঁযা তোমাৰ অন্তৰতে থাকিব চিৰদিন যদি তুমি বিশুদ্ধ প্ৰেমিক ।

— —

## ৫ম দৃশ্য

ত্ৰৈলোক্য বৰুৱাৰ ঘৰ

[ বৰুৱা আৰু অলকাই কথা পাতি থাকে ]

ত্ৰৈলোক্য ঃ সময় আৰু বেছি নায়েই । মাজতে মাহ এটা আছে । তাইৰ কেইযোৰমান· Bracelet আৰু chain ৰ order সেইদিনা দিছো । আঙুঠিৰ কথা পাহৰিলোৱেই—তুমিও সোঁৱৰাই নিদিলা । আজিটো ডাক বন্ধ হলেই । কাইলৈ আঙুঠি আৰু পিনৰ কাৰণে আকৌ order দিব লাগিব । মই বিয়াৰ দহদিনমানৰ আগতে নিজে কলিকতালৈ গৈ সকলো বস্তু কিনি-কুটি আনিম গৈ । লগতে চেইন টেইনো লৈ আহিম । কি কোৱা ?

অলকা ঃ এৰা, সেয়ে ভাল । অইন মানুহৰ সিমান বিশ্বাস নাই ।

ত্ৰৈলোক্য ঃ অ' আৰু এটা কথাহে । দৰাঘৰীয়া বিয়াৰ দিনা মটৰত আহিবৰ কথাই ঠিক । যদিহে বতৰ বেয়া কৰে, আগতে আহিবও পাৰে । তাৰ কাৰণেও এটা ঘৰ বন্দবস্ত কৰিব লাগিব । আৰু খোৱা-বোৱাৰো স্থবিধা কৰিব লাগিব ।

অলকা ঃ যি কৰিব লাগে কৰিব । মইনো সেইবোৰ কি জানো ?

ত্ৰৈলোক্য : মই ভৱদত্তৰ ঘৰৰপৰা আহোঁ, কোনোবা আহিলে ৰ'বলৈ কবা—এতিয়াই আহিম ।

অলকা : ভাল যাওক— [ ত্ৰৈলোক্যৰ প্ৰস্থান ]

[ সিফালৰপৰা লবঙ্গৰ প্ৰৱেশ ]

লবঙ্গ : মা বৰ ধুম্ ধাম্ চলিছে দেখোন । কিবা উৎসৱ পাতিছা নেকি ? [ বহে ]

অলকা : আজলী হৈ নেযাবি আই, দিনে দিনে ··· তোৰ বিয়া ···

লবঙ্গ : অ' মোৰ ! ভালেটিহে ।

অলকা : কি কয় ঐ এইজনীয়ে ।

লবঙ্গ : [ গিৰিপ্ কৰি উঠি ] মা, মই বিয়া নকৰাওঁ । দেউতাক কৈ দিবা । মিছাকৈ বিয়াৰ কাৰণে কৰি ধন খৰচ কৰিবৰ প্ৰয়োজন নাই ।

অলকা : তাৰ কাৰণ ?

লবঙ্গ : ই মোৰ ইচ্ছাৰ কথা । মইতো এতিয়া কেঁচুৱা ছোৱালী নহওঁ মা, যে মোৰ ডিঙিত ডোল লগাই যি ফালেই টানিবা সেইফালেই যাম । যাকে দিব খোজা তাকে দিব পাৰিবা ? মহেন নে কি, সেইপাতৰ লগত মোৰ বিয়া ? হয়তো ? মিছাকৈ সমাজক দেখুৱাই বিয়াৰ আড়ম্বৰ কিয় মা ? খোলাখুলিকৈ কৈ দিয়া—তোক দেৱালত পাঠা ছাগলী বলি দিয়াৰ দৰে বলি দিব খুজিছোঁ ···

অলকা : তই বলিয়া হলি নে কি লবঙ্গ ? তই এইবোৰ বকিচ কি ? তোৰ কিবা এটা বেয়া হলে আমি ভাল পাওঁনে ? তোৰ সুখ দেখিলে আমি কিমান ৰং পাম !

লবঙ্গ : মোৰ সুখ দেখিলে তোমালোকে ৰং পোৱা ? আৰু বোধহয় সেই ৰং পাবলৈকে এই বিয়া পতাৰ উদ্দেশ্য । মা, মই কি কেঁচুৱা ছোৱালী ? বিয়াৰ বিষয়ে মোক এদিনো সুধিব নোৱাৰিলানে ?

অলকা : মহেনটো বেয়া ল'ৰা নহয় লবঙ্গ, তাৰ স্বভাৱ চৰিত্ৰ ভাল। বিদ্বান—ঘৰৰ অৱস্থা ভাল। অজস্ৰ টকাও আছে।

লবঙ্গ : তেন্তে কব খোজা মা, মহেনৰ টকা আছে, ল'ৰা ভাল—বিদ্বান,—সেই কাৰণেই—তোৰ বিবেকৰ বিৰুদ্ধেও, তোৰ অনিচ্ছা স্বত্বেও—মহেনক বিয়া কৰাবই লাগিব।—এয়েটো ?

অলকা : তোৰ কথা মই একো বুজিব পৰা নাই। মহেনক বিয়া নকৰ, কাক কৰিবি ?

লবঙ্গ : পাৰিলে যমক মা। অমুকক বিয়া কৰিম বুলি তোমাক কোৱা নাই—মাত্ৰ মই কৈছো—মহেনক মই বিয়া নকৰাওঁ।

অলকা : মহেনৰ গাত কি দোষ, লবঙ্গ ?

লবঙ্গ : দোষ-গুণৰ সমালোচনা কৰিবলৈ অহা নাই মা, জটিল সাহিত্য চৰ্চ্চা কৰিব খোজা নাই। অন্তৰৰ প্ৰবল সোঁতক ৰুদ্ধ কৰিব পৰা নাই মা,। দেউতাক কৈ দিবা—

লবঙ্গ : এই বিয়া কেতিয়াও হব নোৱাৰে। নহলে পিছত মোক নুহুষিবা।

[প্ৰস্থান]

অলকা : এইক কিহবাই পাইছে নে কি ? —শিক্ষিতা ছোৱালী—তাই কেনে হব লাগিছিল ? অ' ইযালৈকে I A. পাছ কৰিলি ? মোৰ কপাল ! —বাৰু দেউতাক আহক ক'ব লাগিব।

[বিৰজাৰ প্ৰৱেশ]

**বিৰজা : লবঙ্গ আছে নে আইতা ?**

**অলকা : অ' বিৰজা ! ........কেতিয়া আহিলি আই ? .. ....আছে, সেইজনী শোৱা ঘৰতে থাকিব পায় !**

**বিৰজা : আও, দিনটো শুইছেনে ? চাওচোন।**

**[প্ৰস্থান]**

## ৬ষ্ঠ দৃশ্য

দেৱ প্ৰসাদৰ ঘৰ।

[মহেন, যতীন, ৰমাই কথা পাতি থাকে]

যতীন : পিচে মিষ্টাৰ, বিয়া পাতিছাই। এতিয়াৰপৰাই জলযোগৰ কাৰবাৰ চলোৱা। কি কোৱা ৰমা ?

ৰমা : চলোৱা নহয় –চলকেই .....। মাজতে আছে দিন........ তোমাৰ পোৰ্চৰ.......ইফালে ন, মুহূৰ্তে চব্বিচটা ইমানৰ পৰা নচলিলে কোনে ভাল বুলিবহে।

মহেন : কি খাবা ?

যতীন : যি দিয়া ভাই ; তাকেই খাম। তুমিতো আমাৰ মৰ্য্যদা বুজা মানুহ, নহয়। যদি দিয়া ল'ফ—খাম ল'ফ—যদি দিয়া কেক খাম কেঁক, যদি দিয়া সান্দহৰ গুড়ি তাকো খাম। যদি দিয়া বেয়া নেপালা আকৌ 'জনি ৱাকাৰ' পালে তাকো খাম।

ৰমা : ধেৎ তেৰি ! তোৰ আৰু Taste টো। হে'ৰ সান্দহৰ গুড়ি মানুহে খায়নে ?

মহেন : নেখায়,—কেলেই খাব ?

যতীন : তুমি গহীন হ'লে নচলিব এতিয়া। কিবা এটা উপায় কৰা। আৰু শ্ৰীমতীৰ ফটো আছে যদি—দৰ্শন লাভেই হওক তেও উলিওৱাচোন।

মহেন : কাৰ ফটো ?

ৰমা : ৰায় বাহাদুৰ শ্ৰীযুত ত্ৰৈলোক্য নাথ বৰুৱাৰ মধ্যমা কন্যা লবঙ্গলতা আইদেউৰ।—অৰ্থাৎ আপোনাৰ ভাবী প্ৰিয়াৰ—

মহেন : অ' শ্ৰীমতী লবঙ্গলতাৰ........অৰ্থাৎ মোৰ ভাবী প্ৰিয়াৰ। —তাৰমানে তোমালোকৰ ভাবী বন্ধুপত্নীৰ।

যতীন : হৈছে।

মহেন : বেচ্ । তেন্তে বন্ধুপত্নীৰ স্বৰূপ মূৰ্ত্তি দেখিবলৈ পাবা, বাহী বিয়াৰ দিনা । সভক্তিৰে নমস্কাৰ কৰি যদি ওৰণী গুচাই চোৱা - কাগজত চেহেৰা চাই লাভ কি ?

ৰমা : ভয় কৰিছা নেকি দেখুৱাবলৈ ? বিবাহ মণ্ডপত পৃথ্বিৰাজৰ Part Play নকৰোঁ—ভয় নকৰিবা ।

মহেন : History নপঢ়িছিলা নেকি ? Matriculationত কিমান নম্বৰ পাইছিলা ?

যতীন : বাজে কথা! কৈ আমাক লক্ষ্য ভ্ৰষ্ট কৰিব নোৱাৰিবা । মুঠতে প্ৰথমে জলযোগৰ আয়োজন . ....তাৰ পাচত ফটো অৰ্থাৎ P-H-O-T-O.

মহেন : মহা মস্কিল ! .... .. মনি ...

ৰমা : You—মনি—মনি [নেপথ্যত "গৈছো"]

যতীন : গৈ - ছো,—যেন নেমাতিবই । তোমাৰ Servant কিটা আৰু - [মনিৰ প্ৰৱেশ]

মহেন : কেইকাপমান চাহ আৰু মিঠাই আন ।

[মনিৰ প্ৰস্থান]

ৰমা : Thank you.

যতীন : Many Thanks.

মহেন : Thankৰ এতিয়া চৌধ পুৰুষ নমাই আনিবা বুলি জানো । বাৰু এটা কথা ভাই, মটৰত গলে কিজানি বাটত দিগদাৰ হয়,—অৱশ্যে ৰাস্তা ভালে থাকিলে মটৰতকৈ বেছি সুবিধা কি কৰিব বাৰু কোৱাচোন ?

যতীন : নিশ্চয় 'কাৰত' যাম । — হওক ৰাষ্টা ধূলি বোকা, নাই পৰোৱাই । — দিলে দিব বৰষুণ, মাৰিলে মাৰিব বিজুলী —Morning 10-30 ত Start—Halt at Sibsagar for rest, অৰ্থাৎ take tiffin, then Jorhat straight—কি কোৱা ৰমা ? [মনিয়ে চাহ আনে]

ৰমা : এই পিনে আন ।

মহেন : চাহটো খাবাই । পিচে কিহত যাম তোমালোকে তাৰ মীমাংসা দেখোন একো ঠিক নকৰিলা ?

ৰমা : ৰবা ভাই । আগেয়ে Plate শেষ কৰিবলৈ দিয়া, [দেৱ প্ৰসাদৰ প্ৰবেশ]

দেৱ : অ' বোপাইঁত, কেতিয়া আহিলা ? [ৰমা আৰু যতীন উঠে] বহা—বহা চাহ খোৱা ।

[প্ৰস্থান]

ৰমা : আমাৰ কথাবিলাক শুনি আছিল নেকিহে যতীন ? শুনিছে যদি ভাবিব, এই কিটা পাগল হ'ল ।

মহেন : বেচ, ভক্তি আছে দেখিছো [মনিৰ তামোল লৈ প্ৰৱেশ]

যতীন : পিচে এই ভক্তি শ্ৰীমতীৰ আগত নোৱাৰিম দেখুৱাব দেই ।

[আটায়ে তামোল খায়]

- পট পৰে -

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

[চোতাত বহি লবঙ্গই কিতাপ পঢ়ি থাকোতে ত্ৰৈলোক্য বৰুৱা আৰু অলকাৰ প্ৰৱেশ]

ত্ৰৈলোক্য : লবঙ্গ !

লবঙ্গ : দেউতা !

ত্ৰৈলোক্য : তোৰ কি হৈছে ?

লবঙ্গ : একো হোৱা নাই দেউতা !

ত্ৰৈলোক্য : তই হেনো বিয়াত আপত্তি কৰিছ ?

লবঙ্গ : [নিমাত]

অলকা : ক', নকৱ কিয় ?

ত্ৰৈলোক্য : তোৰ বিয়াত কি আপত্তি হব পাৰে, মই এতিয়াও ভাবি পোৱা নাই। জনাবুজা ছোৱালী তই। এইখন কৰিলে, মানুহে শুনিলে কি বুলিব? মাজত ১৫/১৬ টা দিন আছে। বিয়াৰ সকলো বস্তু যোগাৰ হলেই।

লবঙ্গ : [ তলমূৰ কৰি নিমাত ]

অলকা : কৈ দে যদি বিয়া কৰাবৰ ইচ্ছা নাই। কৈ নিদিয় কি?— যি খৰচ হ'ল হ'ল, আৰু খৰচ কৰাৰ দৰ্কাৰ কি?

ত্ৰৈলোক্য : মহেনটো বেযা ল'ৰা নহয় আই, টকা দেখি তোক তালৈ দিব খোজা নাই। তাৰ স্বভাৱ চৰিত্ৰও ভাল।

লবঙ্গ : দেউতা···· মোৰ কবলৈ একো নাই।···· এই বিয়াত মই সুখী হব নোৱাৰিম—

ত্ৰৈলোক্য : তই যদি সুখী হবই নোৱাৰ—আৰু নোৱাৰ বুলি যদি সঁচাকৈয়ে জান, তেন্তে আমি বিয়া দিম কিয়?— কিন্তু তাৰ এটাটো কাৰণ লাগে।— তইনো বাৰু কিয় বিয়া কৰাব খোজা নাই?

লবঙ্গ : দেউতা মোক সেই প্ৰশ্ন নকৰিব। আপোনালোকৰ মনত বেজাৰ দি, মই বিনা কাৰণত অবাধ্য হব খোজা নাই।

ত্ৰৈলোক্য : বেচ্ তেন্তে। আজিয়েই চিঠি লিখি বিয়া বন্ধ কৰি দিওঁ।

অলকা : আপুনিও আৰু ল'ৰা হৈ গৈছে।

লবঙ্গ : মা।

অলকা : [ খঙেৰে ] কি হ'ল? [ লবঙ্গই তলমূৰ কৰে ]

ত্ৰৈলোক্য : বুজিছা, এই বিয়া পতা বিধতাৰ অভিপ্ৰেত নহয়। বাৰু মই বিয়া বন্ধ কৰিছোঁ। তই মন মাৰি নেথাকিবি।

[ প্ৰস্থান ]

অলকা : যি কৰে কৰি থ'ক—আমাক কেলেই! [ প্ৰস্থান ]

লবঙ্গ : [ ভাবি ] দেউতাই মোৰ অন্তৰৰ কথা বুজিছে। কিন্তু মাই?··· এতিয়াও নুবুজিলে। পিতৃ-মাতৃৰ অবাধ্য হোৱা

হেনো মহাপাপ । হওক পাপ —তালৈ ভয় নকৰোঁ । প্ৰেমৰ লগত পাপ-পুণ্য নাই, ধৰ্ম্ম-অধৰ্ম্ম নাই, স্বৰ্গ-নৰ্ক নাই । বিচাৰ অবিচাৰ নাই—একো নাই । [ আকৌ ভাবি ] যদি বিপিনলৈ মোক দিবলৈ আপত্তি কৰে ? তেতিয়া ? এটা বিপদৰপৰা হাত সাৰিছোঁ,—সিটোলৈ সময় আছে ।

— —

## দ্বিতীয় দৃশ্য

ডিব্ৰুগড়ৰ দেৱপ্ৰসাদ বৰুৱাৰ ঘৰ

[ হাতত এখন চিঠি লৈ ]

দেৱ : [ বিৰক্তিৰে ] ডাঙৰ মানুহ হৈও কথাৰ ঠিক নাই ।—আগেয়ে বিয়া পাতিবলৈ ততেই নাই,—ফাগুনতে পাতে—"এতিয়া বিশেষ কাৰণত বিয়া বন্ধ কৰিব লগাত পৰিলো,—হয—আমি ছোৱালী খুজিবলৈ গৈছিলোনে ?—উপযাচি দিছিলা কিয়, এইবোৰ আকৌ ভদ্ৰলোক !

[ মাধবীৰ প্ৰৱেশ ]

বিয়া নহয় হে । ভদ্ৰলোকে হেনো বিশেষ কাৰণত বিয়া বন্ধ কৰিব লগাত পৰিলে । এয়া চিঠি ?

মাধবী : কোনে ?

দেৱ : ৰায় বাহাদুৰ শ্ৰীযুত ত্ৰৈলোক্য নাথ বৰুৱাই—কোনোবা লাটচাহাবৰ বেটা পাইছে ।

মাধবী : ইমানবোৰ টকা পইছা খৰচ কৰোৱাই এইবোৰ আকৌ কি কথা ?

দেৱ : এইবোৰ ভদ্ৰলোকৰ কথা । মহেনক কৈ দিয়া এতিয়াই,—সি মিছাকৈ কাগজ-পত্ৰ ছপাই পইচা আৰু খৰচ নকৰিব ।

মাধবী : এ আই ! ইয়ালৈকে আকৌ ছোৱালী যাচে !

[ প্ৰস্থান ]

দেৱ : মনি,—মনি,—মনি

[ নেপথ্যত দেউতা ]

কুকুৰ পোৱালি ! এইপিনে আহ ।

[ ভযে ভযে মনিৰ প্ৰৱেশ ] মতা শুনা নাই পাঁজি ? মোৰ লাঠিডাল লৈ আহ, ড্ৰাইভাৰক মটৰ গেৰেজৰপৰা উলিয়াবলৈ ক' ।

[ মনিৰ প্ৰস্থান ]

এখন ভালকৈ গাচি লিখিয়েই দিম নে কি ?

[ লাঠি লৈ মনিৰ প্ৰৱেশ ]

[ লাঠিলৈ ] ছিঃ এইবোৰকে ৰায়বাহাদুৰ বোলে ?

[ প্ৰস্থান ]

[ কথাপাতি মহেন আৰু মাধবীৰ প্ৰৱেশ, তাৰ আগতে মনিৰ প্ৰস্থান ]

মহেন : ভালেই হৈছে আইতা । I. A. B. A পাছ কৰা ছোৱালী আমাক নেলাগে । ক'ৰবাত ভাল দৰা পাইছে দিযক । আমাৰটো বেয়া পোৱাৰ একো কাৰণ নাই ।

মাধবী : বেয়া নাপাম ? সেইখন মুখেৰে ছোৱালী যাচিছিল কিয় ?

মহেন : খং কৰি লাভ কি আইতা ? পিতৃ-মাতৃয়ে সন্তানৰ সুখৰ কামনা কৰে—সেই কামনাৰ শেষ নাই—সুখ যিমানেই পাওক—তৃপ্তি নাপায়—আৰু বিচাৰে । ৰায়বাহাদুৰে কিজানি আমাতকৈও উপযুক্ত এঘৰ পাইছে—নিদিব কিয় ? মোৰ যদি এজনী ভনী থাকিলেহেঁতেন । তেন্তে আমিও যিমান পাৰো ভাললৈহে দিবলৈ চেষ্টা কৰিলোহেঁতেন ।

মাধবী : সিহঁতৰ মুখৰ কথাৰ ঠিক নাই কিয় ?

মহেন : সন্তানতকৈ পিতা-মাতাৰ কি বেছি সম্পদ থাকিব পাৰে আইতা ? সন্তানৰ সুখৰ কাৰণে নৰকলৈকো যাবলৈ প্ৰস্তুত ।

মাধবী : বাৰু দেখি থাকিম– বেনে ৰজা-মহাৰজাৰ ঘৰত জীয়েক পৰে । [ প্ৰস্থান ]

মহেন : মানুহৰ দোষ কি ? ই স্বাভাৱিক । মানুহৰ আশা-ভাৰষাব শেষ নাই । থাকিবই বা পাৰে কেনেকৈ ? মানুহ সৃষ্টিব শ্ৰেষ্ঠ জীৱ । উচ্চাকাঙ্ক্ষা নাথাকিলে কোনো জাতিৰে উন্নতি নহয় ।— কিন্তু বুজিব পৰা নাই— ৰায়বাহাদুৰৰ ই আকাঙ্ক্ষা নে লোভ ?

[ যতীনৰ প্ৰৱেশ ]

আহা ভাই, বৰযাত্ৰা হৈ যাবলৈ প্ৰস্তুত আছাতো ?

যতীন : নিশ্চয় প্ৰস্তুত ।

মহেন : বহা । [ যতীন বহে ] বন্ধু, তোমালোকৰেই দুৰ্ভাগ্য । বাহী বিয়াৰ দিনা বন্ধু পত্নীৰ দৰ্শন লাভ নঘটিব ।

যতীন : আমাৰ অপৰাধ ?

মহেন : অপৰাধ ।–সেইদিনা তোমালোকৰ ৰিষ্ট পৰিছে - শনি প্ৰৱল ।

যতীন : নেচাও ভাই, নেলাগে দেখুৱাব । পাপী দেহা পাপতে লিপ্ত থাকক । গঙ্গা স্নানৰ সুবিধা যদি নাই, নেলাগে ।

মহেন : যতীন, বিয়া নহয় । ৰায়বাহাদুৰে আজি দেউতালৈ চিঠি লিখি বিয়া বন্ধ কৰিছে ।

যতীন : তাৰ কাৰণ ?

মহেন : আচল কাৰণ এতিয়াও নেজানো । মাত্ৰ লিখিছে “বিশেষ কাৰণত বিয়া বন্ধ কৰিব লগাত পৰিলো ।”

যতীন : মোৰ শপত মহেন ?

মহেন : সঁচাকৈয়ে ভাই, তোমাৰ শপত ।

যতীন : ই কি ঃ তামচা নে কি ? সকলো ঠিক ঠাক কৰোৱাই— What sort of man he is ? A liar, I say. তোমালোকৰেই ভুল হে—একো নভবা নিচিন্তাকৈ যাৰে তাৰে লগত Engagement কৰি পেলোৱা ।

মহেন : আমাৰ তাত কি বিশেষ লোকচান হ'লহে ?

যতীন : কি লোকচান হোৱা নাই হে ? কৰা, Insulting case কৰা, চাও ৰায়বাহাতুৰ ক'ত উফৰি যায় ?

মহেন : বাকু কৰিম আহা ।
এতিয়া অলপ ওলাই যাওঁ । Town Hall ত অলপ কাম আছে ।

যতীন : Town হলত কাম আছে ! Town Hall ত কাম আছে !! Self reliance নথকা মানুহ তোমালোককহে দেখিছো । [ দুয়োৰে প্ৰস্থান ]

— x —

## তৃতীয় দৃশ্য

অনাদিৰ ঘৰ

[অনাদিয়ে বিছনাত সাৰ পাই নিজে নিজে]

অনাদি : হওঁতে এটা ভাল ধেমালিয়েই ওলাইছে দেই । বাপেক মাকে বিয়া পাতিলে—জীয়েকে বন্ধ কৰিলে । যুগ উলটিল । আমাৰ বিপিনৰো ক্ষমতা আছে দেখিছো । অ' এনেয়ে নদীৰ পাৰত বহি তপস্যা কৰা নাই ! হওক তেও সাধকৰ সাধনাই সিদ্ধি হওক ।

[বিপিনৰ প্ৰৱেশ]

বিপিন : [বিছনাৰ কাষ চাপ] এইটোৰ টোপনি চোৱা । অনাদি ! অনাদি !

অনাদি : ৰ'বা মই স্বপ্ন দেখিছো । দিগদাৰ নকৰিবা ।

বিপিন : মই ভাবিছিলোঁ বোলো সঁচাকৈয়ে টোপনি হব পায । উঠা ! উঠা !

অনাদি : [উঠি] মই উঠিছো বাৰু । পিছে মোৰ লগত বিয়াৰ বন্দবস্ত হোৱা নাই । ভাঙ্গিব পাতিব নেলাগে ।

বিপিন : একো নুবুজিলোঁ ।

অনাদি : ইমানতো নুবুজিলা ? নুবুজিলা, ভালকথা বজাবৰ চেষ্টা কৰি নিদিওঁ প্ৰাণত বাথা । — পিচে, কিমান দূৰ চলিছে ?

বিপিন : কি ?

অনাদি : প্ৰেম অভিনয ।

বিপিন : কাৰ লগত ?

অনাদি : শ্ৰীযুত লৱঙ্গলতা বৰুৱাৰ লগত ?

বিপিন : লৱঙ্গ আকৌ শ্ৰীযুত হ'ল কেতিয়াৰপৰা !

অনাদি : যেতিয়াই বৰমতা হৈ বাপেক মাকে পাতিব খোজা বিয়া নকৰাওঁ বুলি ভাঙ্গি পঠিয়ালে ।

বিপিন : তোমাৰ ভুল হৈছে অনাদি । মাইকী মানুহক এনেকৈ আক্ৰমণ কৰিব নেপায় ।

অনাদি : কোন মাইকী ? লৱঙ্গ ? দস্তুৰমত মতা ।

বিপিন : তোমাৰ লগত কথা পাতিব নেপায় । এজনী অবলা ছোৱালীক, পুৰুষ হৈ, তুমি এনেকুৱা আচৰণ কৰা উচিত নহয় ।

অনাদি : আমাকো বাৰু মাইকীকে বোলা ।

বিপিন : ছিঃ বৰ অন্যায় ! অনাদি লৱঙ্গই তোমাৰ ওচৰত কি দোষ কৰিলে ? তেওঁৰ ওপৰত তোমাৰ এনেকুৱা ভাব হ'ল কেতিয়াৰ পৰা ?

অনাদি : যিদিনাই তোমাৰ নিচিনা এজন পুৰুষ প্ৰৱৰক নদীৰ তীৰত বহুৱাই তপস্যা কৰিবলৈ বাধ্য কৰালে—আৰু যিদিনাই লৱঙ্গই পিতৃ-মাতৃৰ আজ্ঞা উলঙ্ঘা কৰি তেওঁলোকে বাচি দিয়া যোগ্য পুৰুষৰ পত্নীত্ব গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে —সেই দিনাৰে পৰা বন্ধু !

বিপিন : শুনা অনাদি ! তুমি হয়তো বহুত কথা নাজানা, লৱঙ্গ আৰু মোৰ সৰুৰে পৰা চিনাকি। সৰুৰে পৰা দুয়ো দুয়োকো ভাল পাওঁ। যৌৱনত সেই ভালপোৱা আৰু গাঢ় হৈ আহিল। এজনৰ বিচ্ছেদ যেতিয়া ইজনে সহিব নোৱাৰা হ'লো—দুয়ো প্ৰতিজ্ঞা কৰিলো বিবাহ দোলেৰে দুয়োকো আপোন কৰি বান্ধি লম বুলি। সেইকাৰণেই মহেনৰ লগত হ'বলগীয়া বিয়াত লৱঙ্গই ঘোৰ আপত্তি কৰিলে, আৰু বিয়াও বন্ধ হ'ল। তুমি সেইবোৰ কথাৰ একো গম নোপোৱা। সেইকাৰণেই তেনেকৈ কৈছা।

অনাদি : সময়লি নেপাওঁ, আৰু সেইকাৰণেই তেনেকৈ কৈছোঁ।

বিপিন : তুমি ভাবি চোৱা অনাদি ! এজনী অবলা বালিকাৰ এখন সোণৰ সংসাৰ ধূলিস্যাৎ কৰিবলৈ পিতামাতাৰে বা কি অধিকাৰ? মহেনৰ লগত বিয়া হোৱা হ'লে লৱঙ্গৰ জীৱন শ্মশান হ'লহেঁতেন আৰু মোৰো সংসাৰ মাটি হ'লহেঁতেন।

অনাদি : শুনি গৈছো কৈ যোৱা।

বিপিন : মোৰ আৰু কবলৈ একো নাই। সকলো গুপুত কথা তোমাক ভাঙ্গি ক'লো। পাৰা যদি তুমি এবাৰ ৰায়বাহাদুৰৰ আগত আমাৰ বিয়াৰ প্ৰস্তাৱ কৰি চাব পাৰা।

অনাদি : মই ?

বিপিন : নোৱাৰিবা জানো ?

অনাদি : পাৰিলে পাৰিবও পাৰো। পিছে সাহস হোৱা নাই।

বিপিন : কিয় ?

অনাদি : তেখেত হ'ল ৰায়বাহাদুৰ আৰু আমি ১১০ ধাৰাৰ। আমাৰ কথাত কি কাণ দিব ?

বিপিন : তুমি এনেয়ে Graduate হ'লানে ? তোমাৰ সেইকণো সাহস নহলনে ?

অনাদি : Graduate হ'লে হ'ব কি ? আমাৰ নিচিনা কেইটা Graduate য়ে ৰায়বাহাদুৰৰ ওচৰত হাজিৰা মহৰী কামকে বিচাৰি পোৱা নাই। — অথচ স্বাধীন জীৱনো কিম্বা নাঙলৰ খুঁটিত ধৰিবলৈ সমৰ্থ নহওঁ। বাৰু এটা শপত খোৱা— যেতিয়া তুমি ৰায়বাহাদুৰৰ জোঁৱায়েক হ'বা, হবা কি, একৰকম হৈছাই, — মোক তেখেতৰ এখন বাগিছাত Manager পাতিম বুলি কোৱা। তেতিয়া হ'লে এবাৰ ভাও ভক্তিৰে কৈ চাব পাৰোঁ।

বিপিন : বাৰু সেইবোৰ থোৱা। কৈ চাবাচোন। মই যাওঁ দেই, থাকিবা। অলপ কাম আছে, নহলে বহিলোহেঁতেন।

অনাদি : যোৱা যোৱা, কামনো নেথাকিব পাৰেনে? [বিপিনৰ প্ৰস্থান] ধ্বংসৰ বাটত যেতিয়া ভৰি দিছা ধ্বংস হ'বই। চেষ্টা কৰি চাওঁ। কিজানি তোমাক ঘূৰাব পাৰোৱেই। লবঙ্গলতা কেনে গৰাকী আমাৰ বেচ জনা আছে। সেইবোৰ লোকৰ কথা ভাবিলে হ'ব কি ? এঘমটি মবাই যাওক। [শোৱে]

— x —

## চতুৰ্থ দৃশ্য

[নন্দী ফুকনৰ ঘৰ]

নন্দী : ল'ৰাটোৰো বিয়া পাতিব লাগে। ছোৱালীজনীকো বিয়া দিব লাগে। ভাল দৰাও পাবলৈ নাই। কি কৰা যায়! বুঢ়া হৈ আহিছো, কোনদিনা কি হয় কোনে জানে ?

সোনকালে ল'ৰাটোলৈকে ছোৱালী চাব লগা হ'ল। বিৰজাক আগতে উলিয়াই দিলে মোৰ বৰ দুখ হ'ব। তালৈকে এতিয়া [বিৰজাৰ প্ৰৱেশ]

বিৰজা : দেউতা আজি 'বিসৰ্জ্জন' থিয়েটাৰ হ'ব। ককাইদেৱো যাব, মযো যাম বুলি ভাবিছো, পঠিয়াবনে ?

নন্দী : ক'ত থিয়েটাৰ হ'ব ?

বিৰজা : আমাৰ অসমীয়া থিয়েটাৰ হলত।

নন্দী : কি নাটক ?

বিৰজা : 'বিসৰ্জ্জন'—আনন্দ বৰুৱাৰ।

নন্দী : টোপনি খটি কৰিলে গা বেয়া হ'ব আই।

বিৰজা : সোনকালে আহিম নহয়।

নন্দী : যাব খুজিছ, যাবি বাৰু। বিপিন ক'লৈ গ'ল।

বিৰজা : ফুৰিবলৈ গৈছে। হয়নে দেউতা, লবঙ্গহতৰ ঘৰলৈ কালি বোলে ডিব্ৰুগড়ৰপৰা মানুহ আহিছিল।

নন্দী : নাই ক'তা, একো খবৰ পোৱা নাই। বিয়া ভাঙ্গিলে আহিনো কি কৰিবহি ?

বিৰজা : আমাৰ ককাইদেউলৈকে লবঙ্গক ধৰিলে বেয়া হ'বনে দেউতা ?

নন্দী : ৰায়বাহাদুৰৰ ঘৰৰ ছোৱালী ? নেলাগে আই ! ডাঙৰ মানুহৰ বোৱাৰী মোক নেলাগে, সিমান সুখত মই ৰাখিব নোৱাৰিম। তহঁত মাউৰা ল'ৰা-ছোৱালীহালক কষ্টও দিব নোৱাৰোঁ।

বিৰজা : কিয় দেউতা ? ককাইদেউৰ হ'লে লবঙ্গক বিয়া কৰাবৰ বৰ ইচ্ছা।

নন্দী : বিপিনৰ ? সি পাগল ! হে'ৰ কৰাব খুজিলেই বা লোকে দিব কিয় ?

বিৰজা : লৱঙ্গইও বোধকৰো ককাইদেউক বিয়া কৰাবলৈ অসন্মত নহ'ব ।

নন্দী : তয়ো পাগলী ! লৱঙ্গৰ কথা শুনিযেই বিপিনলৈ ৰাযবাহাত্বৰে তাইক দিবনে ?

বিৰজা : যদি দিযে দেউতা ?

নন্দী : যদি দিয়েও মই বিপিনলৈ লৱঙ্গক কেতিযাও বিযা নকৰাওঁ। গলগ্ৰহ এটা চপাই মৰিলেহে হ'ব । সেইবোৰ কথা থৈ দে আই । মই বজাৰৰ পৰা আহো । চাওঁ মোৰ চাদৰখন আনি দেচোন । [বিৰজাৰ প্ৰস্থান]
ৰাযবাহাত্বৰৰ জোৱাযেক মোৰ পো হ'ব নেলাগে ।
[নেপথ্যত—দেউতা কোনখন চাদৰ নিম ?]
আন আই যেই সেই এখন । ছাটিটোও আনিবি বৰষুণ দিব পাৰে ।
[ ছাটি আৰু চাদৰ লৈ বিৰজাৰ প্ৰবেশ । ]
দে আই, থিয়েটাৰ চাবলৈ যাম যদি মালতীক সোনকালে ভাত ৰান্ধিবলৈ ক'বি ।

বিৰজা : অ ক'ম । আপুনি আকৌ ৰাতি নকৰিব ।

নন্দী : নকৰোঁ আই । [প্ৰস্থান]

বিৰজা : মালতী, অ' মালতী ? [মালতীৰ প্ৰবেশ]

মালতী : কেলেই মাতিছিল আইদেউ ?

বিৰজা : সোনকালে ভাত ৰান্ধিবি, থিয়েটাৰ চাবলৈ যাম । আৰু মোৰ হাৰমনিয়ামটো আনি দে । [মালতীৰ প্ৰস্থান] লৱঙ্গও থিয়েটাৰলৈ যাব কিজানি, নহলে ককাইদেউৰ থিয়েটাৰত আজি ইমান ৰাপ নেদেখিলোহেঁতেন ।
[হাৰমনিয়াম দি মালতীৰ প্ৰস্থান]
[বিৰজাই গীত গায়, গীতৰ মাজতেই অনাদিৰ প্ৰৱেশ]

অনাদি : বিপিন ঘৰত আছেনে ?

বিৰজা : [লাজ কৰি] নাইকিয়া, ওলাই গৈছে ।

অনাদি : তেনে যোৱাই যাওঁক । [স্বগতঃ] ভগৱান ! ছোৱালীৰ মাথোন গান [ফুটাই] বিপিনক আহিছিলোঁ বুলি ক'বা । [যাব খোজে]

বিৰজা : [লাজ কৰি] অলপ বহকচোন । এতিয়াই আহিব কিজানি । [চকী এখন আগবঢাই দিয়ে]

অনাদি : ইকি লীলা দয়াময় ? [ফুটাই] হওঁতে বহিবও পাৰো তেনে । [বহে] [বিৰজাই তামোল আনিবলৈ ভিতৰলৈ যায়] [নিজে নিজে] কামিনী কুঞ্জত প্ৰৱেশ কৰিলোহি যেতিয়া কবিতা ওলালেই ।

হে নাৰী ! ই কি কৰিছা ছলনা ? নাই মোৰ যোগ
আৰাধনা, যদিওবা তুমি মোক বন্ধু বুলি জানা
তোমাৰ কাষত অকলে থকা দেউতাৰাৰ মানা ।
পাছৰ দুশাৰী সুবিধাজনক নহ'ল । এনেকুৱা ছল পালে
লাহে লাহে হৈ যাব ।

[বিৰজাৰ তামোল লৈ প্ৰৱেশ]

বিৰজা : তামোল খাওক ।

অনাদি : অ দিয়া, দেউতাৰা ঘৰত নাই নেকি ? মই আকৌ তেখেত আছে বুলিহে বহিলো ।

বিৰজা : নাইকিয়া ।

অনাদি : [স্বগতঃ] হওঁক তেও ৰক্ষা ! [ফুটাই] গানটো শেষ নকৰিলা কিয় ? ভাল গাইছিলা ....

বিৰজা : [লাজ কৰি] নাই নেজানো গান । এনেয়ে........ ।

অনাদি : হওঁক, হওঁক বেছ হৈছে । [বিপিনৰ প্ৰৱেশ]

বিপিন : কি হে মিষ্টাৰ, কেতিয়া আহিলা ? ভালেই কৰিলা ভাই । তোমাৰ ওচৰলৈ যাবহে খুজিছিলোঁ ।

অনাদি : এই পাইছোহি, তোমাৰ আগে আগে । পিছে গৈছিলা কোন ফালে ?

বিপিন : অলপ হাৱা খাই আহিলো। বাৰু বহা মই ভিতৰৰ পৰা আহোঁ ।

[পট পৰে]

### ৫ম দৃশ্য

[সময় সন্ধ্যা, ত্ৰৈলোক্য বৰুৱাৰ ঘৰৰ ফুলনি]

[লৱঙ্গ অকলে]

লৱঙ্গ : সেই হাসনাহানাজোপাৰপৰা কেনে সুন্দৰ গোন্ধ আহিছে। বতাহে চাগৈ সেই সৌৰভ কিমান দূৰ বিলায় দিছে। আকাশত সৌ সুধাকৰ, আৰু পৃথিৱীৰ এচুকৰ ৰাশি ৰাশি ফুলৰ মাজত মই । আজি তেওঁ আহিবৰ কথা । এই ফুলনিলৈকে তেওঁ আহিম বুলি কৈছিল । ক'তা এতিয়াও নাহিল দেখোন । নাহিবই নেকি ? নাহিব কিয় ? মোৰ প্ৰেম উপেক্ষা বিপিনে কৰিব নোৱাৰে । অতদিন যাক ........ [লাহে লাহে চোৰৰ দৰে বিপিনৰ প্ৰবেশ ।] কোন ?

বিপিন : মই । মনে মনে থাকা ।

লৱঙ্গ : আপুনি আহিলে ? [আগবাঢ়ি যায়]

বিপিন : অহিলো লৱঙ্গ । শত সাধনাৰ মানিক মোৰ এয়ে মোৰ স্বৰ্গ, আৰু মোক একো নেলাগে ।

লৱঙ্গ : ফুকন, আমাৰ হিয়া আকৌ প্ৰেম পুলকত ভাহিছে । আপুনি মোক সঁচাকৈয়ে .... .. ।

বিপিন : লৱঙ্গ, প্ৰাণৰ লৱঙ্গ, তোমাক, তোমাক নেপালে মোৰ কি হ'ব ? দেউতাৰাই যদি তোমাক মোলৈ বিয়া নিদিয়ে ? উঃ ভগৱান ! কোৱা লৱঙ্গ মোলৈ তোমাক দেউতাৰাই বিয়া দিবনে ?

লৱঙ্গ : নিশ্চয ফুকন। নিদিলেনো ক্ষতি কি? যেতিয়া আপোনাক স্বামী বুলি ভাবিছো, কাৰ সাধ্য আছে আমাৰ মিলনত বাধা দিবলৈ? আমি দুযো প্ৰেম উদ্যানত এইদৰেই প্ৰেমৰ মালা গাঠিম, এইদৰেই ইটিযে সিটিক পিন্ধাই দিম। চিন্তা কিহৰ ফুকন?

বিপিন : লৱঙ্গ, লৱঙ্গ নেজানো কোন ভাগ্যৰ বলত তোমাক পাইছো। নেজানো কোন পুণ্যৰ বলত তোমাৰ অন্তৰত সোমাই আপোন হ'ব পাৰিছোঁ। [অনাদিৰ প্ৰৱেশ]

অনাদি : পূৰ্ব্ব জনমৰ ইটো নোহে পুণ্যফল
নাৰীৰ মোহিনী শক্তি অতিকে প্ৰৱল ॥

বিপিন : [সভযে] তুমি, তুমি কিয ইযাত অনাদি?

লৱঙ্গ : [খঙ্গেৰে] আপোনাক ইযালৈ কোনে আহিবলৈ কৈছিল?

অনাদি : দেৱী অপৰাধ মাৰ্জ্জনা কৰিব। কাৰো অনুমতি লবলৈ সময নহ'ল।

লৱঙ্গ : লোকৰ ফুলনিত চোৰৰ দৰে সোমাবলৈ আপোনাৰ লাজ নেলাগিল?

অনাদি : দেৱী, যি অধিকাৰত আপোনালোকে চোৰ প্ৰবৃত্তিৰ বশৱৰ্ত্তী হৈ প্ৰেম মৌ পান কৰি নিজ স্বাৰ্থ চৰিতাৰ্থ কৰিছে, সেই, সেই অধিকাৰতে দেৱী। ক্ষমা কৰক দেৱী।

লৱঙ্গ : ক্ষমা কৰিছো। কিন্তু ক্ষমাৰো সীমা আছে। আপুনি যাব পাৰে এতিয়া।

অনাদি : মনত ৰাখিবা বিপিন। তুমি ধ্বংসৰ পথত ভৰি দিছা, কিন্তু তাৰ উদ্ধাৰকৰ্ত্তা স্বযং মই। বেচ যাওঁ।

[প্ৰস্থান]

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

[ ত্ৰৈলোক্য বৰুৱাৰ ঘৰ । সময় আবেলি । ]

[ বৰুৱাই ভাবি থাকে ]

ত্ৰৈলোক্য : জগতখনেই ভুল । মানুহৰ মস্তিস্কৰ বিকাৰ নঘটিব কিয় ?
[নন্দী ফুকনৰ প্ৰবেশ]

নন্দী : বৰুৱা অকলেনো কি ভাব ভাবি আপোন পাহৰা হৈছে ? আপোনাৰ শৰীৰৰ কিবা অসুখ নেকি ? বহুতদিন খা-খবৰ কৰিবলৈও অহা নাই । সময়ও পোৱা নাই । আজি ওলায় আহিছো বোলো ফুৰাই যাওক ।

ত্ৰৈলোক্য : ফুকন, বাগিছাৰ কথা ভাবিয়েই মৰ ঘূৰাই থাকে । জানেই নহয় Tea Market.

নন্দী : যা হওক অলপ উঠিছেই বুলিব ।

ত্ৰৈলোক্য : কিছুমানে ভাল দাম পাইছে । কিন্তু নোহোৱাৰ নায়েই ।

নন্দী : এৰা ।

ত্ৰৈলোক্য : ভালেই কৰিলে আহি । আপোনাৰ ওচৰলৈ এদিন যাম বুলি ভাবিছিলোঁ ।

নন্দী : ময়ো আহো আহো বুলি আহিবই পৰা নাই । এইবাৰ কিছুমান তামোল-পাণ লগাইছোঁ । নিজে ঘৰত নেথাকিলে আকৌ কোনে কাম-বন কৰিব ? সকলো মিছা ! তাতে বতৰটোও বৰ ভাল দেখা নাই । লোৰ কটাই···· ·

ত্ৰৈলোক্য : কিমান লগালে ?

নন্দী : নাই, মুঠ ১৬।১৭ শ মানহে হ'ব ।

ত্ৰৈলোক্য : ১৬/১৭ শ ? হৰি হৰি ! আপুনিও এটা কাম কৰিছে দেখিছো ··· এটা বিৰাট কাৰবাৰ ।

নন্দী : আৰু বেছি কৰিবৰ কথা আছিল। পিছে বৰ্ত্তমান অলপ অসুবিধাত পৰিছোঁ।

ত্ৰৈলোক্য : বাৰু ফুকন ! এটা কথা কৰিব খুজিছোঁ। বিপিনলৈ লৱঙ্গক দিব খুজিছোঁ। আপুনি কেনে দেখে ? বিয়া কৰাবৰো সময় হ'ল।

নন্দী : কেলেই মোৰ লগত ধেমালি কৰিছে বৰুৱা ?

ত্ৰৈলোক্য : ধেমালি নহয় ফুকন, সঁচাকৈয়ে কৈছো, কওক আপোনাৰ কি মত ? কিবা আপত্তি আছেনে ?

নন্দী : [স্বগতঃ] এই পৰীক্ষা ভগৱানৰ অগ্নি পৰীক্ষা। সত্য প্ৰকাশ কৰিবলৈ ভগৱান সাহস দিয়া !!! [ফুটাই] বৰুৱা ক্ষমা কৰিব। মই নিঃকিন ! এই কাম কেনেকৈ হ'ব ? আপোনাৰ দুৱাৰ মুখত, লৱঙ্গ আইদেউৰ কপালত সুযোগ্য স্বামী আছে। বিপিন অতি নগণ্য।

ত্ৰৈলোক্য : হওক নগণ্য, তথাপিও বিপিনক মই জোঁৱাই কৰিব খোজোঁ। [ভিতৰত লৱঙ্গৰ গান]

নন্দী : বৰুৱা; এটা কথা—বেয়া নেপাব। আমাক লাগে ঘৰত কাম-বন কৰি খাব পৰা ছোৱালী। মাজু আইদেউ আমাৰ নিচিনা মানুহৰ ঘৰত পৰিলে দুখুৱাই বৰুৱা।

ত্ৰৈলোক্য : [খঙ্গেৰে নিজে নিজে] বুজিছো ! যাচি দিলে সুৱৰ্ণৰো মূল্য নাই। সঁচা কথা। [ফুটাই] বাৰু ফুকন এটা কথা কওঁ কওঁ বুলি পাহৰিয়েই আছোঁ। নাচপতি গছ কোনফালে ৰোৱে। মোৰ গছ কেইজোপা লোডা লোডে বাঢ়ি গৈছে। কিন্তু ফল ধৰা নাই।

নন্দী : বাৰু আহকচোন ! বাৰীলৈকে যাওঁহক। তাতে কথা-বতৰা হ'ম। [প্ৰস্থান]

## দ্বিতীয় দৃশ্য

[ ডিব্রুগড়ৰ দেৱপ্ৰসাদ বৰুৱাৰ ঘৰ ]

[ যতীন, মহেন, ৰমা, ললিত লগতে হাৰমনিয়াম ]

মহেন : গোৱা গোৱা

ৰমা : Yes, Go on.

ললিত : ভাবিবলৈ দিয়াচোন। আমি আৰুটো বাইজী নহওঁ, ওঁঠতে গলিব গানটো।

মহেন : মনি! মনি! তামোল আন।

ৰমা : only তামোল। [ ললিতে গান গায় ]
Beauty Beauty, তুমি ওস্তাদ হৈ পৰিলাহে।

ললিত : Let me finish the song first.

মহেন : yes yes Quite so, Don't bisturb him Rama. [ গান শেষ হয় ]
গোৱা আৰু এটা গান গোৱা।

ললিত : তোমাৰ বিয়াখন খাবলৈ পোৱা হ'লে গায়েই থাকিলো-হেঁতেন। এতিয়া আৰু কি গাবা? যুৱতীৰ প্ৰাণ ইমান চঞ্চল।—অ' এৰা বিয়া হোৱা হ'লে পৰহিলে তোমাৰ বিয়া হ'লহেঁতেন। ভাল সাৰিলা! Promise কৰাহে বিয়া নকৰাওঁ বুলি। First you are a failure.

যতীন : কিয় Promise কৰিব? তাৰো কথাবোৰ Must Mary লৱঙ্গ! এবাৰ বিয়া ভঙ্গ হ'লেই যে জীৱনত ছোৱালীৰ সঙ্গ ত্যাগ কৰিব লাগিব, তাৰ কোনো অৰ্থ নাই। জাগা বন্ধু জাগা। মন মাৰি থাকিবা কিয়? আমাৰ অসম দেশত দেখুৱাব লাগিব ডেকাৰ Birth, Right, Marriage। দেশৰ প্ৰত্যেক যুৱকক Excited কৰিব লাগিব। জানিছা ভাই বহুত আছে, যাওঁক লৱঙ্গ, আছে বহু সঙ্গ, কিয় দিবা ভঙ্গ?

মহেন : এই পাগল । পাগলামি কিয় ?

ৰমা : দ্ৰৌপদীৰ সয়ম্বৰত আমাৰ মিষ্টাৰৰ কৰ্ণৰ অৱস্থা হোৱাদি হ'ল ।

ললিত : কি কৰ্ণৰ অৱস্থা হ'ল ? নিদিলে ছোৱালী ভালেই হ'ল, সেইপাতক আনি ফুল তুলসী দি পূজা কৰি থাকিব লাগিলহেঁতেন । তুমি নেজানা তাইৰ কথা । মই সিবাৰ কলিকতালৈ যাওঁতে তেখেতক দেখিছিলোঁ । এদিন Paık street ত খোজ চাই মতানে মাইকী চিনিবই নোৱাৰিলোঁ । তোমাক কৈছো, তোমাৰ নিচিনা ২/৪ টা উজুটিতে উফৰাই পেলাব নহয় ।

মহেন : চুপ কৰা অন্ততঃ মাইকী মানুহক ইমানকৈ Critıcise কৰা বৰ বেয়া ধেৎ ।

যতীন : Actually. এতিয়া অন্য ঠাইত কিবা এটা কৰি পেলোৱা, আমাৰ Patience আৰু নাই । তোমাৰ বিয়া ফাগুনততো গৈছেই, বহাগত হবই লাগিব যেনেতেনে ।

মহেন : ছোৱালী বিচাৰি দিয়া, মোৰ দৰা হোৱাত আপত্তি নাই ।

ৰমা : আমাৰ দেশখন দুটা কথাই খালে—এক হৈছে Aııstocracy আৰু নহলে তোমাৰ Diplomacy.

যতীন : মনৰ কথা ক'লা ভাই, মনৰ কথা ক'লা ।
[ মনিৰ তামোল লৈ প্ৰৱেশ ]
ভাল আহিলি ? ইমান সোনকালে আহিব পাৰিলিনে ?

মনি : পাণ নাছিল ঘৰত, দোকানৰপৰা পাণ আনিছে—

ললিত : যা যা এইটো ! [ মনিৰ প্ৰস্থান ]

মহেন : কালিলৈ ৰবিবাৰ । এটা Picnic ককে খোৱা যাওকহে বৰ স্ফুৰ্ত্তি হ'ব । কি বোলা ?

ৰমা : নিশ্চয়, yes, yes, your good suggestion. এৰা ভাই বহুতদিন বালিভাত খোৱা নাই । জৰুৰ, জৰুৰ ।

যতীন : ক'ত খাবা ?

মহেন : ব্ৰহ্মপুত্ৰৰ বালিত। ৭/৮ টা মান বজাত মটৰত ব্ৰহ্মপুত্ৰলৈ গৈ ঠাই চাই বন্দবস্ত কৰি খোৱা হব চত এটাত।

ললিত : বেয়া নহয়, সেয়েই হওঁক। এটা দিন এনেয়ে যাব কিয় ?

## তৃতীয় দৃশ্য

[ অনাদিৰ ঘৰ। চিন্তিত ভাবে অনাদিয়ে এখন চিঠি পঢ়ি থাকে। তাৰ পিছত কোঠাটোত অলপ ঘূৰি এখন চকীত বহে। চিঠিখন জাপি জেপত সুমুৱাই থয়। এনেতে [ লৱঙ্গৰ প্ৰবেশ ]

অনাদি : [ আচৰিত হৈ ] অ' বৰুৱা আপুনি আহিছে ? বোধকৰো বিপিনক নেপায় মোৰ ওচৰত আছে বুলিয়েই আহিল।

লৱঙ্গ : মই বিপিনক বিচাৰি অহা নাই। আপোনাৰ লগত দৰকাৰ আছে।

অনাদি : মোৰ ওচৰত দৰকাৰ ? মই একো বুজিব পৰা নাই, বৰুৱা ?

লৱঙ্গ : ভয় নাখাব।

অনাদি : আপোনাৰ কথা দেখি শুনি ভয় খাবলগীয়াই হৈছে। অ' আপোনাক বহিবলৈ ক'বলৈ পাহৰিছোঁৱেই। ক্ষমা কৰিব। বহক চকীখনতে।

লৱঙ্গ : ভাল বাৰু। সেইটো আপোনাৰ অনুগ্ৰহ। [ বহে ]

অনাদি : এতিয়া আপোনাৰ অভিপ্ৰায় কওঁকচোন।

লৱঙ্গ : ফুকন, সেইদিন মই মিছাকৈয়ে টান কথা কলোঁ। তাৰ কাৰণে মই নিজেই লাজ পাইছোঁ আৰু আপোনাৰ ওচৰত ক্ষমা খুজিবলৈ বুলি আহিছোঁ।

অনাদি : সেইটোনো কি কথা ? অৱশ্যে মোৰেই দোষ। মোকহে আপুনি ক্ষমা কৰিব।

লৱঙ্গ : কথাটো যেন ক'তো মুলিয়াই। সেই উপকাৰৰ প্ৰতিদান স্বৰূপে মোৰ আপোনাক দিবলৈ একো নাই। যদি বেয়া নেপায় মোৰ এই আঙঠিটোকে।

[ হাতৰপৰা আঙঠিটো খোলে ]

অনাদি : ইঃ অপুনি কি কথা কয়, মইনো আকৌ উলিয়াম কিয় ? আৰু মই আপোনাক এনে উপকাৰ কৰা নাই যাৰ কাৰণে পুৰস্কাৰ পাবৰ যোগ্য।

লৱঙ্গ : যোগ্য অযোগ্য বিচাৰ কৰি মই এইটো আপোনাক উপহাৰ দিব খোজা নাই, কিন্তু।

অনাদি : কিন্তু কি ?

লৱঙ্গ : হাতখন দিয়কচোন। [ আঙঠি পিন্ধাই দিয়ে ] ভুল নুবুজেতো ? ভাল মই এতিয়া আহোহে। [ অলপ দূৰ গৈ আকৌ ঘূৰি আহে ] আৰু এটি মোৰ অনুৰোধ, বিপিনে যাতে এই সম্পৰ্কে একো গম নেপায়। কাৰণ বিপিনৰ প্ৰতি মোৰ আগৰ ভালপোৱা জলাঞ্জলী দিছো আৰু আপোনাক······ [ লাজ সুলভ হাঁহি মাৰি গুচি যায় ]

অনাদি : ভগৱান আকৌ এইখন কি ৰহস্য ? মোৰ প্ৰতি কি চহ দিবলৈ ওলাইছা ? কিজানি লৱঙ্গই···· নাই অসম্ভৱ মোৰ দ্বাৰা ই হব নোৱাৰে।

[ পট পৰে ]

## ৪ৰ্থ দৃশ্য

[ ত্ৰৈলোক্য বৰুৱাৰ ঘৰ ]

[ বৰুৱা আৰু অলকাই কথা পাতি সোমাই আহে ]

অলকা : ভাল হৈছে, তাই আমাক খাবলৈ আহিছিল খাব !

ত্ৰৈলোক্য: নন্দী ফুকনেও স্পষ্ট জবাব দিলে বিয়া নকৰাওঁ বুলি। তথাপি মনে মনে ভবৰ হতুৱাই বিপিনকো সোধাইছিলো, সি ভবকো বোলে অপমান কৰিলে। শিৱসাগৰ, নগাওঁ আদিত যিখিনি ভাল ল'ৰা আছিল কোনেও তাইক বিয়া নকৰায়। তাইৰ হেনো স্বভাৱ চৰিত্ৰ বৰ ভাল নহয়। এতিয়া কৰা কি?

অলকা: মই আপোনাক আগেয়ে নকৈছিলোনে—মহেনৰ লগত বিয়া নাভাঙিব বুলি। তাইৰ কথা শুনি এইখন কৰিলে।

ত্ৰৈলোক্য: জানিবা কেনেকৈ? এনেকুৱা হয় বুলি জনা হ'লে তাইৰ কথা শুনি কেলেই বিয়া ভাঙিম? চিন্তা, চিন্তা আৰু নগ'ল। পঢ়াই শুনাই এইক ইয়াকে কৰিলোঁ।

অলকা: এতিয়া সেইবোৰ ভাবি থাকিলে কি হ'ব। কপাল ভালহোৱা হ'লে আমাৰনো এনেকুৱা হয়নে? যি হয় কিবা এটা সোনকালে কৰক।

ত্ৰৈলোক্য: কৰিবা কি? উস, যাকেই কওঁ -সিয়েই খালি না কৰে। এই মোৰ নাক কটালে। এইৰ স্বভাৱ চৰিত্ৰ দেখি আটায়ে থু পেলাইছে। সোনকালে কিবা এটা কৰিব পৰা টানেই। এই খালে, উঃ এই খালে।

অলকা: বিৰজাৰ বোলে বহাগত অনাদিৰ লগত বিয়া শুনিছেনে?

ত্ৰৈলোক্য: সেইবোৰ কথা লাগিছে কেলৈ? ভাল ছোৱালীৰ ভাল কথা। আমাৰ এই কুলক্ষণীৰ নিচিনানে তাই।

অলকা: আহক, আহক ভাবি থাকিলে কি লাভ? গা-পা ধুই ভাত খাওকহি।

ত্ৰৈলোক্য: ভাত কি খাবা? এইবোৰ বিহ খোৱা হৈছে! উস্‌।

[ দুয়োৰে প্ৰস্থান, আনফালৰ পৰা লৱঙ্গৰ প্ৰৱেশ ]

লৱঙ্গ: বিৰজাৰ লগত অনাদিৰ বিয়া! অনাদি মই যাচি দিয়া প্ৰেম তয়ো উপেক্ষা কৰিলি? বিৰজা মোতকৈও সুন্দৰী

হ'ল ! আৰু বিপিন ! তয়ো মোক উভতি নোচোৱা হ'লি ! বেচ ! যেতিয়া এবাৰ চৰিত্ৰহীনা বুলি সমাজৰ আগত চিনাকি দিছো ; আৰু লাজ কিহৰ ? সংসাৰত অকল তইঁতেই আছনে ? আৰু কোনো নাই জানো ? কতই মোৰ এটি চকুৰ চাৱনীৰ বাবে নিজৰ পিতা-মাতা এৰি দিব পাৰে, সংসাৰৰ লগত সম্বন্ধ ছিণ্ডিব পাৰে । কতই মোৰ আশাত নিজৰ জীৱনকো তুচ্ছজ্ঞান কৰিব পাৰে । প্ৰয়োজন হ'লে প্ৰাণকো এৰিব পাৰে ! তইঁতে কি বুজিবি ? মই চৰিত্ৰহীনা ! তইঁত কি ? মই কলঙ্কিনী ? অনাদি ! তোৰ প্ৰাণ নাই, প্ৰাণ থকা হ'লে, প্ৰেমৰ সোৱাদ বুজা হ'লে তই মোক উপেক্ষা নকৰ । বাৰু দেখা যাব !

[ অৰগেন বজায়, এনেতে অলকাৰ প্ৰৱেশ ]

অলকা : [ খঙেৰে ] দেউতাৰাৰ মুৰ কামুৰিছে । অৰগেন বজায় শুনাব নেলাগে । [ লৱঙ্গই মুখ মেলি হাঁ কৰি চাই থাকে । অলকাই অৰগেন বন্ধ কৰি গুচি যায় । লৱঙ্গই দীঘল হুমুনিয়া কাঢ়ি একেথৰে চাই থাকে ]

— x —

# চতুৰ্থ অঙ্ক

## ১ম দৃশ্য

[ অনাদিৰ ঘৰ, অনাদি অকলে ]

অনাদি : বিৰজাৰ লগত মোৰ বিয়া, কোনে ভাবিছিল ? লোকে ভাবিব পাৰিলেও অন্ততঃ মোৰ এদিনো সেই ভাব নেখেলাইছিল । পেটে পেটে বিৰজাক যে ভাল পাইছিলো, সেইটো অৱশ্যে ঠিক । বিৰজা সঁচাকৈয়ে ভাল ছোৱালী-জনী । এতিয়া আৰু বহি থাকিবৰ সময় নাই । দিনো

গুচৰ চাপিলেহি । দেউতাৰপৰা কালি চিঠি পাইছোঁ ৭/৮ দিনৰ ভিতৰতে ঘৰৰ আটাইবিলাক পাবহি । ডিব্রুগড়ৰ মহেন, ললিত, যতীন, ৰমাইতলৈ কালিলৈ চিঠি দিবই লাগিব । বিয়াৰ চাৰি পাঁচদিনৰ আগতে সিহঁত নাহিলে বৰ ভাল নেলাগিব । যা হওঁক, বিপিনৰ অন্তৰ আছে দেখিছোঁ, সিয়ো বিৰজাক মোলৈ দিবলৈ আপত্তি নকৰিলে ।

[ লৱঙ্গৰ প্ৰৱেশ ]

বহক, বহক মই আকৌ আন কোনোবা বুলিহে ভাবিছিলোঁ ।

লৱঙ্গ : [ বহি ] আপোনাৰ বোলে বিয়া পাতিছে ?

অনাদি : আমাৰনো কি বিয়া ?

লৱঙ্গ : কিয় বিৰজাৰ লগত আপোনাৰ বিয়া নহয় ?

অনাদি : শুনোতে শুনিছো ।

লৱঙ্গ : ওঁ বুজিছোঁ, আপোনালোকৰ দেখিছো অকণো লাজ নাই ।

অনাদি : হৈছে !

লৱঙ্গ : হয় ! মই চৰিত্ৰহীনা, কলঙ্কিনী আৰু আপোনালোক ? মই যাচি দিয়া প্ৰেম আপুনি উপেক্ষাতো কৰিলেই । সমাজৰ আগত, মানুহৰ আগত মোৰ বদনাম ৰতে কিয় ?

অনাদি : অ' আপুনি তামোল খাব জানো ?

লৱঙ্গ : [ খং কৰি ] মোৰ কথাৰ উত্তৰ দিয়ক ।

অনাদি : আপোনাৰ বদনাম মই ··

লৱঙ্গ : হয় আপুনি ।

অনাদি : মিছা কথা ।

লৱঙ্গ : মিছা কথা ? মোৰ আঙঠি দিয়ক ।

অনাদি : আপোনাৰ আঙঠিটো ।···

লৱঙ্গ : কি ?

অনাদি : বিপিনৰ হাতত আছে ।

লৱঙ্গ : কেনেকৈ ?

অনাদি : [ নিজে নিজে ] আজি এওঁ ভাল মতলৱত অহা নাই। সেও হৈ গৈছো মানে এওঁ চৰি আহিছে।

লৱঙ্গ : শুনক ফুকন, মোৰ আঙঠি বিপিনৰ হাতত পৰিল কেনেকৈ ? কিহৰ তৰ্ক কৰিব ? লাজ নেলাগেনে ফুকন এদিন যাক······· । [ বিপিনৰ প্ৰৱেশ ]

বিপিন : মানুহৰ ধৈৰ্য্য ধৰাৰ সীমা আছে লৱঙ্গ, বুজি বাজি কথা কবা, অন্ততঃ লোকৰ ঘৰত।

অনাদি : আত্ম বাপৰ দধ্যেস্থ, আৰু লোকৰ বহুত নিজৰ যেন দেখিছে তেখেতে নিজৰ ঘৰ বুলিহে কৈছে। পৰৰ ঘৰত কোৱা নাই।

লৱঙ্গ : বাৰু মই আহিলোঁ। কিন্তু পৰিণাম শোচনীয়।

অনাদি : হয়েই [ লৱঙ্গৰ প্ৰস্থান ]

বিপিন : বৰ কথা।

অনাদি : থৈ দিয়াহে সেইবোৰ কথা !

## ২য় দৃশ্য

[ দেৱপ্ৰসাদৰ ঘৰ, মহেন, যতীন, ললিত ]

যতীন : পিছে Mail Train ত যোৱাহে ভাল হ'ব কিজানি। টোপনি খটিতো হ'বই, বিয়ালৈ গুলাইছোঁ। যেতিয়া কেইদিন টোপনি খতি হয় কি ঠিক আছে।

ললিত : Taxi car ত যোৱাই ভাল হ'ব যেন পাইছোঁ।

মহেন : It will be very expensive.

যতীন : অৱশ্যে খৰচ হ'ব হয়, কিন্তু ফুৰ্ত্তি যে হ'ব।

[ ৰমাৰ প্ৰৱেশ ]

*ৰমা* : *Round Table* ত **Resolution** কিমান পাইছেগৈ ?

যতীন : Dominion status ৰ আলোচনা চলিছে।
ললিত : [ৰমাক] তুমি যাবানে নোযোৱাতে?
ৰমা : ক'লৈ?
ললিত : যোৰহাটলৈ।
ৰমা : অপৰাধ?
মহেন : অনাদিৰ।
ৰমা : Oh yes Surely.
যতীন : পিছে কিহত যাবা?
ৰমা : তোমালোক যিহত যাবা?
মহেন : There you are. Then you are our companion.
ৰমা : বৰযাত্ৰী হ'বলৈ তোমাৰ সৈতে যতিয়া নেপালো, লোকৰ বিয়ালৈকে তেও একেলগে যাওঁ।
যতীন : তোমাৰ কথাত দেখিছো কবিতা আছে।
ললিত : নেথাকিব পাৰেনে? তেওঁ মানুহটোৱেই কবিতা।
ৰমা : আমাৰ নিচিনা মানুহেহে তেওঁ Noble Prize পাইছে।
যতীন : তুমিও পাবা।
মহেন : তেন্তে পৰহিলৈ ৰাতিৰ গাড়ীত যোৱাই ঠিক হ'ল।
ললিত : Yes
ৰমা : হেৰা, তাকটো এটা Present দিব লাগিব।
যতীন : আলুগুটি।
মহেন : ধেং এটা কিবা দিবই লাগিব। নহলে বেয়া দেখাব।
ললিত : দৰা হৈ ছোৱালী Present পাবই, আকনো লাগিছে কি?
যতীন : আজি-কালি Present ৰ প্ৰথা উঠিয়েই গৈছে। Not up to date.
ৰমা : Up to date লৈ গৈ আমি নিজৰ Prestige হানি কৰিছো সেইটো জানিছানে নাই মিষ্টাৰ?

মহেন : কিবা এটা দিবই লাগিব । বাৰু সেই বিষয়ে যোৰহাটত দেখা যাব ।

ললিত : দিব লাগে দি থাকিবা ।

যতীন : মিষ্টাৰ এটা গানকে গোৱাহে । যাব লাগে যাম । কিমান একেটা কথাকে পাগুলী থাকিবা ।

মহেন : গাবা নেকি ? হাৰমনিয়ামটো অনাওঁ ।

ৰমা : সেইটোৱে কি গান গাব, জানিলেহে, তাতহে যিমানহে ফুটনি ।

ললিত : আপোনাৰ শ্ৰীমুখৰপৰাই এটা ফুটকচোন চাওঁ ।

ৰমা : নেজানো বুলি ভাবিছা নেকিহে ?

ললিত : জানা, জানা, ভাল জানা ।

ৰমা : All Right. লে আও হাৰমনিয়াম ।

যতীন : মনি হাৰমনিয়ামটো লৈ আহচোন । ইয়ালৈ এজন ভাল ওস্তাদ আহিছে ।

মহেন : সি নাই হ'ব পায় । বাৰু মই নিজে আনো ।

[ মহেনৰ প্ৰস্থান ]

যতীন : মিষ্টাৰে কি গান গাবা ? বঙ্গালী নে অসমীয়া ?

ৰমা : বঙ্গালীক প্ৰশ্ৰয় দিওঁ বুলি ভাবিছা নেকি ?

মহেন : [ হাৰমনিয়াম লৈ প্ৰৱেশ ] গোৱা ভাই ।

[ ৰমাই গান গায়, গান শেষ হোৱাৰ পিছত ]

ললিত : Third Class সেয়া গান গাইছে ? তাতকৈ আৰু কি গাবি ? এইখন গাই ই আমাক Insult হে কৰিলে ।

ৰমা : যি দোষ হৈছে, ক্ষমা কৰিব চাহাবসকল । মই এতিয়া উঠোহে ।

মহেন : বলা ভাই, আমিও অলপ ফুৰি আহোঁ ।

[ সকলোৱে প্ৰস্থান ]

## তৃতীয় দৃশ্য

[ ত্ৰৈলোক্য বৰুৱাৰ ঘৰ, লৱঙ্গ অকলে বিচনাৰ ওপৰত ]

লৱঙ্গ : সংসাৰ অসাৰ। ইয়াত সাৰ পদাৰ্থ নাই। কিন্তু সমাজ? কতবাৰ পুৰুষে কত অবলা নাৰীক, আজলী বালিকাক সৰ্ব্বনাশ কৰিছে। সিহঁতক একো কব নোৱাৰোঁ কিয়? সিহঁতৰ আগত মাত মাতিব নোৱাৰোঁ কিয়? কাৰণ— সিহঁত পুৰুষ। সিহঁতৰ দোষ হ'ব নোৱাৰে। দোষ কেৱল আমাৰ। আমি পুৰুষক কু পথলৈ টানি আনো। সৰ্ব্বনাশ কৰো। [ বিৰজাৰ প্ৰৱেশ ]

বিৰজা : লৱঙ্গ মন মাৰি আছা কিয়? কি ভাবিছা?

লৱঙ্গ : কি ভাবিছো? ভাবিছো বিৰজাৰ সংসাৰখন স্বৰ্গ নে নৰক? ভাবিছো নাৰীৰ জন্ম লোৱা অভিশাপ নে আশীৰ্ব্বাদ? পুৰুষ পিশাচ নে দেৱতা?

বিৰজা : তোমাৰ কথা একোকে ধৰিব পৰা নাই লৱঙ্গ। এইবোৰ কি কৈছা?

লৱঙ্গ : কৈছো মোৰ জীৱন ব্যৰ্থ হ'ল কেনেকৈ? কি পাপ কৰিছিলো বিৰজা, মোৰ বুকুত বিধতাই একুৰা জীয়া জুই জ্বলাই দিলে। [ চকুপানী টোকে ]

বিৰজা : কান্দিছা? লৱঙ্গ, লৱঙ্গ তোমাৰ কি হৈছে? তুমি কেলেই কান্দিছা?

লৱঙ্গ : কান্দি যদি শান্তি পালোহেঁতেন। তপত চকুপানীৰে এদিনো যদি দুখ পাতলাব পাৰিলোহেঁতেন? [ক্ষন্তেক বৈ] বিৰজা; তোমাৰ বিয়া?

বিৰজা : মই নিজেই তোমাক মাতিবলৈ আহিছোঁ।

লৱঙ্গ : [হুমুনিয়াহ কাঢ়ি] তোমাৰ বিয়ালৈ পাৰিলে আগদিনাই যাম। বুকুৰ জুই বেছিকৈ জ্বলাই লম ত্ৰিবেণী সঙ্গমত।

বিৰজা : সঁচাকৈয়ে যাবা দেই, নহলে মই বৰ বেজাৰ পাম ।

লৱঙ্গ : বিৰজা ! বিৰজা ! তোমাৰ সুখ দেখি মোৰ হিংসা হ'ব খোজে কিয় ? তোমাৰ বিয়াৰ কথা শুনিলে মোৰ বুকুত কিহে আঘাত কৰে [একেথৰে চাই] এটা স্বপ্ন, মধুৰ স্বপ্ন ! তাৰ পাৰত এদিন বহি ৰাশি ৰাশি সৌন্দৰ্য্যৰ মাজত সোণৰ স্থল পদ্ম পাহী পাহী কৈ ছিঙি আনি নিজৰ খোপাত পিন্ধি লৈছিলোঁ। স্বৰ্গ ৰাজ্যৰপৰা এটি সঙ্গীত, মৃদু মধুৰ সুৰ- চকুৰ আগত উটি আহিছিল, যেন তলত এপাৰি মুক্তামালা সিৰ্চৰতি হৈ পৰি আছিল [চক্ খাই।

অ বিৰজা, তুমি যোৱা নাই ।

বিৰজা : নাই যোৱা লৱঙ্গ ।

লৱঙ্গ : যোৱা বিৰজা, যোৱা । তোমাৰ বিয়াত নিজ হাতে তোমাক সজাই দিমগৈ ।

বিৰজা : মই যাওঁ লৱঙ্গ । তুমি থাকিবা দেই। [স্বগতঃ] অনুতাপ আহিছে লৱঙ্গ ? তুমি দুৰ্ভগীয়া, তোমাৰ কথা ভাবিলে মোৰ চকুপানী ওলাই। কিন্তু কি কৰিবি অভাগিনী ! যেতিয়ালৈকে সমাজত স্ত্ৰী-পুৰুষৰ পাৰ্থক্য থাকিব, যেতিয়ালৈকে সমাজত স্ত্ৰীয়ে পুৰুষৰ শাসনৰ অধিকাৰ নেপাব, সেই দিনালৈকে অভাগিনী তইঁতে চকুপানী টুকিবই লাগিব ।

[প্ৰস্থান]

## চতুৰ্থ দৃশ্য

[অনাদিৰ ঘৰ]

[ৰমা, মহেন, যতীন আৰু অনাদি]

ৰমা : পানী তুলিবলৈ সোনকালে কোৱা । আজি আৰু টোপনি ক্ষতি কৰিব নোৱাৰি ভাই। ট্ৰেইনত মহৰ কামোৰত এটিপকে মাৰিব নোৱাৰিলোঁ । কালিলৈতো বিয়াই ।

অনাদি ঃ বাৰ বজাৰ আগতে পানী তোলা নহৈছে ।

যতীন ঃ তোমাৰ এলেকাত সোমাইছোহি যেতিয়া, তোমাৰ ইচ্ছাইযে বলবৎ থাকিব, সেইটো আগৰেপৰা বুজা হৈছে । বাৰ বজাতহে নেলাগে আজি ৰাতি পানী দুতুলিলাই যেনিবা আমাৰ মাতিবলৈবা কি আছে ?

মহেন ঃ মাতিবলৈ যথেষ্ট আছে । সোনকালে ভাত মুঠি দিয়া ভাই । আমি আৰু শুন এতিয়া ।

অনাদি ঃ নিয়মীয়া সময়ত আহাৰ আৰু নিদ্ৰা পাবলৈ ই Hospital নহয় বা Hotel ও নহয়, ই বিয়াঘৰ । অনিদ্ৰা আৰু অনাহাৰ চিৰাদিনেই বিয়াঘৰত চলি আহিছে, আজিও চলিব ।

ৰমা ঃ বিয়াঘৰত অনাহাৰ ? এওঁ কি কয়হে মহেন ? আমি হ'লে আজিহে শুনিলো । অ' .বালো পালিব নোৱাৰিলে ৰুদ্ৰাক্ষৰ মালা লোৱা কিয় ?

মহেন ঃ [অনাদিক] কি বন্ধু, এইবাৰ জব্দ হ'লা ?

অনাদি ঃ এইখিনিতেইতো বাহাদুৰী, অনিদ্ৰা অনাহাৰে ৰাখিও কন্যা ঘৰলৈ কালিলৈ অনুকাই নিম আৰু তোমালোকো যাবলৈ বাধ্য ।

যতীন ঃ মিষ্টাৰ, আমাক ডিব্ৰুগড় চাওখাট বাগিছাৰ গিৰমিট দিয়া কুলি বুলি ভাবিছা নেকি ?

ৰমা ঃ বাৰু এতিয়া সেইবোৰ বাজে কথা বাদ দিয়া । শ্ৰীমতীৰ ৰূপ বৰ্ণনা কৰা হওক । আমাৰ ভিতৰত কাৰোবাৰ দৰ্শন লাভ ঘটিছেনে বন্ধুসকল ?

যতীন ঃ দেখিছো ! দেখিছো কওঁ শুনা ; — অপৰূপা সুশোভিতা । এবাৰ চালে চাবৰ মন নেযায় আৰু নাকেও উশাহ নলয় ।

[আটায়ে হাঁহে]

অনাদি ঃ যথা লাভ । [ললিতৰ প্ৰৱেশ]

ললিত : কিনো লাভ-লোকচানৰ বেপাৰ চলিছেহে ?

মহেন : তুমি বুজিব নোৱাৰিবা ।

ললিত : আৰবীনে উৰ্দ্দুহে ?

মহেন : কি আৰবীনে উৰ্দ্দুহে ?

ললিত : বোলো বুজিব নোৱাৰা কি ভাষা চলাইছা ? আৰবীনে উৰ্দ্দু ?

যতীন : অসমীয়াতে চলিছে ।

ললিত : ভালেটিহে । তোমালোকে ভাত খালা নেকি ?

যতীন : ভাল আছিল ভতুৱা কুকুৰটো ভাত খাবলৈ ? অ' বোলো ভাত খাবলৈ আৰু নহৈছে বিশেষকৈ অনাদিৰ ঘৰত ।

ললিত : দোষ বা কোন ধাৰাব ?

যতীন : বোলো আমাৰ দৰাই কৈছে । এইটো Hotel নহয় । ই বিয়া ঘৰ । ভাত হেনো দিয়া নহব । টালি টোপোলা বান্ধাহে বন্ধু সকল, পেটৰ ভোকত আৰু বিয়া খাব নোৱাৰি ।

ললিত : ভাত নিদিব কিয় আকৌ ?

যতীন : ভদ্ৰলোকৰ যে এক কথা ।

## ৫ম দৃশ্য

[বিয়াৰ পিছত]

[নন্দী ফুকনৰ ঘৰত লৱঙ্গ, বিৰজা, আৰু মালতী]

*বিৰজা : তোমাৰ লগত আৰু কোনোবা আহিছে নেকি লৱঙ্গ ?*

লৱঙ্গ : [শুকান মাতেৰে] অকলে আহিছো, মাৰো গা ভাল নহয় ।

বিৰজা : যা মালতী তামোল আনি দে হি [মালতীৰ প্ৰস্থান]

লৱঙ্গ : তুমি মন মাৰি আছা কিয় ?

বিৰজা : মই ? ক'তা ?

লৱঙ্গ : [নিমাত]

বিৰজা : তুমি কিবা ভাবি থকা যেন পাইছোঁ ।

লবঙ্গ : ভবা একো নাই, মূৰটো কামুৰি আছে ।

বিৰজা : ৰ'বা তেন্তে মই............[উঠে]

লবঙ্গ : কি কৰা ?

বিৰজা : কিবা এটা লগাই দিওঁ ।

লবঙ্গ : নেলাগে এনেয়ে ভাল হ'ব । [মালতীয়ে তামোল দি প্ৰস্থান]

বিৰজা : আজি থাকা দেই । যাব নেলাগে । [লবঙ্গই অমনোযোগী হৈ কিবা ভাবি থাকে] শুনিছানে নাই ?

লবঙ্গ : উঁ কি ?

বিৰজা : আজি যাব নোৱাৰা । থাকিব লাগিব ।

লবঙ্গ : কিয় মিছাতে শাস্তি দিবা ? অৱশ শৰীৰত আৰু আনন্দ উপভোগৰ শক্তি নাই বিৰজা ।

বিৰজা : সেইবোৰ নুশুনো, থাকিব লাগিব ।

লবঙ্গ : [স্বগতঃ] তোমালোকৰ নিশা দিনহৈ আহিছে আৰু মোৰ দিনৰ প্ৰতি পলকতে আন্ধাৰে আবৰি ধৰিছে । [ফুটাই] তুমি কি বুজিবা কি যে এটা দাৰুণ আঘাত বুকুত বান্ধি আনিছো । কি প্ৰয়োজন মোৰ বিৰজা ?

বিৰজা : তেনেকৈ ক'ব পায়নে ? ছি. !

লবঙ্গ : [স্বগতঃ] কিয় জ্বলিপুৰি মৰিবলৈ আহিছিলোঁ ? [ফুটাই] বিৰজা মই যাওঁ, বেলি হ'লে মায়ে খং কৰিব ।

বিৰজা : থাকিব নুখুজিলে মই জানো জোৰ কৰি ৰাখিব পাৰিম ? যাবা, উঠাছোন ! ভিতৰৰপৰা আহো ।

*[লবঙ্গৰ হাতত ধৰি তোলে । দুয়ো যাব খোজোতেই বিপিনৰ প্ৰৱেশ । বিপিন আৰু লবঙ্গই দুয়ো দুয়োকো একেথৰে চাই থাকে । বিৰজাই তলমূৰ কৰে । বিপিনৰ চাৱনি ব্যঙ্গ আৰু ঘৃণা প্ৰতিফলিত হয় । লবঙ্গৰ চাৱনি কৰুণ । ]*

পট পৰে

[ যৱনিকা ]

# গণেশ গগৈৰ নাটকৰ প্ৰসঙ্গত অসমীয়া নাটক আৰু নাট প্ৰদৰ্শনৰ চমু ৰছৰ-বুৰঞ্জী

১৮৫৭ গুণাভিৰাম বৰুৱাৰ ৰাম নৱমী (সামাজিক) প্ৰকাশ।

১৮৬১ হেমচন্দ্ৰ বৰুৱাৰ কানীয়া কীৰ্ত্তন (সামাজিক) প্ৰকাশ।

১৮৭১ ৰুদ্ৰৰাম বৰদলৈৰ বঙাল বঙালনী (সামাজিক) প্ৰকাশ।

১৮৬০-৭০ কামৰূপ জিলাৰ মুৰকুছি গাঁৱত জয়দেৱ শৰ্মাৰ দ্বাৰা প্ৰথম যাত্ৰা পাৰ্টি গঠন। কামাখ্যাত বঙালী ওস্তাদ এজনৰ দ্বাৰাও এটা যাত্ৰা পাৰ্টি গঠন।

১৮৭০ (অনুমানিক) বৰপেটাৰ তিথিৰাম গায়নৰ যাত্ৰাদলৰ অসমৰ চুকে কোণে বঙালী যাত্ৰা অভিনয় কৰে।

১৮৭২-৭৬ লক্ষ্মীকান্ত কাকতীৰ পৰিচালনাত কমাৰফদীয়া ইয়ং কোম্পানীৰ ভাওনা, চোকৰা নৃত্য আৰু তিথিৰাম বায়নৰ আৰ্হিত যাত্ৰা অভিনয়।

১৮৮৩ শিৱসাগৰ গৱৰ্ণমেণ্ট স্কুলত হেডমাষ্টৰ চন্দ্ৰমোহন গোস্বামীৰ পৰিচালনাত আৰু ডেপুটী কমিছনাৰৰ নিৰ্দেশত ছেক্সপিয়েৰৰ 'জুলিয়াচ চিজাৰ' নাটৰ ইংৰাজী ভাষাতে অভিনয়।

১৮৮৮ ৰত্নধৰ বৰুৱা, গুণ্ডানন বৰুৱা, ঘনশ্যাম বৰুৱা আৰু ৰমাকান্ত বৰকাকতীৰ দ্বাৰা ছেক্সপিয়েৰৰ 'কমেডি অৱ এৰৰচৰ' অসমীয়া ভাঙনি 'ভ্ৰমৰঙ্গ' প্ৰকাশ আৰু কলিকতাত অ-ভা-উ-সাৰ উদ্যোগত তাৰ অভিনয়।

১৮৯১ (অনুমানিক) গুৱাহাটীৰ লতাশিল খেল পথাৰৰ ওচৰত গুৱাহাটীৰ প্ৰথম পকী নাটঘৰ নিৰ্মাণ (এই ঠাইতে পিছলৈ যতীন্দ্ৰনাথ বুজৰবৰুৱাৰ ঘৰ সাজে)। ইয়াতেই পদ্ম বৰুৱা (মাণিক বৰুৱাৰ ককায়েক কটিক বৰুৱাৰ পুতেক)ৰ 'পৰীক্ষিতৰ ব্ৰহ্মশাপ', দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ 'মহৰি' আদি নাটক অভিনয় কৰা হৈছিল।

এই কালতে পানবজাৰৰ নদীৰ পাৰত ( বৰ্তমান মহেন্দ্ৰ মোহন চৌধুৰী হস্পিটালৰ চৌহদত) আৰ্য্য নাট্যমঞ্চ নিৰ্মাণ কৰা হৈছিল ।

১৮৯৪ বেজবৰুৱাৰ 'লিতিকাই' (সামাজিক) প্ৰকাশ ।

১৮৯৭ বৰ ভূঁইকপত গুৱাহাটীৰ পকী নাটঘৰ ধ্বংস । পদ্মনাথ গোহাঞি বৰুৱাৰ 'গাওঁবুঢ়া' ( সামাজিক ) প্ৰকাশ ।

১৮৯৯ শিৱসাগৰৰ নাট্যসমাজ প্ৰতিষ্ঠা আৰু দেৱনাথ বৰদলৈৰ 'বৈদেহী-বিচ্ছেদ' নাট অভিনয় ( এই নাটৰ বাবে পট কলিকতাৰপৰা অনা হৈছিল )।

১৯০৭ তেজপুৰত বাণ ৰঙ্গমঞ্চ প্ৰতিষ্ঠা ।

১৯০৫ চন্দ্ৰধৰ বৰুৱাৰ 'মেঘনাদ বধ' ( বিষয়বস্তু সংগ্ৰহ কৰা ) প্ৰকাশ ।

১৯০৭ গণেশ গগৈৰ জন্ম ।

১৯০৯ পাঠশালাত সন্তৰাম চৌধুৰীৰ দ্বাৰা গায়ন-বায়নৰ দল স্থাপন ।

১৯১০ কামৰূপৰ অ'ত ত'ত অপেৰা পাৰ্টি নামেৰে যাত্ৰা পাৰ্টিৰ গঠন, যেনে : বজালী অঞ্চলৰ 'হেলেনা অপেৰা পাৰ্টি', ডুবি অপেৰা পাৰ্টি' আদি। এওঁলোকে ১৯১৫ চনলৈকে বঙালী যাত্ৰা অভিনয় কৰিছিল ।

১৯১১ কৰ্মবীৰ নবীন বৰদলৈৰ 'গৃহলক্ষ্মী' ( মৌলিক আৰু গহীন সামাজিক নাট ) প্ৰকাশ আৰু উজান বজাৰৰ দূৰ্গাপূজা মণ্ডপত অভিনয়।

১৯১৩ সন্তৰাম চৌধুৰীয়ে পাঠশালাত পাঠশালা নাট্য সমিতি নামে নাটদল গঠন কৰে আৰু তেওঁ লিখা 'পাৰ্থ পৰাজয়' নামে নাটক মঞ্চস্থ কৰে। তাতেই এখন স্থায়ী মঞ্চ সাজি চৌধুৰীদেৱে কেইবাখনও স্বৰচিত অসমীয়া নাট মঞ্চস্থ কৰে। সতীশ চন্দ্ৰ চৌধুৰীৰ মতে ( 'সংস্কৃতিৰ সুবাস', পাঠশালা সাহিত্য সভা, ১৯৮৭ ) সন্তৰাম চৌধুৰীয়ে লিখা নাটক-বিলাকৰ কেৱল 'ধ্ৰুৱ চৰিত গীতাভিনয়'খনহে উদ্ধাৰ হৈছে ।

১৯১৫ উজান বজাৰত কুমাৰ ভাস্কৰ নাট্য মন্দিৰ নিৰ্মাণ আৰু কামৰূপ নাট্য সমিতি গঠন। এই সমিতিৰ প্ৰথম প্ৰধান সম্পাদক হ'ল গোপীনাথ বৰদলৈ, মঞ্চ সম্পাদক ৰঘূনাথ চৌধুৰী আৰু সহকাৰী যুটীয়া মঞ্চ সম্পাদক আছিল মহিম উদ্দিন আহমদ আৰু অম্বিকা প্ৰসাদ গোস্বামী। ইয়াৰ মাটি উগ্ৰতাৰা দেৱালয়ৰ। নাট্য মন্দিৰ গঢ়াৰ আগতে নবীন বৰদলৈয়ে লিজ লৈ তাতে এটা ভাড়া ঘৰ সাজি থৈছিল কিন্তু সেইটো জুই লাগি শেষ হয়।

১৯১৭ পাঠশালা নাট্য সমিতিৰ দ্বাৰা ভ্ৰাম্যমান নাট্যদল গঠন আৰু গুৱাহাটীকে ধৰি প্ৰথমে কামৰূপৰ নানা ঠাইত নাট প্ৰদৰ্শন। এই দলটোৱে পিছলৈ ভ্ৰাম্যমান থিয়েটাৰৰ দল ৰূপে ১৯৩৫ চনলৈকে অসমৰ আন আন ঠাইতো নাট প্ৰদৰ্শন কৰে।

১৯২২ ইংৰাজৰ সৈনিক ৰূপে মেছোপটেমিয়া, বাগদাদ আদি ঠাইত প্ৰথম মহাসমৰৰ ৰণভূমিৰপৰা ঘূৰি আহি ব্ৰজনাথ শৰ্মাই কলিকতাৰ মিনাৰ্ভা থিয়েটাৰত থাকি বঙালী নাটকত অভিনয় জীৱন আৰম্ভ কৰে।

১৯২৭ ব্ৰজনাথ শৰ্মা নিজৰ জন্মভূমি কামৰূপৰ শীলালৈ উলটি আহে। শীলাত ব্ৰজনাথ শৰ্মাক পৰিচালক ৰূপে লৈ 'কালিকা অপেৰা পাৰ্টি' গঠন।

১৯২৫ জ্যোতিপ্ৰসাদৰ 'শোণিত কুঁৱৰী' (পৌৰাণিক কাহিনীত সৌন্দৰ্য্যৰ বোল) প্ৰকাশ।

১৯২৬ পাঠশালা নাট্য সমিতিৰ পৰা ভাঙি আহি এটা দলে 'বীণা-পাণি অপেৰা' নামে যাত্ৰা দল গঠন কৰে। গণেশ গগৈয়ে মেট্ৰিক পাছ কৰি বেনাৰচত পঢ়িবলৈ যায়।

১৯২৮ গণেশ গগৈয়ে শিক্ষা এৰি ঘৰলৈ উলটি আহে আৰু আলোচনী আদিত নিয়মীয়াকৈ কবিতা লিখিবলৈ আৰম্ভ কৰে।

১৯৩০ গণেশ গগৈৰ পিতৃ বিয়োগ।
জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰী' ( সামাজিক ) প্ৰকাশ। ব্ৰজনাথ শৰ্মাৰ দ্বাৰা 'দি অল্ড ইউনিয়ন কহিনুৰ অপেৰা পাৰ্টি' গঠন। কহিনুৰ অপেৰা পাৰ্টিত নটসূৰ্য্য ফণি শৰ্মাও জড়িত আছিল। এইটো আছিল চহৰমুখী ভ্ৰাম্যমান নাট্যগোষ্ঠী। কমলানন্দ ভট্টাচাৰ্য্যৰ 'মৰাণ জীয়ৰী', পদ্মনাথ গোহাঞিবৰুৱাৰ 'বাণৰজা' আদি অসমীয়া নাটৰ উপৰিও ব্ৰজনাথ শৰ্মাই বঙালী নাট অসমীয়ালৈ ভাঙনি কৰি যাত্ৰা কৰিবলৈ লয়। ১৯৩২ চনত এই দলটোৰ নাম 'আসাম কহিনুৰ থিয়েটাৰ পাৰ্টি' কৰা হয়।

১৯৩২ জ্যোতিপ্ৰসাদ আগৰৱালাই বিদেশত শিক্ষা সাং কৰি অসমলৈ উলটি আহে।

১৯৩৩ ডুমডুমাত ব্ৰজনাথ শৰ্মাৰ দ্বাৰা প্ৰথম সহ-অভিনয়।

১৯৩৪ 'শকুনিৰ প্ৰতিশোধ' লিখা আৰু যোৰহাটত প্ৰথমবাৰৰ বাবে অভিনয় কৰা হয় বুলি অনুমান কৰা হয়।

১৯৩৫ জ্যোতিপ্ৰসাদৰ দ্বাৰা প্ৰথম অসমীয়া কথাছবি 'জয়মতী' নিৰ্মাণ। তাৰ শব্দ অংশত বিশেষ বিজুতি ঘটা কাৰণে জ্যোতিপ্ৰসাদৰ বিশেষ আক্ষেপ।
'পাপৰি' প্ৰকাশ।

১৯৩৬ গ্ৰামোফোন ৰেকৰ্ডত অসমীয়া নাটৰ পালা আৰম্ভ। কলিকতাৰ চেনোলা কোম্পানী আৰু মেগাফোন কোম্পানীৰ দ্বাৰা এই দিশত অসমীয়া ব্যৱসায় জয় কৰিবলৈ বিশেষ প্ৰতিদ্বন্দ্বিতা। চেনোলা কোম্পানীৰ দ্বাৰা জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা আদিৰ লগত চুক্তি আৰু মেগাফোনৰ লগত গণেশ গগৈৰ চুক্তি। চেনোলাৰ দ্বাৰা বিষ্ণুপ্ৰসাদ ৰাভাৰ 'বেউলা', জ্যোতিপ্ৰসাদৰ 'জয়মতী' আৰু মেগাফোনৰ দ্বাৰা গণেশ গগৈৰ 'জেবেঙাৰ সতী' প্ৰায় সাময়িকভাৱে বাণীবদ্ধ।

তাৰ পিছত গণেশ গগৈৰ 'লাচিত' নাটক বাণীৱদ্ধ কৰা হয়।

১৯৩৭ 'কাশ্মীৰ কুমাৰী' লিখা আৰু যোৰহাটত প্ৰথমবাৰৰ বাবে অভিনয় কৰা হয় বুলি অনুমান কৰা হয়।

'দক্ষ যজ্ঞ', 'সীতা বনবাস' আৰু 'দাতাকৰ্ণ' নাটক বাণীৱদ্ধ কৰা হয়। শিলিখা বাগানত 'সীতা' নাটকৰ অভিনয়। এই নাটকৰ পাণ্ডুলিপিটো শ্ৰীযশোদা গোঁহাইৰ লগত আছিল। ১৯৪২ চনৰ ভূমিকম্পত শ্ৰীগোঁহাইৰ পকীঘৰৰ বেৰা খহি পাণ্ডুলিপিটো লুপ্ত হ'ল।

১৯৩৮ গণেশ গগৈৰ দেহ অৱসান।

১৯৩৯ বাণী সম্মিলনত 'হৰিশ্চন্দ্ৰ' নাটৰ অভিনয়।

১৯৪১ যোৰহাট থিয়েটাৰত 'কুৰি শতিকা' আৰু 'দক্ষ যজ্ঞ' নাটকৰ অভিনয়।

১৯৪৩ শিৱসাগৰ নাট্যসমাজৰ দ্বাৰা 'শকুনিৰ প্ৰতিশোধ' নাটকৰ অভিনয়।

## সন্নিধান সামগ্ৰী :

নিশিপদ চৌধুৰী আৰু প্ৰদীপ বৰদলৈ (সম্পাদিত), প্ৰেক্ষাপট, নিউ আৰ্ট প্ৰেয়াছ, গুৱাহাটী, ১৯৮০।

সতীশ চন্দ্ৰ চৌধুৰী, 'সংস্কৃতিৰ সুবাস', পাঠশালা সাহিত্য সভা, ১৯৮৭।

শেখৰজ্যোতি ভূঞা, উভতি চাওঁ, বাণী মন্দিৰ, ডিব্ৰুগড়, ১৯৮২।

সহজানন্দ ভৰালী, শিৱসাগৰ নাট্যসমাজৰ ইতিবৃত্ত, গুৱাহাটী, ১৯৭৫।

সত্যেন্দ্ৰ নাথ শৰ্মা, অসমীয়া সাহিত্যৰ ইতিবৃত্ত, বাণী প্ৰকাশ মন্দিৰ, দ্বিতীয় প্ৰকাশ, ১৯৬১।

# গণেশ গগৈৰ কবিতা

গণেশ গগৈৰ কবিতাৰ বিষয়ে ওলোৱা আলোচনাবিলাকৰ ভিতৰত যতি নাৰায়ণ শৰ্মাৰ 'গণেশ গগৈ আৰু তেওঁৰ কবিতা' [ অসম পাব্লিকেছন হাউছ, যোৰহাট, ১৯৭৭ ] আৰু প্ৰফুল্লদত্ত গোস্বামীৰ 'কবি ৺ গণেশচন্দ্ৰ গগৈ' [ জয়ন্তী, অষ্টম সংখ্যা, ৮-৭৫ ৰপৰা ৮-৮০ ] আলোচনাই আটাইতকৈ তথ্য সমৃদ্ধ আৰু তাৎপৰ্য্যপূৰ্ণ। তলৰ আলোচনাখিনিত এই দুগৰাকীৰ ৰচনাকে ঘাই ভেটি ৰূপে লৈ লিখা গৈছে।

## গণেশ গগৈৰ কবিতাৰ বিষয়বস্তু

গণেশ গগৈ "আছিল প্ৰেমৰ পূজাৰি, সৌন্দৰ্য্যৰ সাজেৰে সাজি ওলোৱা বিশ্ব বিয়পা প্ৰিয়াৰ প্ৰেম তেওঁ বাঞ্ছা কৰিছিল। প্ৰেম আৰু ৰূপৰ সেৱা কৰিবলৈকেই আছিল তেওঁৰ জীৱনৰ মোহ। এই মহান আদৰ্শ চকুৰ আগত দাঙি লৈ জীৱনৰ পথত অগ্ৰসৰ হওঁতে যিবোৰ বাধা-বিঘিনি পাইছিল, যিবোৰ প্ৰতিবন্ধকে তেওঁক জুকলা কৰিছিল, যি কাৰণে তেওঁৰ ভাব-ৰাজ্যত ঢৌ উঠিছিল, সেই সকলোবোৰ গগৈদেৱে কবিতাৰে জীৱন্ত কৰি থৈ গৈছে। বস্তুতঃ সকলো 'তেজৰ টোপাল গাঁথি' লিখা 'আপোন বুকুৰ' ৰচনাই লিখকৰ অন্তৰৰ আৰু জীৱন-প্ৰৱাহৰ এখন ইতিহাস পাঠক-পাঠিকাৰ মনত তুলি ধৰে। 'পাপৰি', 'শেষ শয্যাত' আদি কবিতাবোৰে গগৈদেৱৰ জীৱনৰ অভিজ্ঞতা আৰু প্ৰৱাহ স্পষ্টকৈ দেখুৱাই দিয়ে।

গগৈদেৱৰ কবিতাবোৰ দুভাগ কৰি এভাগক যদি প্ৰেম-কবিতা বোলা যায় তেনেহলে আন ভাগক আদৰ্শ কবিতা নাম দিব পাৰি।' (গোস্বামী)। বিষয়বস্তুৰ পিনৰপৰা তেওঁৰ প্ৰেম-কবিতাবিলাকৰ ভিতৰত 'পাপৰি', 'স্বপ্ন-ভঙ্গ' আৰু 'শেষ-শয্যা'ই প্ৰধান। তেওঁৰ

আনবিলাক প্ৰেম-কবিতাত থকা বিষয়বস্তুৰ প্ৰায় সকলোখিনি এই তিনিটা কবিতাতে পোৱা যায়।

গণেশ গগৈ আদৰ্শবাদী ব্যক্তি। গোস্বামী ডাঙৰীয়াই ক'বৰ দৰে "সৌন্দৰ্য্যৰ চিৰন্তন সত্য এটা লাভ কৰিবলৈ তেওঁৰ প্ৰাণ উন্মুখ। অন্তৰৰ অনুভূতিবোৰ চেতন বা অচেতন সকলো অৱস্থাতে তেওঁৰ এই এক চৰম লক্ষ্যৰ উদ্দেশ্যেই পৰিচালিত হৈছে।" সেয়েহে, তেওঁৰ প্ৰায় সকলো লিখনিতে একোটা আদৰ্শ আছে। তেওঁৰ বহু কবিতাত আদৰ্শই প্ৰাধান্য লভিছে। 'কবিৰ অন্তৰৰ জাতীয়-প্ৰেম, মানৱ-মনৰ সংস্কাৰৰ ইচ্ছা, উদাৰতা আদি ভাৱ কবিতাবোৰেদি ফুটি ওলাইছে।' তেওঁৰ আদৰ্শ কবিতাবিলাক আমি পাঠকৰ সুবিধাৰ কাৰণে জাতীয় প্ৰেমৰ আদৰ্শ, প্ৰকৃতি প্ৰেমৰ আদৰ্শ, আৰ্য্য-সংস্কৃতিৰ আদৰ্শ, কবি-কবিতাৰ আদৰ্শ বুলি ভাগ ভাগ কৰি ইয়াত সঙ্কলিত কৰিছোঁ। এই শ্ৰেণী বিভাগ একপ্ৰকাৰ শিথিল কিয়নো একেটা কবিতাতে একাধিক বিষয়-বস্তু বা একাধিক আদৰ্শও আছে। সি যিয়েই নহওক, এইবিলাক একোতে নপৰা কেইটিমান কবিতাক আন আন কবিতা বুলি বেলেগে শ্ৰেণী বিভাগ কৰিছোঁ।

## গণেশ গগৈৰ কবিতাৰ ছন্দ

"প্ৰকাশভঙ্গীৰ ঐশ্বৰ্য্য নাথাকিলে কোনো লিখিত কবিতাই পৰিপূৰ্ণতা লাভ কৰিব নোৱাৰে। আকৌ ভাৱ আৰু ছন্দৰ মিল নহলেও কবিৰ আৱেগে ভালকৈ ৰূপ নাপায় আৰু ৰস-সঞ্চাৰ কৰিব নোৱাৰে। 'সৌন্দৰ্য্যৰ পূৰ্ণছবি' আঁকাটো বৰ টান কাম। গগৈদেৱৰ কবিতাবোৰ পঢ়ি এইটো কব পাৰি যে তেওঁ এই বিষয়ত সিদ্ধহস্ত হৈছিল। বিশেষকৈ তেওঁৰ শ্ৰেষ্ঠ কবিতা কেইটাত ভাৱ আৰু ছন্দৰ এনে অপূৰ্ব সমন্বয় ঘটিছে যে তাৰ অৰ্থ আৰু সৌন্দৰ্য্য অনুভৱ কৰিবলৈ অধ্যৱসায় নিচেই কমহে লাগে। তেওঁৰ কবিতাৰ ভাষা নিমজ, সৰল আৰু গতি মৃদু আৰু তৰল। 'পাপৰি' আৰু 'শেষ শয্যাত' কবিতা দুটিত

এনে সুন্দৰ ভাৱব্যঞ্জক কিন্তু স্বাভাৱিক ৰূপক, উপমা আৰু ছবি আছে যে পাঠক মাত্ৰকেই সেইবোৰে বিমোহিত কৰিব। আকৌ উজ্জ্বল, অলপ নাচি নাচি যোৱা ছন্দও তেওঁৰ কোনো কোনো কবিতাত পোৱা যায় ( 'ব্যথী', 'ন-জোন' ) তলত দিয়া কবিতা কেইফাকিৰ ছন্দই বৰ্ষাৰ মেঘালি দিনত ৰ'দৰ খেলা, পৃথিৱীৰ গহীন শঙ্কিত অৱস্থাৰ কথা ততালিকে সোঁৱৰাই দিয়ে। আকাশৰ মেঘৰ বজ্ৰভেৰীৰেই প্ৰতিধ্বনি কবিতা কেইফাকিয়েদি বাগৰি গৈছে

দীপ্ত ৰবিৰ কনকপুৰা
    অভিসিক্ত অশ্ৰুধাৰে
উৰ্দ্ধে বাজে বজ্ৰভেৰা
    স্তব্ধ ধৰা অন্ধকাৰে।
বিশ্বজুৰি ব্যাকুল ব্যথা
    আকুল বিশ্ব চৰাচৰ,
ক্লান্ত ৰবিৰ কিৰণ ছবি
    ভ্ৰান্ত পথত অগ্ৰসৰ। ( বৰ্ষাৰ মেঘ ) [গোস্বামী]।

"পাপৰিৰ ছন্দ, ৰচনাৰীতি, প্ৰকাশভঙ্গী আদি সম্পূৰ্ণ নতুন। গোটেই কিতাপখন একেটা ছন্দতে লিখা কিন্তু এই ছন্দ পুৰণি অসমীয়া সাহিত্যত পোৱা নাযায়। ছবি আৰু লেচাড়িৰ সুটীয়া মিলনত এই নতুন ছন্দৰ সৃষ্টি হৈছে। তাৰ দুই চৰণ ছবিৰ আৰু তৃতীয় চৰণ লেচাড়িৰ। গণেশ গগৈৰ আগতে যদিও দুই এজনে এই ছন্দ কোনো ঠাইত ব্যৱহাৰ কৰিছিল তথাপি গগৈয়ে এই ছন্দত পাপৰি লিখি ইয়াৰ মূল্য আৰু আদৰ বঢ়ালে। এতিয়া এই নতুন ছন্দ 'পাপৰি ছন্দ' বুলিয়েই জনাজাত। গণেশ গগৈয়ে এই ছন্দত কিয় পাপৰি লিখিছিল জনা নাযায়; বোধহয় তেওঁ এই ছন্দৰ ব্যৱহাৰ বেছিকৈ হ'বলৈ আৰু সৰহ কথা প্ৰকাশ কৰিবলৈকে এই নতুন ছন্দ ব্যৱহাৰ কৰিছিল।" [শৰ্মা]

লক্ষ্মীনাথ বেজবৰুৱাদেৱে 'পাপৰি'ৰ বিষয়ে মন্তব্য কৰি লিখিছিল, 'পাপৰিৰ ছন্দ বৰ মধুৰ, ভাব গম্ভীৰ, পঢ়ি বিশেষ আনন্দ পালোঁ।' [ গণেশ গগৈদেৱলৈ লিখা কাৰ্ডত ]।

## গণেশ গগৈৰ কবিতাৰ বৈশিষ্ট্য

"গগৈদেৱৰ কবিতাৰ আৰু এটা বিশিষ্টতা আছে। প্ৰকৃতিৰ কবি হিচাপেও তেওঁৰ ঠাই বহুত ওখত। তেওঁ যেনেকৈ ৰূপৰ পূজাৰি আছিল তেনেকৈ প্ৰকৃতিৰ ৰূপৰ সম্ভাৰ দেখিও বিমোহিত হৈছিল। তেওঁ প্ৰকৃতিৰপৰা সুখ-দুখত সহানুভূতিয়েই বিচাৰিছিল। তেওঁৰ অনুভূতিবোৰ প্ৰায়েই প্ৰকৃতিৰ গছ-লতা, আকাশ-পোহৰ আদিক বাহন কৰি প্ৰকাশ পাইছে। তেওঁৰ সুখৰ সপোন কেনে হ'ব প্ৰকৃতিয়েই কৈ দিছিল। প্ৰকৃতিৰ বিশ্ববিমোহিনী চানেকীকে চাই তাৰেই অনুৰূপ সৃষ্টি কৰিবলৈ তেওঁ হেঁপাহ কৰিছিল। শৰৎকাল আৰু শেৱালি ফুলৰ উল্লেখ তেওঁৰ কবিতাত পোৱা যায়; কুলিৰ প্ৰভাৱো তেওঁৰ মনত যথেষ্ট আছে। কিন্তু কুলিৰ কুউত প্ৰায়েই তেওঁৰ প্ৰিয়াৰ সপোন ভাগি যায়; প্ৰিয়াহাৰা কৰি তেওঁক বিযাকুল কৰে। প্ৰকৃতিৰ বৰ্ণনা তেওঁ জীৱন্ত কৰি তুলিছিল। 'প্ৰলাপ' কবিতাত থকা 'আকাশী জোনৰ ৰূপালী ৰূপ', 'গোজৰণি মৰা কলীয়া মেঘ', আৰুকৌ জেউতি কবিতাৰ 'বলিলে ধীৰেৰে মলয়া এছাটি আঁহত পাতত কঁপনি থৈ', 'নীল আকাশত ৰূপৰ লহৰী পূবেদি আহি পছিমেদি গ'ল' আদি প্ৰকাশভঙ্গী শ্ৰেষ্ঠ কবিতাত হে পোৱা যায়।" [ গোস্বামী ]

"শব্দ শিল্পী গগৈৰ দৰে শব্দৰে ছবি অঁকাত কোনো অসমীয়া কবিয়ে আজিলৈকে কৃতকাৰ্য্য হ'ব পৰা নাই। এই কামত গগৈ আছিল সিদ্ধহস্ত। য'ত যি শব্দ ব্যৱহাৰ কৰিব লাগে তাক গগৈয়ে জানিছিল আৰু কবিতাত ধ্বনি সংযোগ কৰি কবিতা সঙ্গীতময় কৰি তুলিব পাৰিছিল। গগৈৰ প্ৰত্যেক কবিতাই শুৱলা আৰু ভাবগ্ৰাহী, বিশেষকৈ পাপৰিৰ শব্দ প্ৰয়োগ আৰু ধ্বনি সংযোগ অতি মন কৰিব লগীয়া। আন কথা বাদ দিও গণেশ গগৈৰ অসমীয়া সাহিত্যলৈ এটি বিশেষ দান ছন্দ আৰু প্ৰকাশ ভঙ্গিমা।

গগৈয়ে পাপৰিত কিছুমান নতুন ধুনীয়া শব্দ ব্যৱহাৰ কৰিছে। *যিবিলাক শব্দ তেওঁৰ আগৰ অসমীয়া কবিসকলৰ হাতত সিমান আদৰ*

পোৱা নাছিল আৰু তেওঁৰ পাছত সেই শব্দবিলাক যেয়ে সেয়ে য'তে ত'তে ব্যৱহাৰ কৰিবলৈ সুবিধা পালে। সেই শব্দবিলাকৰ ভিতৰত আছে মউ সনা সুৰ, অপৰূপ ৰূপৰাশি, আলসুৱা ছবি, সেন্দুৰীয়া সপোন, প্ৰণয়ৰ ধূপ, প্ৰেমসুধাময়, প্ৰেমগঙ্গাজল, সেন্দুৰীয়া আলি, মিলনৰ বালিভেটা, প্ৰণয়ৰ বীণ, প্ৰাণসমা প্ৰেয়সী, জীৱনৰ ৰঙা জৰা, পুণ্যৰ সুৰভি, প্ৰেমৰ বসন্ত, যৌৱন তীৰ্থ, হেঙুলীয়া অৰুণ, যৌৱন তীৰত, কনক কিৰণ ইত্যাদি। গণেশ গগৈয়ে এনেকুৱা বহুত শব্দ পাছৰ ডেকা কবিসকলক দি গ'ল।" [ শৰ্মা ]

"সাৱলীল ছন্দ, মধুৰ শব্দ বিন্যাস, সৰল অথচ আবেগ সঞ্চাৰী ভাষা-শৈলীৰ প্ৰয়োগ মন কৰিব লগীয়া বিশেষত্ব।" [ সত্যেন শৰ্মা, অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পৃঃ ২২৬ ]।

এই শতিকাৰ তৃতীয় দশকত বাণীকান্ত কাকতীয়ে ঘোষণা কৰিছিল, "উনৈশ শতিকাৰ সাহিত্যৰ আদৰ্শৰে গঠিত হোৱাসকলৰ ভিতৰত শ্ৰেষ্ঠ কবি শ্ৰীযুত ৰঘুনাথ চৌধাৰী আৰু কুৰি শতিকাৰ নানা বৰণীয়া ভাৱৰ সমাবেশেৰে পুষ্ট হোৱা সৌন্দৰ্য্যৰ সাহেৰে আমাৰ আগত দাঙি ধৰা-সকলৰ ভিতৰত আজি শ্ৰেষ্ঠ কবি শ্ৰীযতীন্দ্ৰ নাথ দুৱৰা।" যতীন্দ্ৰ নাথ দুৱৰাৰ পিছত অসমৰ শ্ৰেষ্ঠ কবিৰ সম্মান বাণীকান্ত কাকতীয়ে নিশ্চয় গণেশ গগৈক দিলেহেঁতেন।

গণেশ গগৈৰ মৃত্যুৰ পিছত অৱশ্যে অসমীয়া কবিতাৰ দ্ৰুত পৰিৱৰ্তন হ'বলৈ ধৰিলে। "যুদ্ধৰ পিছত ওলোৱা অসমীয়া কবিতাবোৰৰ ছন্দ নাই। এই কবিতাবোৰৰ গাত 'পাপৰি', 'অঞ্জলি', 'সন্ধিয়াৰ সুৰ'ৰ নিচিনা সাজ নাই।" ( শৰ্মা পাঠক, নতুন কবিলৈ মুকলি চিঠি, পৃঃ ১ )। —যুদ্ধৰ পিছত আৰম্ভ হ'ল আখৰ-নিমিলা ছন্দ, মুক্ত ছন্দ, ঐতিহ্যৰ-পৰা বিচ্ছিন্ন বিষয়বস্তু, স্পন্দ গদ্য, বুদ্ধি-শব্দ-বাদ-বৈচিত্ৰ্যৰ কবিতা কণ্ডল আদিৰ। সেয়েহে আজিৰ কবিসকলৰ মাজত শ্ৰেষ্ঠ কোন তাৰ বিচাৰ কৰি জুইত জাপ দিবৰ অভিলাষ আমাৰ নাই।

## গণেশ গগৈৰ প্ৰেম-কবিতা

"....বিশ্বখন বিয়পি থকা যি সৌন্দৰ্য্য আছে সি যাৰে তাৰে চকুত যেতিয়াই তেতিয়াই ধৰা নপৰে। এই অসীম সৌন্দৰ্য্যও পৰিপূৰ্ণভাৱে অনুভৱ কৰা সাধাৰণ মানুহৰ পক্ষে সম্ভৱপৰ নহয়। এটা বিশেষ অনুভূতিৰ সহায়ত হে এই সৌন্দৰ্য্য স্বৰূপ পাব পাৰি। যিয়েই ইয়াৰ স্বৰূপ এবাৰ উপলব্ধি কৰিব পাৰিছে তাৰ মনত জীৱনৰ মোহ যে কিমান বেছি তাক অনুভৱ হে কৰিব পাৰি। যিদিনাই মানুহৰ মনত আন্তৰিক প্ৰেমৰ উন্মেষ হয় সেই দিনাই জগতে নতুন ৰূপত দেখা দিয়ে।.... গগৈদেৱেও যিদিনা 'শাৰদী নিশাৰ শেৱালি বালাৰ' সন্ধান পালে সেইদিনা কবিৰ অন্তৰতো বাজি উঠিল অমৰ প্ৰেমৰ প্ৰতিধ্বনি" [ গোস্বামী ]।

এই বিশ্ব বিয়পি থকা সৌন্দৰ্য্য আৰু তেওঁৰ আন্তৰিক প্ৰেম-উপলব্ধিয়ে গণেশ গগৈৰ 'পাপৰি'ৰ মূল বিষয়বস্তু। তাৰ পিছত, "তিল তিলকৈ বিশ্বহৰণ কৰা প্ৰিয়াৰ গাত কবিয়ে দেখিলে বিশ্বৰ সৌন্দৰ্য্য থুপ খোৱা 'বসন্তৰ বা', 'কোকিলৰ কণ্ঠ', 'শেৱালিৰ সৌৰভ', সুধাকৰৰ 'সুৱদি-সুষমা'; তটিনীৰ উলাহৰ গীতও জঁয় পৰি গ'ল প্ৰিয়াৰ সৌন্দৰ্য্যৰ আগত। অকল এয়েই নহয়, সেইবোৰো যেন প্ৰিয়াই হে চাৰিওফালে বিয়পাই দিছে।—

তোমাৰ পৰাই নেকি চুৰ কৰি সমীৰণে
সুৰভি নিশ্বাস লৈ উৰি গুচি যায়,
শৰতৰ শান্তিময়ী সন্ধিয়া সখিৰ সতে
শেৱালি সৌৰভ বুলি জগত বেহায়? [পাপৰি]

কৈশোৰত দেখা স্বভাৱ-চপলা বালাই বুকুৰ কবিতা কলি ফুলাই যৌৱনত অফুৰন্ত ৰূপৰ প্ৰতীক হৈ উপস্থিত হোৱাত কবিয়ে যাচিলে অন্তৰৰ আন্তৰিকতা ভৰা পূজা। কিন্তু আদৰ্শবাদী কবিয়ে হিয়া উজাৰ কৰি দিয়া পূজা ভাগ প্ৰত্যাখান কৰি প্ৰিয়া গুচি গ'ল।" [গোস্বামী]

তেওঁৰ সেই পূজাৰ প্ৰকৃতি আৰু প্ৰিয়াৰ অভিমানও 'পাপৰি'ত ফুটি ওলাইছে। প্ৰিয়াৰ ৰূপেৰে উপলব্ধি কৰা তেওঁৰ প্ৰেম অভিজ্ঞতা,

প্ৰিয়াৰ সান্নিধ্যত তেওঁৰ বিনন্দীয়া বিশ্ব-প্ৰেম আৰু সৌন্দৰ্য্য উপাসনা কৰাৰ হাবিয়াস কিন্তু, অভিমানিনী প্ৰিয়াৰ প্ৰত্যাখ্যানে তেওঁৰ অন্তৰাত্মাত নানা অভিজ্ঞতা, নানা ভাবনাৰ অন্তৰ্দ্বন্দ্ব, নানা মানসিক সংঘাতৰ সৃষ্টি কৰিলে। গণেশ গগৈযে এপিনে যেনেকৈ প্ৰেমত আৰু সুন্দৰৰ উপাসনাত আত্মবিভোৰ হ'ল আনপিনে বিৰহ বেদনা, আত্ম-গৌৰৱ, স্মৃতিৰ-তাণ্ডৱ নৃত্য আদিযে তেওঁক থকা-সৰকা কৰিলে। সেইবিলাকৰ মাজেদিয়েই তেও জীৱনৰ অৰ্থ বিচাৰিলে, সইবিলাকৰ মাজেদিযেই তেওঁ প্ৰেম-বিৰহ স্মৃতি-জীৱন-মৰণ আদি সকলোবে সমিধান বিচাৰিলে। এই সকলোবিলাক কবিয়ে তেওঁৰ 'পাপৰি'ত অতি আন্তৰিক আৰু নিসঙ্কোচ-ভাৱে বৰ্ণাই গৈছে—'পাপৰি' কবিৰ প্ৰেম-অভিজ্ঞতা আৰু তাকে কেন্দ্ৰ কৰি তেওঁৰ ভাব-অনুভূতিৰ অকৃত্ৰিম বৰ্ণনা। একপ্ৰকাৰে চাবলৈ গ'লে ১৯২৪ চনত লিখা 'পাপৰি' কবিতাটো গণেশ গগৈৰ জীৱনৰ, প্ৰেম অভিজ্ঞতাৰ, তেওঁৰ প্ৰিয়াক লৈ ৰচা সপোন, তেওঁৰ কল্পনা আদিৰ দ্বিধাহীনভাৱে লিখা সঁচা বিৱৰণী। তাৰ দুবছৰ পিছত অৰ্থাৎ ১৯৩৬ চনত ৰচা তেওৰ 'স্বপ্ন-ভঙ্গ' কবিতাত তেওঁ তেওঁৰ আগৰ অভিজ্ঞতা আৰু তেওঁৰ কাৰ্য্যত দাৰ্শনিক কোণৰপৰা দৃষ্টিপাত কৰিছে।

এই বিমল শস্য-শ্যামল বিশ্বৰ বিমোহিনী ৰূপ 'সকলোটি মাথোঁ নিশাৰ সপোন' আৰু সি 'মোহিনী মায়াৰ জালেৰে ঘেৰা'। মানুহে সেই মায়াতেই ভোল গৈ সপোনৰ মাধুৰী বিচাৰি ৰূপ লাৱণ্যৰ, মিলনৰ, প্ৰেম-প্ৰণয়ৰ মৌ-চাক সাজে। গণেশ গগৈৰ মতে তেওঁও প্ৰিয়াক লৈ হয়তো তেনে সপোনেই ৰচিছিল, হয়তো তেওঁ প্ৰিয়াৰ 'ৰূপৰ সুৰভি পাই' মন মজিছিল হয়তো ৰূপৰ পিছত বলিয়া হৈয়েই তেওঁৰ প্ৰেয়সীয়েও তেওঁৰপৰা আঁতৰি গৈছিল। সেয়েহে, এনেদৰে ৰূপৰ পিছত বলিয়া নহ'বলৈ সকিয়াই দি তেওঁ কৈছে—ৰাৱণে সীতাৰ ৰূপত ভোল যোৱা কাৰণে যিদৰে স্বৰ্ণপুৰী আৰু তেওঁৰ ৰূপ-লাৱণ্যৰ অশোক-বন ধ্বংস হৈছিল সেইদৰে 'ৰূপৰ জোৱাৰ দেখিলে বিনাশ'। প্ৰকৃত প্ৰেমৰ আধাৰ হৈছে মানুহৰ অন্তৰাত্মা। তেওঁৰ প্ৰেমৰ স্বৰূপ

যে বিমল ভকতি, পৰম পদৰ অন্বেষণৰ সৈতে একে তাক তেওঁ স্বপ্ন-ভঙ্গত অপৰূপভাৱে প্ৰকাশ কৰিছে-

ৰূপৰ সোঁতত উটিলে কি হ'ব,
নাথাকে যদিহে প্ৰেমৰ ঢউ
হেঙুলী ওঁঠৰ নালাগে মদিৰা
নাপালে বুকুৰ মৰমী মউ।

নাথাকে যদিহে মনৰ মাজত
ভকতি ৰসৰ বিমল ধাৰ,
কি হ'ব যাচিলে দেৱী-দেৱতাক
ফুল তুলসীৰ সুৰভি হাৰ ?

কি হ'ব সাজিলে ৰূপৰ মন্দিৰ,
সোণৰ প্ৰতিমা থাপনা কৰি,
পূজাৰ বেলিকা পৰম পদত
যদিহে চকুলো নপৰে সৰি ? [স্বপ্ন-ভঙ্গ]।

হিন্দু দৰ্শনৰ দৃষ্টিভঙ্গীৰে প্ৰেমৰ অৰ্থ এনে সহজ সৰলভাৱে প্ৰকাশ কৰি গণেশ গগৈদেৱে অসাধাৰণ কাব্য প্ৰতিভা আৰু তেওঁৰ পৱিত্ৰ প্ৰাণৰ পৰিচয় দিছে। নিজৰ পৱিত্ৰ অভিজ্ঞতাৰ এনে অকৃত্ৰিম বৰ্ণনা অসমীয়া কবিতাত বিৰল। অসমীয়া কবিতাত সাধাৰণতে গগৈদেৱৰ দৰে প্ৰেমৰ আন্তৰিক অন্বেষণ আৰু বিমল অভিজ্ঞতাৰ সোৱাদ আন কোনো কবিৰ লিখনীত পোৱা নাযায়। সেইবিলাক কোনো কোনোত সঁচা অভিজ্ঞতাৰ কিছু সঙ্কেত থাকিলেও তাক ৰচনাৰ কৃত্ৰিমতাই আবৰি থাকে।

'পাপৰি'ত হয়তো গগৈদেৱে প্ৰিয়াৰ অভিমান, আপোন ৰূপত বিভোল, আৰু ব্যক্তিত্বক নানা প্ৰকাৰে দোষাৰোপ কৰিছিল। কিন্তু 'স্বপ্ন-ভঙ্গ'ত তেওঁ সকলোখিনি বিধিৰ বিধান বুলি প্ৰিয়াৰ ওচৰত ক্ষমা বিচাৰিছে। অকল সেয়ে নহয়, তেওঁ পিছলৈ আশ্বস্ত যে—

প্ৰেমে নিবিচাৰে বিৰহ মিলন
বিচাৰে মাথোন বুকুৰ সুৰ,
প্ৰেমৰ কাষত জগতখনেই
যাউতিযুগীয়া অলকাপুৰ।

সেযেহে, জগতত ৰূপৰ সাধক, প্ৰেমৰ সাধক সদায়ে কালজয়ী হয় কিয়নো তেনেজনৰ অন্তৰ চিৰ প্ৰেমময় আৰু চিৰ করুণাময়। এনেদৰে যিসকলৰ প্ৰাণ প্ৰেমময় আৰু করুণাময় হয় তেওঁলোক সকলো একাত্ম আৰু অভিন্ন হয় —

সেইহে কইছো, শুনা সখি মোৰ,
আমি জগতত সদায় জয়ী,
পূজিবা দেৱতা, পূজিম দেৱীক,
চিৰ প্ৰেমময়, করুণাময়ী।
তুলসী নালাগে, দূবৰি নালাগে,
নালাগে নৈবেদ্য, নালাগে ধূপ
প্ৰাণৰ দাপোণ দুয়ো মেলি চাম,
একেলগে পাম দুয়োটি ৰূপ।

'শেষ-শয্যা' কবিতাটোত গণেশ গগৈযে তেওঁৰ জীৱনৰ সাধনা কেনেদৰে সফল হ'ল আৰু মৰণৰ বেলিকা তেওঁ কেনেদৰে অমৃতৰ ভাণ্ডাৰ হাততে পালে তাক বৰ্ণাইছে। এই কবিতাটোত লিখিবৰ সময়ত গগৈদেৱে মৃত্যুৰ ক্ষণ গণি থকাৰ নিচিনা। সেয়েহে এই কবিতাটো বহুতে অতি করুণ বুলি মন্তব্য কৰে। দৰাচলতে, সি তেনে নহয় — মৰণক সকলোৱে শঙ্কা কৰে আৰু মৰণক করুণ বুলি ভবা কাৰণেই হয়তো বহুতৰ তেনে ধাৰণা হয়। গণেশ গগৈ কিন্তু মৰণ-বিজয়ী কবি, অকালতে তেওঁৰ মৃত্যু অতি নিশ্চিত বুলি জানিও গগৈদেৱ বিচলিত হোৱা নাই আৰু মৃত্যু শয্যাতো 'জগতখনি মনোৰম পুষ্পোদ্যান' আৰু 'মানৱ জনম এটি স্থল পদ্মফুল' বুলিহে ঘোষণা কৰিছে। অকল সেয়ে নহয় যিজনে তেওঁলৈ তেনে উপলব্ধি আনিলে, সেইজনক আৰু তেওঁলোকৰ প্ৰেম অভিজ্ঞতাক তেওঁ শেষ-শয্যাতো এই বুলি গৌৰৱান্বিত কৰি গ'ল—

'যাবৰ সময় হ'ল স্থলকি পৰিছে ডোল
দুদিনীয়া জগতৰ মায়া মমতাৰ
আহাঁ প্ৰিয়ে কাষ চাপি চাই লওঁ শেষবাৰ
তোমাৰ বিমল ছবি প্ৰেম প্ৰতিভাৰ ।

এইয়া প্ৰেমৰ ব্যৰ্থতা নহয়, প্ৰেমৰ পৰিপূৰ্ণতাহে । যিসকলে প্ৰেম মানে এজনক জীৱনৰ সঙ্গী ৰূপে পাবলৈ বিচৰাটোকে বুজে তেনে জনেহে ভাল পোৱা গৰাকীক জীৱন সঙ্গী ৰূপে নোপোৱাত প্ৰেমৰ ব্যৰ্থতা দেখে । কিন্তু, গগৈৰ প্ৰেম তেনে তৰল ধৰণৰ নাছিল । তেওঁ উপলব্ধি কৰা প্ৰেমে তেওঁৰ প্ৰাণ প্ৰেমময় কৰিছিল আৰু শেষ শয্যাতো তেওঁ সেই প্ৰেমৰ সোৱাদেৰে আত্ম তৃপ্তি লভিছিল । সেযেহে, তেওঁৰ প্ৰেম-কবিতাবিলাক তেওঁৰ প্ৰেম-উপলব্ধি, তেওঁৰ প্ৰেম অন্বেষণ, তেওঁৰ বিৰহ, তেওঁৰ জীৱন দৰ্শন আদিৰ মনোমোহা অভি-ব্যক্তিৰে ভৰপূৰ । জাগতিক দিশৰপৰা কোনো কোনো কবিতা কৰুণ যেন লাগিলেও গণেশ গগৈ প্ৰেমত ইমান আত্ম-বিভোৰ যে তেওঁ যেন নিজেই প্ৰেমলৈ ৰূপান্তৰিত হৈছে এনে অনুমান হয় । সেয়েহে সকলো ক্ষেত্ৰতে তেওঁৰ কাম-স্বাৰ্থ আৰু ইন্দ্ৰিয়-বিলাস বিহীন প্ৰেম নিজৰি পৰিছে । তেওঁৰ প্ৰেম-কবিতাবিলাকৰ কোমলতা, আন্তৰিকতা আৰু উচ্চ ভাবে আমাক সকলোকে স্পৰ্শ কৰে । তেওঁৰ কবিতাই আমাৰ চকুৰ আগত বিশ্বৰ বিমোহিনী ৰূপ দাঙি ধৰাৰ উপৰিও আমাক প্ৰেম আৰু সৌন্দৰ্য্যৰ এখন নতুন পৃথিবীলৈ লৈ যায় আৰু আমাৰ হাতত তুলি দিয়ে প্ৰেম-অন্বেষণৰ নতুন নৈবেদ্য ।

মুঠৰ ওপৰত সঁচা অভিজ্ঞতা, আন্তৰিক প্ৰেম অন্বেষণ, হিন্দু দৰ্শনৰ আধ্যাত্মিক দৃষ্টিভঙ্গী, অকৃত্ৰিম ৰচনা শৈলী আৰু ভাৱ-ছন্দ-ভাষাৰ অপূৰ্ব সমন্বয়ৰ কাৰণে গগৈৰ প্ৰেম-কবিতাবিলাক অসমীয়া কাব্য সাহিত্যৰ এক মহান সম্পদ । আমিও গোস্বামীদেৱৰ সৈতে একমত যে "গগৈদেৱৰ 'পাপৰি' আৰু 'শেষ-শয্যাত' কবিতা দুটিৰ লগত ফেৰ মাৰিব পৰা প্ৰেম-কবিতা অসমীয়া ভাষাত আৰু বোধকৰো নাই বুলিলেও সিমান মিছা কোৱা নহয় ।"

— x —

প্ৰেম-কবিতা

# পাপৰি

## নিবেদন

যুগৰ পিচত, যুগ আহিছে
জীৱন কৰিছে ক্ষয়,
প্ৰাণৰ কাষত কালৰ আগত
প্ৰেমৰ সদায় জয়।

*  *  *

পদুম ফুলৰ 'পাপৰি' নহয়
'পাপৰি'—প্ৰাণৰ মোৰ,
শোকৰ নহয়, দুখৰ নহয়,
প্ৰেমভৰা চকুলোৰ।

——

# অৰ্পণ

শ্ৰীযুত আনন্দচন্দ্ৰ বৰুৱা

"বকুলবন", ডিহা,

যোৰহাট।

বৰুৱা,

তোৰ অত্যাচাৰতেই "পাপৰি"ৰ জন্ম। আৰু আমনি কৰ

বুলিয়েই তোৰেই হাতত "পাপৰি" দিলো।

পাহিতে সৌন্দৰ্য্য থাকি আহিল –

সৌৰভতো নায়েই

যোৰহাট
১৮৫৬ শক

তোৰ--
—গণেশ—

# পাপৰি

"বিলত তিৰেবিৰাই পদুমৰ পাহি ঐ"—
কোনে গায় মউসনা সুমধুৰ গান,
কোন সিটি দেৱবালা গানৰ শুৱলা তানে
কৰিলে আকুল মোৰ বিয়াকুল প্ৰাণ ?

আজি শৰতৰ এই শাৰদী জোনাক ৰাতি
নেলেখি অলেখ তৰা—ৰূপোৱালী জোন,
কোনে গালে একেৰাহে করুণ কাতৰ সুৰে,
"হিয়াত জিলিকে" বুলি মনোহৰ 'কোন' ?

সানি দিছে সুধাকৰে সুৰদি সুষমাৰাশি
নানান ভঙ্গীৰে নাচে তাৰকা অযুত,
ঢালি দিছে ধাৰাষাৰে ৰূপালি জেউতি ধাৰা,
আঁকিছে মোহিনী ছবি প্ৰকৃতি বুকুত !

আলফুলে আচলত শেৱালি সৌৰভ বান্ধি
সমীৰণে দশোদিকে দিছেহি বিলায়,
গিৰিবালা তটিনীয়ে অতি মৃদু মধু ৰৱে
অনুৰত উলাহেৰে গীত গাই যায় ।

তথাপি নালাগে ভাল নেমানে বুজনি প্ৰাণে
কোনে গাই, কোন তেওঁ, এনে মধু স্বৰ,
কিজানিবা চিনি পাওঁ, কিজানিবা লগ পাওঁ,
কিজানি চিনাকি মোৰ কোনো জনমৰ ?

অপৰূপ ৰূপৰাশি আলসুৱা ছবি আঁকি
আহিছিল সেইদিনা পুৱাতে এদিন,
গোলাপৰ মৃদু হাঁহি দেখিছিলোঁ সেইদিনা
দেখিছিলোঁ নতুনৰ মনোময় চিন !

সেন্দুৰীয়া সপোনৰ অনন্ত মাধুৰীভৰা
দেখিছিলোঁ গুটি গুটি মাণিকৰ মিল,
বসন্তৰ বা' লৈ বকুল বনত গোৱা
শুনিছিলোঁ কোকিলৰ কণ্ঠ অনাবিল ।

কত দিন কত ৰাতি, শুনিলোঁ কিমান আৰু
ললিত লয়েৰে ভৰা নতুন ৰাগিণী,
বীণা বিনন্দিত স্বৰে লহৰ কঁপায় তোলা
গাইছিল কত শত গীত আৱাহনী ।

কিন্তু, ক'তা তেতিয়াতো নকঁপিলে বুকু মোৰ ;
শুনিছিলোঁ, শুনি মাথো লাগিছিল ভাল,
নোৱাৰিলে, নিব কেৰে তুলি সেই তৰঙ্গত,
নচলিল নাও মোৰ, নলৰিল পাল !

আজি শৰতৰ এই মধুৰ মাধৱী নিশা
টানি নিছে প্ৰাণ মোৰ নেজানো কলই,
হোৱাঁ তুমি যেয়ে হোৱাঁ, নিয়া টানি টানি নিয়া
যোৱাতো মাধুৰী আছে লক্ষ্যহীন হই !

কৈশোৰত দেখিছিলোঁ, স্বভাৱ-চপলা বালা
আপোনাৰ খেলা খেলি আপুনি মগন,
বুকুৰ কবিতা কলি মুফুলিলে, নেদেখিলোঁ,
নেদেখিলোঁ ছয়ামযা লাজুকী বৰণ।

আজি এই যৌৱনৰ ৰূপেৰে ৰঞ্জিত বেলা
চকুৰ আগত ইকি। ছবি বিতোপন,
স্বভাৱ-চপলা বালা ষোড়শী যুৱতী হই
সানি ললে অৰুণৰ কনক কিৰণ।

তোমাৰ ৰূপতেনে কি স্নান কৰি আজি মই
পুৰণি জগতখনি দেখিছো নতুন,
তোমাৰ ৰূপৰেনে কি জিলিকনি পৰি সখি,
নতুনৰো নানা ৰূপ এনে বিতোপন?

তোমাৰ পৰাইনে কি চুৰ কৰি সমাৰণে
সুৰভি নিশ্বাস লৈ উৰি গুচি যায়,
শৰতৰ শান্তিময়ী সন্ধিয়া সখিৰ স'তে
শেৱালি সৌৰভ বুলি জগত বেহায়?

যদিহে তোমাৰ ৰূপ, মাথোন তোমাতে ৰাজে
নপৰে কেনিও ৰেখা তোমাৰ ৰূপৰ,
মেলিলে সুন্দৰ দেখো, মুদিলে সুন্দৰ দেখো,
সকলো সুন্দৰ হ'ল—যৌৱন সুন্দৰ!

অনাদৃত জীৱনত নুবুজিলোঁ আগে' সখি
পলকতে উঠে নামে বীণাৰ ঝঙ্কাৰ,
তুমিয়েতো দয়া কৰি দিলা আজি দেখুৱাই
মুখৰ আগতে থকা অমৃত-ভাণ্ডাৰ।

স্থষ্টিৰ বুকুত সউ নতুনৰ নৃত্য দেখি
নতুন প্ৰাণতো বাজে প্ৰণয়ৰ সুৰ,
যৌৱনৰ পূৰ্ণ অৰ্ঘ্য দিব খোজো তোমাকেই
ল'বানে সাদৰে সখি, আদি পূজা মোৰ ?

মুঞ্জৰিত মুকুলৰ কুকি অনা নাই সখি
সজা নাই মালতীৰ মনোমোহা হাৰ,
কুঞ্জ-কাননত বহি কোকিল কাকলি সতে
নাই গঁথা মালাধাৰি গীত-কবিতাৰ।

মাণিক মুকুতা গাঁথি নাই গঁথা গলপতা
হীৰাৰ আঙঠি মোৰ নাই দিবলই,
ভালপোৱা অন্তৰত যিকণি চেনেহ আছে
মহাৰ্ঘ্য ৰতন মোৰ সেয়ে তোমালই।

সেয়েই তুলসী মোৰ সেয়ে মোৰ গঙা-জল,
তাতেই দূৰ্বাৰি আছে, তাতে বেল পাত,
তাতেই নিতউ জ্বলে প্ৰণয়ৰ ধূপ-দীপ
সেয়েই নৈবেদ্য মোৰ তোমাৰ পূজাত !

যদিওবা যৌৱনত প্ৰাণৰ স্পন্দন শুনি
পূজিব খুজিছোঁ আজি প্ৰাণ উদিয়াই,
ভয় হয়, কিজানিবা পূজোঁতে পূজোঁতে সখি
শেষৰ পূজাত মোৰ প্ৰীতি কমি যায় !

ভয় হয়, কিজানিবা তোমাৰ মানসী-ছবি
জঁয় পৰি যাব পালে পাষাণ পৰশ,
তেতিয়া যে মিলনৰ নাথাকে মাধুৰী আৰু
নাপাম কোনোৱে পিব প্ৰেম-সুধা-ৰস।

নকৰিবা ভয় সখি প্ৰেমময় জগতত
পৰাণে বুজে যদি পৰাণৰ মোল,
অলিয়া-বলিয়া হই ক'লীয়া ভোমোৰা আহি
কাইটীয়া গোলাপৰ নিবিচাৰে ফুল ।

কলিজাৰ ৰঙা তেজ নাযায় শুকাই সখি
দুপৰীয়া সূৰ্যৰ প্ৰখৰ ৰদত,
তগৰে পেলায় কলি, ফুলাত নিদিয়ে বাধা
যদিওবা যায় ঢলি ফুলৰ ভৰত ।

লোৱাঁ তেনে সখি আজি জীৱনৰ শ্ৰেষ্ঠ দান
সত্য হক স্বপ্ন মোৰ, পূৰ্ণ কৰা পণ,
দুখ, দৈন্য ব্যথা ত্যজি ত্যজি মান-অভিমান
ছাঁয়াই ছাঁয়াই হক কায়াৰ মিলন !

ইকি ! সখি অভিমান বুজিলোঁ নোলোৱা তুমি
আপোনাৰ শ্ৰেষ্ঠধন কৰিছিলোঁ আগ,
তথাপি আঁতৰি গ'লা, আঁতৰতে ঠেলি মোৰ
যাচি দিয়া যৌৱনৰ আদি পূজাভাগ ।

অযোগ্য নাছিল মোৰ পৰাণৰ ভালপোৱা
অযোগ্য নাছিল এই পূজাৰ সম্বল,
অশুচি নাছিল সখি অন্তৰৰো অন্তঃস্থল
ৰাখিছিলো ঢালি ঢালি প্ৰেম-গঙা-জল

যোৱাঁ তেনে যোৱাঁ সখি নালাগে থাকিব ৰই
শুচি যোৱাঁ যত পাৰা দূৰ দূৰলৈ,
সপোনে সন্ধান যাতে নোৱাৰে কাঢ়িতো দিব—
তোমাৰ ৰূপৰ জ্যোতি স্মৃতিয়েদি বই !

কিজানি ভাবিছা তুমি তুমি এৰি গুচি গ'লে
সোণৰ হৰিণী মোৰ যাব জাল ফালি,
কিজানি ভাবিছা তুমি তোমাক নাপাই মই
হেৰুৱাম জীৱনৰ সেন্দূৰীয়া আলি ।

ভুল সখি, অতি ভুল, বিৰহ-বেদনা ভুগি
নাকাটে অকণো কাল, চকুলো নোলায় !
কলিজাৰ একোণত জ্বলিলে চিতাৰ জুই
থাকিম নিতউ তাকে অকলে' ফুঁৱাই !

জীৱন-তৰণি মোৰ উটি যাব জলধিত
যিদৰে আহিছে উটি কূল হেৰুৱাই,
সাৰথিবিহীন হই যাম গুচি অকলই
মাৰ যোৱা স্মৃতিৰ শেষ ছবি চাই ।

নাভাবিবা সখি তুমি, তোমাৰ গীতৰ ঢৌৱে
ৰোধিব পাৰিব মোৰ লক্ষ্যহীন তৰী,
নাভাবিবা বুকুখনি শোকত মলঙি যাব
বিৰহৰ দুখ-তাপ সুঁৱৰি সুঁৱৰি !

দিনৰ শেষত দিনে চাকৈ-চকোৱা হালি
এটিক অকলে' এৰি এটি গুচি যায়,
যাবৰ সময় হলে এটিক অকল দেখি
নাকান্দে সিটিয়ে সখি ইনাই-বিনাই ।

মিলনৰ বালি-ভেঁটা যদিওবা ভাগি গ'ল
নাই ভগা সখি মোৰ প্ৰণয়ৰ বীণ,
সুৰৰ লহৰি তাত মুঠিলে মুঠিব পাৰে
তাঁৰৰ স্পন্দন তাৰ নহয় বিলীন ।

কতজনে জগতত সাজি সাজি মৌ-চাক
ভাঙি ভাঙি বহুঘৰা মধু কৰে পান,
জঠৰৰ জ্বালা সখি সহিব নোৱাৰি কত
দুৱাৰে দুৱাৰে ঘূৰে এৰি লাজ-মান।

বিলাস, বিভূতি, ভোগী, কতজনে দিনে-ৰাতি
সাঁতুৰি নাহ্বাৰ যায সুখৰ সোঁতত,
কতই দুখৰ বোজা দাঙিব নোৱাৰি সাথ
আকুলি-বিকুলি কান্দে শোক বেজাৰত !

কতৰ কাতৰ হিয়া সঞ্চাৰিত হই উঠে
প্ৰাণসমা প্ৰেয়সীৰ পৰশন পাই,
কতৰ বুকুত জুই দুগুণ তেজেৰে জ্বলে
অকালতে আলসুৱা পিয়া হেৰুৱাই !

সুখী, দুখী, দীন, হীন, ধনী, দানী, অভিমানী
সন্নাৰে শিৰেদি বয় শোণিতৰ ধাৰ,
মৰণ পাৰতো সখি নোৱাৰে মচিব কেৰে
যাউতি-যগীযা স্মৃতি প্ৰেম-প্ৰতিভাৰ !

যদিও কাণত বাজে এতিয়াও সেই ধ্বনি
উটি অহা সেই গীত মৃদু-মলয়াত,
অনন্ত অসীম ভেদি যদিওবা আহি স্মৃতি
নিঠুৰ আঘাত কৰে নিৰস হিয়াত।

তথাপিও চাম সখি পাৰোনে নোৱাৰোঁ নাক
স্মৃতিক ছাঁয়াৰে স'তে পেলাব মোহাৰি,
উঠিবনে তেতিয়াও বিৰহৰ আৰ্তনাদ
জীৰ্ণ-শীৰ্ণ অন্তঃস্থল বিদাৰি বিদাৰি ?

বিশাল বিশ্বত সখি. নাইনে কি এনে ঠাই
সুফুলে মালতী য'ত নেপেলায় কলি,
শুনা নাই নাম য'ত কোনো কালে পদুমৰ
নুফ্ৰে গুঞ্জৰি য'ত মৌ-লোভী অলি ?

গধুলি বেলিকা য'ত নিদিয়েহি দেখা জোনে
নাচালে কেনিও ক'তো এধানি কিৰণ,
প্ৰকৃতি নিঠুৰা য'ত — দহে পোৰে অবিৰাম
নবয় এছাটি ক'তো শান্তি-সমীৰণ ।

আছে যদি তেনে ঠাই, নাওখনি বাই বাই
নিতউ তালৈকে' সখি উটি গুচি যাম,
পদুম নুফুলে তাত নুফুলে মালতী ফুল,
তোমাৰ চানেকি আৰু তাততো নাপাম !

তোমাৰ শুৱলা সুৰ কোনে দিব সোঁৱৰাই
নাই তাত ভোমোৰাৰ গুণ গুণ স্বৰ,
অপৰূপ ৰূপৰাশি দিব কোনে দেখুৱাই,
নপৰে ৰূপৰ ৰেখা, নাই সুধাকৰ !

নিজানত বহি তাতে অন্তৰ বেদীত মোৰ
নিৰাকাৰ কিবা এটি এনেয়ে পুজিম,
—তুলসী অশুচি হ'ল —অশুচি দূবৰি বন,
—চিৰ-ব্যৰ্থ জীৱনৰ ৰঙা জবা দিম ।

এদিন আছিল সখি কত কি যে ভাবিছিলোঁ
কল্পনাতে অলকাত ফুৰিছিলোঁ ভাহি,
সুনীল আকাশ ভেদি উঠিছিলে ইন্দ্ৰধনু
বিশ্বৰ বুকুত মাথো ফুটিছিলে হাঁহি ।

লাজুকী প্ৰেমৰ আভা লাগিছিল কৰবীত
পৰশতে জঁয়পৰা নিলাজী বনৰ,
কৈছিলে কেতেকীয়ে,— "প্ৰেমিক দুৱাৰ খোলা
এয়েই মাহেন্দ্ৰক্ষণ মধু-মিলনৰ।"

আছিলোঁ তন্ময় হই, অকস্মাতে সাৰ পালোঁ,
অলক্ষিতে অন্তৰত জ্বলিলে শলিতা,
চকুৰ আগতে দেখোঁ, ই কি দৃশ্য মনোৰম
—অনন্ত অসীম ৰূপ, অনন্ত কবিতা।

সেইদিনা ভাবিছিলোঁ, এই সুনা, ৰূপৰাশি
প্ৰকৃতিয়ে অবাবতে ঢালি দিয়া নাই,
ইযাৰেই অনুৰূপ মানুহে কৰিব সৃষ্টি
এই বিশ্ব-বিমোহিনী চানেকিকে চাই।

প্ৰাণৰ দুখনি কুঞ্জ, প্ৰীতিৰ লতাৰে বান্ধি
ভাবিলোঁ সাজিম মযো নিকুঞ্জ কানন,
পুণ্যৰ সুৰভি সানি প্ৰেমৰ বসন্তকাল
বিৰাজিব তাতেই লই অনন্ত আসন।

মন্দাকিনী সলিলৰ সঙ্গীত লহৰি মালা
যৌৱন-তীৰ্থত মোৰ হেন্দুলি উঠিব,
গছৰ ডালত বহি বিহগ-বিহগী দুয়ো
জীৱনৰ জয়-যাত্ৰা ঘোষণা কৰিব।

সেইদিনা ভাবিছিলোঁ, হেঙুলীয়া অৰুণৰ
সাতোটি ৰঙেৰে মোৰ প্ৰিয়াক সজাই,
কমল বনৰ পৰা, ৰঙা-বগা পদুমৰ
পৰাগ পাপৰি আনি দিম ওপচাই!

ফুলেৰে সাজিম তৰী, ফুলেৰে তৰিম পাল
ফুলৰ হাততে দিম ফুলৰেই বঠা,
ফুলৰ পাহিতে বহি ফুলনিতে ফুল চুহি
মেলিম অনন্ত মন ফুলে ফুলে গঁথা ।

ফুল যে দূৰৰ কথা, নউ পৰোতেই কলি
কল্পনাতে ঢাক খালে ভৰ হোৱা জাল,
দিনত জিলিকি উঠা ৰেখা এটি ৰাখি থই
নিশাৰ সপোন আহি নিশাতে পলাল ।

ক'ব পাৰা তুমি মোক [যদিও নোকোৱা জানো]
"স্মৃতিকে যি জনে খোজে পেলাব মোহাৰি,
ইমান কথাৰ আজি আছে কিনো প্ৰয়োজন
আপোনাৰ লক্ষ্য লক আপুনি বিচাৰি ।

সমিধান দিওঁ শুনা শোকাতুৰে শান্তি পায়
গায় যদি ব্যথা ভৰা বিষাদৰ গান,
যদিও প্ৰাণত আহি প্ৰাণৰ আঘাত লাগে
সেই প্ৰাণ বিধাতাৰ শ্ৰেষ্ঠতম দান !

নহলে মানুহে কিয় যৌৱন তীৰত বহি
মণি-মুক্তা তুচ্ছ কৰি চাব শতদল,
মনত পৰিব কিয় দ্বাপৰৰ বন বেণু,
সেই ৰাস, সেই লীলা, কদমৰ তল ?

ময়ো যে মানুহ সখি, মোৰো সেই একে প্ৰাণ
মোৰোতো প্ৰাণত বাজে দ্বাপৰৰ গান,
যদিওবা জীৱনৰ এই ভৰ-দুপৰীয়া
বিচাৰিছোঁ আছে ক'ত নিৰস নিজান ।

ভুল সখি মিছা কথা, নপৰে মনত কাৰো
নপৰে মনত মোৰ অতীতৰ কথা,
গোটেই জগত জুৰি বিহেৰেই ভৰপূৰ
নহয় নহয় ইও ফুলে ফুলে গঁথা।

থাকা তেনে সখি মোৰ মাগিছোঁ মেলানি আজি
এয়ে শেষ দেখাদেখি শেষৰ দিনত,
প্ৰাণৰ পাপৰিখিনি থাকক ইয়াতে পৰি
বিৰহৰ চিন লই মধু-মিলনত।

সেই শৰতৰ কথা নানিবা মনত সখি,
ভুলতো নাগাবা সেই প্ৰেমময় গান,
সেই সুৰ স্বৰগৰ অচঞ্চল, অনন্তৰ,
মায়াময় মৰতত নাই তাৰ স্থান!

অতীতক এতিয়াই পাহৰি পেলোৱাঁ সখি,
নাই তাত অশ্ৰু-জল, নাই কীৰ্ত্তি-যশ
শ্যামল বসুধা আজি সেয়ে হ'ব কালিলই
উতপ্ত জ্বলন্ত প্ৰায় বলকা নিৰস।

খায়ামৰ কথা সখি তুমিওতো শুনিছিলা
তুমিওতো বুজিছিলা 'হাফিজৰ সুৰ',
তোমাৰ ওঁঠতো আছে 'আঙুৰৰ ৰঙা ৰস'
কিয় তেনে অতীতক নকৰিবা দূৰ? □

# স্বপ্ন

সৰগৰ ফুলনিত থাকিম সুখেৰে বহি
নাই তাত মৰতৰ পাহি সৰা ফুল
নাই তাত ব্যথিতৰ কৰুণ বেদনা ধ্বনি
ব্যথাভৰা প্ৰেমিকৰ বিননিৰ ৰোল ।

ফুলে তাত পৰাণৰ কোমল কমল কলি
উৰে তাত প্ৰণয়ৰ ৰঙা বগা ৰেণু,
বাজে তাত গকুলৰ যমুনা পাৰত বজা
তাহানিৰ সুমধুৰ সেই একে বেণু ।

কলীয়া কুলিয়ে তাত নেজানে উৰুলি দিব
নবহেহি কেতেকীও বিৰিখৰ ছাত,
হেঙুলীয়া সপোনৰ পৰশতে ভাঁহি আহে
আধাফুটা কেঁচুৱাৰ মউসনা মাত ।

গৰবিনী তটিনীৰ নাই কতো কলৰৱ
অপৰূপ গোলাপৰ নাই অভিমান,
প্ৰেমৰ বিমল সুধা প্ৰাণত উথলি উঠে
অযাচিতে প্ৰেমিকক কৰে নিতে দান ।

ইদৰেই ভাবি ভাবি গই আছো অকল'ই
হঠাতে থমকি ৰলো অচিনাকি ঠাই,
আগতে পদুম বন ফুলিছে কিমান ফুল
সৰিছে কিমান পাহি লেখজোখ নাই ।

ওপৰৰ ফালে চালো     নাই কতো ৰঙা ৰদ
- নাই কতো জোন তৰা তথাপি জোনাক,
নাইতো কলীয়া মেঘ     কিহেনো ঢাকিলে তেনে
স্ফুৰ্যৰ চোকা তেজ, জোন তৰা জাক !

—ইকি ! ইযে অদূৰত     এখনি ফুলাম তৰী
পতুমৰ পাহি ভাঙি চাপিছেহি কায,
জলৰ কুঁৱৰী নেকি ?     নহলে মানবী আহি
অকলে ইয়াত কিয় কৰিছোহি বাস ?

* * * *

"ভাবিছা কিটোনো বাৰু     অচিনাকি পথহাৰা ।
কি লাগে তোমাক কৌৱা পতুম বনত,
ফুলৰ কৌৱৰ যদি     নোহোৱা যুবক তুমি
কবিতা কঠিয়া কিয় সিচিছা মনত ।"

মায়াবিনী নেকি এওঁ ?     নতুবা কোনোবা দেবী,
নহলে মনৰ কথা কব কেনেকই ?
এইদৰে ভাবোতেই     কলে, "হেৰা অচিনাকি
আঁহাচোন বাৰু তুমি উঠি নাৱলই ।"

ব্যাকুল বিস্ময় হই     উঠি গলো নাৱলই
লাহে লাহে যুবতীয়ে নাও মেলি দিলে,
নাৱৰ বাৰত লাগি     আধাফুটা কলিবোৰ
দেখিলো হঠাতে ফুলি মাথো হালেজালে ।

গই আছো ইদৰেই     নাই কাৰো মাত বোল
এনেতে এবাৰ মোৰ চকুলই চাই,
ক'লে হাঁহি মিচিকাই     "ইমান পৰেও বাৰু
কোন মই দেহি ঐ চিনি পোৱা নাই ।"

পালো পালো চিনি পালো পালো মোৰ মানসীক
সত্যৰ আলোক পালো নহয় সপোন,
মায়াবিনী বুলি যাক, অশৰীৰী বুলি যাক
ভাবিছিলো তেৱেঁ মোৰ প্ৰেমৰ দাপোন!

এদিন দূৰতে যাক দেখি সখী আঁতৰিলা
ঘিণ কৰি পূজা মোৰ নুচুলা হাতেৰে,
নিজান পদুম বন, নাই কতো সাৰ-সুৰ
লগ পালা আজি তাকে কোনতো সাহেৰে?

"মৰতৰ মানবীৰ যিদিনা মৰণ হয়
সেইদিনা বুজে সখা প্ৰণয়ৰ মোল,
পুৰুষৰ পৰাণেও সেইদিনা বুজি উঠে
—সতীক নুবুজি হায় হেৰুৱাই কুল।"

হব পাৰে সঁচা কথা কিন্তু সখী ভাবি চোৱা
পুৰুষে নাপায় যদি প্ৰকৃতিৰ প্ৰাণ,
কিয় তেনে মিছাতেই "আমিয়েই শ্ৰেষ্ঠ" বুলি
মৰতত মানুহেই কৰে অভিমান?

কিয় তেনে জগতেই কৰে নিতে জগৰীয়া
বিবেক বিহীন এই গৰু পশু বোৰ,
মানুহেই মানুহৰ নাই দেখা তেজ যদি
নাই বুজা নিজৰেই সুৰ চকুলোৰ?

সখা মোৰ! কওঁ শুনা সৃষ্টি শ্ৰেষ্ঠ মানবক
কবিয়ে কবিতা লিখি কৰিলে পাগল,
সেয়েহে তোমাকে মোকে নিমিলালে মৰতত
নেপালো কোনোৱে পিব 'যমুনাৰ জল'।

সখা ঐ! মোৰ হিয়া কাকনো সপিম তেনে
আজি এই পত্নমৰ নিজান বনত,
কাকনো বিচাৰি বাৰু অকলশৰীয়া হই
বিছাৰিছো নিজা মন, নিজৰে মনত।

এনেতে পাৰত গই পালো মোৰ নিজা ঘৰ
আইতাই আখলত মজিয়া মচিছে,
পাচ ফালে চোতালত কুমাৰে নিৰলে বহি
মাটিৰেই মানুহৰ মানুহ সাজিছে।

এবাৰ মাতিলো "আই", এনেতেই কোনোবাই
কলে মোক কাণে কাণে "নহবি বাউল,
গঢ়ি থক গঢ়ে মানে কৰি থক কৰে মানে
কপালত আছে যাৰ নসৰে চাউল।" □

# পাপৰি'ৰ স্বপ্ন

আহাঁ সখী, ইকি ! ইকি ! ইমান সুন্দৰ তুমি
এনেৰূপ অতদিনে থইছিলা ক'ত ?
—শৰতৰ সুৰ শেষ বসন্তৰ অভিষেক
হবই লাগিব তাতে ফুলিছিলা য'ত !

০ ০ ০ ০

একেখনি নাৱতেই দুয়ো উঠি গলো উটি
তেওঁতো নাছিল কোনো, তেওঁ নিজা মোৰ ;
সুধিলো, কোৱাছোঁ সখী মৰতৰ 'পাপৰি'ত
পালা জানো কোনো দিনে সকৰুণ সুৰ ?

"মৰতৰ পাপৰিত ? নেপালো একোকে সখা
একে দিনে ফুল কলি য'ত জহি যায়,
'পাপৰি'ৰ চিন চাব থাকিব কিহত তেনে
নাই সখা নাই তাত একোৱেই নাই !"

শুনা বাৰু সখী মোৰ প্ৰাণৰ মাজত থকা
দুআষাৰ কথা তেনে আজি কই যাওঁ.
নউ পাৰ পাওঁতেই আগতে সঁহাৰি দিবা
উঠোতে নামোতে মাথো উটে বুৰে নাও ।

এদিন যিদিনা সখী ডুবৰি পাটিত বহি
চাইছিলা শৰতৰ সুশীতল জোন,
কিয় তুমি গাইছিলা করুণ কাতৰ সুৰে
"হিয়াত জিলিকে" বুলি "মনোহৰ কোন ?"

মৰতৰ দেববালা হই তুমি উপজিলা
দেবতাকো আদি পূজা নকৰিলা আগ,
সেইহে কিজানি তুমি মোৰ অৰ্ঘ্য, উপচাৰ
মোৰ প্ৰেম-নৈবেদ্যৰ নললাহি ভাগ !

মানুহে মানুহে যদি মৰমৰ মোল বুজে
মৰম নহয় সখী শাওণৰ মেঘ,
বজিবা মৰম সখী, ভঙিয়াই পাহৰিবা
জীৱনৰ যত ক্লেশ, দুখ, হিংসা, দ্বেষ।

নহলে মানুহে কিয় মৰম যাচিব সখী,
নাই যদি মৰমৰ মোহলগা বোল,
কাইটীয়া কেতেকীৰ অযাচিত সৌৰভত
বিহুৰে বিহুৰে জানো হেৰুৱাব কুল ?

— x —

# স্বপ্ন-ভঙ্গ

[ 'স্বপ্ন', 'পাপৰিৰ স্বপ্ন' আৰু 'স্বপ্ন-ভঙ্গ' কৱিতা কেইটাৰ বিষয়ে শ্ৰীযতি নাৰায়ণ শৰ্মাই লিখিছে যে 'স্বপ্ন' কৱিতাটো গগৈদেৱে 'পাপৰি'ৰ পৰিপূৰক ৰূপে ১৯৩৪ চনতে আৰম্ভ কৰে, কিন্তু—"বিশ ফাঁকি লিখিয়েই এৰি দিয়ে। এই কৱিতাটি আধা লিখা কৰাৰ দুটা কাৰণ —প্ৰথমতে, সেই কৱিতাটিৰ কেইটামান ফাঁকি এজন তথাকথিত সাহিত্যিকে চুৰ কৰি নি ১৯৩৪ চনৰ স্কুলীয়া আলোচনী 'জেউতি'ত তেওঁৰ নিজৰ নামত প্ৰকাশ কৰে, আৰু দ্বিতীয়তে কাল্পনিক বৰ্ণনা ইমান বেছি হ'ল যে তাত ভাবৰ গভীৰতা কমি গ'ল আৰু বিষয়বস্তু কবিৰ মনপুত হোৱা নাছিল। বিশেষতঃ ভাবত পাপৰিতকৈ ই ইমান উন্নত নহ'ল। পৃথিৱীত কবিৰ প্ৰণয়িনীৰ লগত মিলন নহ'ল কাৰণে স্বৰ্গলোক কল্পনা কৰি তাত দেখা দেখি হোৱাৰ কল্পনা কৰিছে আৰু শেহত তেওঁ উপলব্ধি কৰিলে যে মৃত্যুটো অতি সহজ নহয় আৰু মানুহৰ কপালত থাকে মানে জীয়াই থাকিব লাগিব। মিছা কল্পনাৰ এই কৱিতা লিখি গগৈৰ নিজৰে বৰ ভাল নালাগিল! সেই গতিকে তেওঁ আকৌ ১৯৩৪ চনৰ শেহৰ ফালে 'পাপৰিৰ স্বপ্ন' বুলি আন এটা কৱিতা লিখিবলৈ আৰম্ভ কৰে আৰু স্বপ্ন কৱিতাৰ লগতে সংযোগ কৰি 'পাপৰি'ৰ দৰেই এখন কিতাপ লিখিব খুজিলে। কিন্তু, সেইটি কৱিতাও মুঠেই আঠটা ফাঁকি লিখি এৰি দিয়ে। এই কৱিতাত শেহৰ ফালে কবি স্বৰ্গৰ কল্পনা এৰি মৰ্ত্যলৈ নামি আহিল আৰু তেওঁৰ দৃঢ় বিশ্বাস হ'ল যে প্ৰকৃত প্ৰেমত আন্তৰিকতা, আত্ম-বিশ্বাস আৰু শুদ্ধ অন্তৰ লাগে। কৱিতাটিৰ ভাব ভাষা 'পাপৰি'ৰ লগত প্ৰায়ে একে হ'ব খোজা যেন দেখি গগৈয়ে কৱিতাটো আৰু দীঘলীয়া নকৰিলে আৰু কতো প্ৰকাশৰ বাবে নপঠালে।"

দেৰ বছৰৰ পিছত ১৯৩৬ চনত গগৈয়ে 'স্বপ্ন-ভঙ্গ' লিখি প্ৰকাশ কৰে।]

# নিবেদন

নসাৰিল চকুপানী সবোতে "পাপৰি"
আজি এটা খন্তেকীয়া অলিক-সপোনে,
নাজানিলোঁ, নুবুজিলোঁ ধাৰাসাৰে বাৰী
ৰাখিছিলে চকুপানী গোপনে গোপনে।

* * *

স্বপ্নৰ মাজত বহি সপোন ৰচনা
মানুহে নিতউ কৰে, ময়ো কৰিছিলো,
সেন্দুৰীয়া সপোনৰ সোণালী কিৰণ
মাৰ গ'ল আজি মাথো টুকিছোঁ চকুলো।
"স্বপ্ন-ভঙ্গ" স্বপ্ন মোৰ নিলাজ প্ৰাণৰ,
সুৰহীন ঐক্যতান বিৰহ গানৰ।

## স্বপ্ন-ভঙ্গ

আজি অতদিন একেটি ভাৱতে
একে কদমৰ তলতে ৰই,
বাট চাই সখি আছিলো তোমাকে
মনৰ পিয়াহ মনতে লই ।

ৰ'ই ৰ'ই আৰু আমনি লাগিল
থাকিম অকলে' কিমান বহি,
আহাৰ মাহৰ ৰ'দত শুকাই
মহ-চেৰেপাৰ কামোৰ সহি ?

সেই দিনা সখি, গধূলি-বেলিকা
পশ্চিমৰ মেঘে কলীয়া হই,
বুকুতে সামৰি আনিলে ধুমুহা
বিজুলী-গাজনি পিছতে লই ।

নাথাকিলো আৰু কদম তলত ;
সখি, সেইদিনা আহিলো গুচি,
নেদেখা বাটত, শিল-বৰষুণে
নোৱাৰিলে মন কৰিব শুচি ।

পদূলি-মুখৰ নঙলাত লাগি
জঠৰ ভৰিও পিছলি গ'ল,
তথাপিও মোৰ দুগালেদি বোৱা
দুধাৰি চকুলো গালত ৰ'ল !

তুমি কৈছিলা—"একেলগে আছি
একেলগে দুয়ো আকউ যাম,
ঘৰি নাহোঁ মানে ইয়াতেই থাকা
গধূলি বেলিকা ইযাতে পাম।"

কত দিন গ'ল, কত ৰাতি গ'ল,
কতনো গধূলি অতীত হ'ল,
তথাপি নাহিলো, নিদিলাহি দেখা,
মনৰ বেজাৰ মনতে ৰ'ল।

জীৱনত ফুল বহুত ফুলিল,
তথাপি নাপালো চুপহি তাৰ,
কত ৰূপহীৰ আঁচল ধৰিলো
বুজিলো তেও চকুৰ ঠাৰ।

পদুম বনত অকলে' অকলে'
কত পদুমীৰ চাপিলো কাষ,
একে চাৱনিতে পাহি সৰি পৰা
তেনে লাজুকীৰো নাপালো আশ।

মোৰ কদমৰ তলৰ সপোন
সেইহে সিদাৰে মৰহি গ'ল,
একেটি কথাৰ, একেটি ভাষাৰ,
তাৰো যে মাধুৰী নোহোৱা হ'ল।

নহলেনো মোক কদম তলত
সখি, সেই দিনা অকলে' থই,
আহোঁ, আহোঁ বুলি নাহিলা কিয়নো
মাথো এবেলাৰ বাটলৈ চাই!

হ'ব পাৰা তুমি তোমাত বলিয়া
কʼলীয়া মেঘৰ সপোন চাই,
ময়ো যে আছিলো তোমাকে আৰাধি
তোমাৰ ৰূপৰ সুৰভি পাই।

সেই দেখিয়েই কওঁ শুনা সখি,
ৰূপ দেখি আৰু নমজে মন;
ৰূপৰ জোৱাৰ দেখিলে বিনাশ,
—সেই তাহানিৰ, “অশোক-বন” !

ৰূপৰ সোঁতত উটিলে কি হʼব,
নাথাকে যদিহে প্ৰেমৰ ঢৌ,
হেঙুলী ওঁঠৰ নালাগে মদিৰা
নাপালে বুকুৰ মৰমী মৌ !

ভুল হʼল সখি, ক্ষমা কৰা মোক
মিছাতেই দিছো তোমাক দোষ,
নাই লিখা যদি কপালতে সখি,
আমি কʼৰ পৰা পামনো সুখ !

তুমি ভাল পোৱা, ময়ো ভাল পাওঁ,
বিধিয়ে সহিব নোৱাৰি তাকে,
মধু-মিলনৰ মোহিনী-পটত
চিৰ-বিৰহৰ ছবিটি আঁকে।

প্ৰথমে যিদিনা তুমি দেখা দিলা
শেৱালি ফুলৰ তলত আহি,
মধুৰ-মাধৱী জোনাক সিদিনা
ৰূপহ জোনায়ে আছিলে হাঁহি

তোমাৰ আকুল বুকুৰ কঁপনি
লাগি শেৱালিৰ সৰিলে ফুল,
ৰাঙলী ঠাৰিযে ওঁঠ দুয়োটিত
দিলে সানি সখি ৰাঙলী বোল !

দুৰণিৰে পৰা দেখিলো তোমাক
ইকি ! সপোনৰ সেন্দুৰী জাল,
শৰত-কুঁৱৰী মৰতত বহি
শেৱালি ফুলৰ তৰিছে পাল ।

নীলা আকাশত লীলা-খেলা কৰি
এটি দুটি তৰা লুকি গ'ল,
সুধাকৰে মাথো সুধা ঢালি ঢালি
শৰত-কুঁৱৰী নিৰিখি ৰ'ল ।

পূবেদিনি বোৱা বতাহ ছাটিয়ে
লাহতী কেশৰ সুৰভি লই,
সৰসী জলৰ সৰলা বালিকা
বগী পদুমীক দিছিলে গই ।

ব্যাকুল বিননি বাজিল বুকুত
নোৱাৰিলো আৰু থাকিব ৰই,
কাষলই চাপি ক'লোহি তোমাক—
"কিয় সখি তুমি লাজুকী হই—

এৰে ৰাতি কাল অকলে' অকলে'
ইয়াতে থাকিবা, নাইনে ভয় ?
নিঠুৰ নিশাৰ পৰশত সখি,
লৰণু দেহাটি পৰিব ক্ষয় ।"

মোহিনী বীণাৰ মধুৰ তাঁৰত,
মৃদু মনোৰম উঠিলে সুৰ,
"নিষ্ঠুৰ নহয় ৰূপহী নিশাত
লভিছো শান্তি, লভিছো জুৰ" ।

"আহাঁছো তুমিও কাষলে সখি,
কেনে সুমধুৰ বলিছে বা,
পুলকতে নাচি সৰিছে শেৱালি,
ঢোপা কলিটিৰো লৰিছে গা ।

ইদৰেই দুয়ো কত দিন আমি
মধু-মিলনৰ পাতিলো মেলা,
ভৰা যৌৱনৰ ফুলাম পাৰত
আকাশী-পদুম ফুলাৰ বেলা !

ইদৰেই সখি কত দিন ৰাতি
সুধাৰ সঁফুৰা মুকলি কৰি
পান কৰিছিলো কত হেঁপাহেৰে
একেলগে দুয়ো পৰাণ ভৰি ।

সেই মিলনৰ সেই সপোনৰ
সুৰ ভাঙি আজি দিলেহি কোনে,
কোন ফাগুনৰ নিলাজ পৱনে,
কোন শৰতৰ পপীয়া জোনে ?

মিলনত সখি, আছেই বিৰহ !
আমিয়ে অকল বিৰহত পৰি,
নাই ভোগা দুখ, যাতনা দাৰুণ
শ্মশানৰ চিতা বুকুতে ধৰি ।

জগতত কত আছে জনবীয়া
আছে কত সখি দীনতো দীন,
ওৰে দিন বাতি, টুকিছে চকুলো
বজাই বুকুৰ বেদনা-বীণ !

হ'ক তেনে সখি, বিৰহ আমাৰ
বিৰহৰ চিতা জলাই হিয়া,
কামী-হাড় গুৰি ছাই হৈয়ো গ'লে,
তাতে পাম আমি আশাৰ হিয়া !

বিমল প্ৰেমৰ ধ্ৰুবতৰা সখি,
হিয়া-গগণত গোপনে উঠে,
পাৰ ভাঙি ভাঙি প্ৰণয়-যমুনা
ওঁঠৰ চুমাতে উঠলি ছুটে !

প্ৰেমে নিৰ্বিচাৰে বিৰহ-মিলন,
বিচাৰে মাথোন বুকুৰ সুৰ,
প্ৰেমৰ কাষত জগতখনেই
যাৰ্উতি-যুগীয়া অলকাপুৰ ।

সেই সুৰবেই ধ্বনি শুনি শুনি
আপোন বুকুৰ ঢালি দি বোল,
চিৰ-বিৰহিনী, তথাপি ফুলিছে
বজা মলাবৰ বাজনী ফুল ।

সেই সুৰবেই সুৰ লাগি লাগি
জাকেৰে জোনাকী পৰুৱা উৰে;
নিঠুৰ হিয়াতো তেনেহে জ্বলি দি
নিশা এন্ধাৰত নিৰলে দুখে ।

সেই সুৰৰেই কঁপনিত সখি,
তিৰ্‌বিৰ্‌ কৰি জিলিকে তৰা,
বিৰহী পাটীত নিতে দিয়ে আঁকি,
মিলনৰ ছবি মাধুৰী ভৰা ।

নিলাজী বনৰ চিকুণি কুঁহিতো
প্ৰেমৰ সুৰভি বিচাৰি পায়,
কায চাপিলেহি আজলী-বালাৰ—
লাজতে লাজুকী মৰহি যায় ।

নাথাকে যদিহে মনৰ মাজত
ভকতি ৰসৰ বিমল ধাৰ,
কি হ'ব যাচিলে দেৱী-দেৱতাক
ফুল-তুলসীৰ সুৰভি হাৰ ?

কি হ'ব সাজিলে ৰূপৰ মন্দিৰ,
সোণৰ প্ৰতিমা থাপনা কৰি,
পূজাৰ বেলিকা পৰম পদত
যদিহে চকুলো নপৰে সৰি ?

সেইহে কইছোঁ, শুনা সখি মোৰ,
আমি জগতত সদায় জয়ী,
পূজিবা দেৱতা, পূজিম দেৱীক,
চিৰ প্ৰেমময়, কৰুণাময়ী !

তুলসী নালাগে, দুবৰি নালাগে,
নালাগে নৈবেদ্য, নালাগে ধূপ,
প্ৰাণৰ দাপোণ দুয়ো মেলি চাম,
এবেলাগে পাম দুয়োটি ৰূপ !

এই যে বিমল শস্য-শ্যামল
গিৰি, নদী ভৰা গুঞ্জনি ধৰা,
সৌ যে আকাশ নাচে নিতে য'ত
ন-জোন বেলি নাচনী ভৰা।

সকলোটি মাথোঁ নিশাৰ সপোন
মোহিনী মায়াৰ জালেৰে ঘেৰা,
মানুহে তাতেই সাজে মৌ-চাক
বিচাৰি সপোন মাধুৰী ফেৰা।

মযো সাজিছিলো মৌ-চাক সখি
ময়ো ৰচিছিলো সপোন সুৰ,
সেই সপোনৰ বিৰাট মেলাৰ
অনন্ত লীলাৰ পৰিলে ওৰ।

— x —

# ৰূপ-জ্যোতি

ৰূপৰ জেউতি সখী, নাশিব নোৱাৰে কেৱে
নিজৰ ৰশ্মিতে মাথো নিজে মাৰ যায়;
—এন্ধাৰে আঁঠুৱা তৰি বাধা দিয়ে অৰুণক
তেওঁচোঁ পুৰাতে আহি পোহৰ বিলায়।

কুঁৱলীয়ে ছাটিধৰে উষাৰ লাহৰি আভা
তথাপি মলয়া বয় বলিবৰ হ'লে,
ঘোপ্‌-মৰা ডাৱৰৰ মাজেদি সুৰুঙা ফালি
মেঘত দীপালী সাজি জোন তৰা জ্বলে।

জালিকটা বিহাৱেনো ঢাকিলে কি হব সখী
পাহি মেলি ফুলি অহা পদুমৰ কলি,
আবেগৰ বা লাগি সুৰিবনে ৰেণু তাৰ
নাহিবনে কাষ চাপি মতলীয়া অলি?

কেঁচাসোণ বৰণীয়া তোমাৰ লৱনু-তনু
দহিবটো খনিয়াৰে নোৱাৰা ঢাকিব,
বিৰিঙি বিৰিঙি সখী মনোৰমা ৰূপলেখা
জোনাকী পৰুৱা হৈ জিলিকি আহিব।

ওৰণি তলত থৈ অধৰৰ ৰহঘৰা
মোহলগা মুখুজাক নোৱাৰা ৰাখিব,
নিলাজী কাষীৰে সখী, ওৰণি গুচাই লৈ
কৰবীৰ কমলাৰ কলিকা গাঁথিছু।

আকুলতো আলসুৱা          আজলী বুকুৰ সখী
পাৰা জানো লুকুৱাব পলসুৱা পশ,
অভিমানে আঁকি দিব          তোমাৰ গোপন ছবি
লাজুকী লতাৰে যেন বন-উপবন !

নোৱাৰা ঢাকিব সখী          নোৱাৰা বান্ধিব সখী
দেৱতাই দান কৰা জীৱন সাপোন,
যদিওবা জীৱনেই          সৃষ্টিৰ প্ৰাণৰ ছাঁয়া
যদিওবা জনমেই অনন্ত সপোন !

* *

# শেষ শয্যাত

হেমন্তৰ হিমে ধোৱা লাজুকী ওৰণি টানি
আহিলা আজিনো তুমি কাক চাবল'ই ?
জীৱন প্ৰদীপ মোৰ এই মাৰ যায় যায়
নাই আৰু বেছি পৰ শেষ হবল'ই !

চিৰব্যৰ্থ জীৱনত বিৰহৰ অভিমান
লাগিছিল মধুময় মিলন আশাত,
শেষৰ শয্যাত আজি দুৰ্লভ মাধুৰী পায়ো
কান্দিব খুজিছে প্ৰাণ কিহৰ ব্যথাত !

কত দিন, কত ৰাতি . অভিশপ্ত জনমৰ
মৰণ মঙ্গল বুলি আছিলো আহ্বানি,
ভাবিছিলো নবজন্ম এটা মহা অভিশাপ
জীৱন বিহেৰে ভৰা, মাথোঁ ক্লেশ-গ্লানি ।

আজি জন্ম মৰণৰ সন্ধিয়া বেলিকা আহি
অলকাৰ দেৱবালা ভাঙিলাহি ভুল,
বুজিলো জগতখনি মনোৰমা পুষ্পোদ্যান
মানৱ জনম এটি স্থল পদ্মফুল !

এই ভুল আগেয়েনো নেভাঙিলা কিয় দেৱী
আজিতো সময় নাই,—বৰ বেলি হ'ল ;
আছে বাকী মুখ-অগ্নি, আছে বাকী পিণ্ডদান
আছে মাথোঁ শতকৰে চাঁছিবৰ থল !

মনত পৰেছি কিয় আজি বিদায়ৰ বেলা
শেৱালিৰ মালা গঁথা শ্যাৰদী পুৱাত,
বিৰহ বেদনা সহি একেবাহে শুৱা লেখা
বিনিদ্ৰ তমস' নিশা দূৰ নীলিমাত ?

সেইদিনা অমানিশা নিদিলেতো জোনে দেখা
নেদেখিলো প্ৰকৃতিৰো সেউজীয়া বোল,
অসাৰ জগত জুৰি নদ্‌-নদী, গিৰি ভেদি
উঠিছিলে বিষাদৰ সকৰুণ বোল !

সপোন পাৰত বহি ভাবিছিলো সেইদিনা
ভাবিছিলো অতীতৰ পাহৰণি কথা,
পাহ পাহ কৰি মোৰ শুকান শেৱালি ফুল
স্মৃতিৰ মাধুৰী সতে আলফুলে গঁথা !

ময়োতো দিছিলো পূজা মোৰ দেৱী মন্দিৰত
জ্বলিছিলে ধূপ-ধূনা প্ৰদীপৰ শাৰী,
তথাপিতো অতৰ্কিতে আহিছিলে ৰুমুনিয়া
ব্যৰ্থতাৰ গুৰুভাৰ সহিব নোৱাৰি !

যদিওবা অৰ্ঘ্য মোৰ নললে দেৱীয়ে তুলি
ভৰি দিলো আহি যেবে মৰণ পাৰত,
মনত পৰেছি কিয় পুনু বিদায়ৰ বেলা
সেই কথা, সিযে আজি স্মৃতিৰো আঁৰত !

* * * *

প্ৰাণৰ প্ৰতিমা মোৰ কান্দিছা, কান্দিলে বাৰু
পাৰিবানে প্ৰিয়ে মোক আনিব ঘূৰাই ?
নিয়তিৰ নিয়মত পাৰে কোনে বাধা দিব
জনমৰ লগে লগে মৃত্যু আছে যায় !

বিধিৰ বিধান মানি ভৰি দিলো জগতত
নহ'ল যদিও কাৰো একো উপকাৰ,
বিফল সাধনা মোৰ নহল নহল দেৱী
মৃত্যুৰ কাষতে পালো অমৃত ভাণ্ডাৰ।

তযু পুণ্য পৰশতে স্নান কৰি প্ৰাণ মোৰ
শুচি হৈ শুচি যাব পৰ পাৰল'ই,
থাকি যাব ইপাৰত মিলন মধুৰ স্মৃতি
সেয়ে মোৰ শেষ দান প্ৰিয়ে তোমাল'ই !

যাবৰ সময় হ'ল স্নুলকি পৰিছে ডোল
ছুদিনীয়া জগতৰ মায়া-মমতাৰ
আহাঁ প্ৰিয়ে কাষ চাপি চাই লওঁ শেষবাৰ
তোমাৰ বিমল ছবি প্ৰেম প্ৰতিভাৰ !

জীৱনৰ ধৰ্ম-কৰ্ম হ'ল আজি অৱসান
অৱসান অন্তৰীয়া মান অভিমান,
অৱসান আজি মোৰ বুকুৰ নীৰৱ বীণা
অৱসান প্ৰণয়ৰ দান প্ৰতিদান।

* *

# আৱাহন

মেঘৰ বুকুত জোনে পাতিলেছি দীপাৱলী
থুপি থুপি তৰালই, নীলাকাশ ঘেৰি,
পতা আছে পুষ্পশয্যা সজা আছে প্ৰেম-বেদী
আহাঁ দেৱী কিৰণময়ী অভিমান এৰি।

যতনে সজোৱা আছে অৰ্ঘ্য পূজা উপচাৰ
আলফুলে গঁথা আছে কুসুমৰ মালা,
দুটি পাত্ৰ ভৰপূৰ প্ৰণয়ৰ গঙ্গাজলে
কিয় এৰি অভিমান নাহা দেৱবালা ?

আকুল বুকুত যদি ইমানেই অভিমান
কিয় দুটি অধৰত হেঙুলীয়া ৰোল ?
লাজুকী আঁচল যদি দুৰণিতে খহি পৰে
ওৰণি তলত তেনে কিয় ফুলে ফুল ?

আঁহা দেৱী, আঁহা সখী, প্ৰদীপ জ্বলিল,
পূজাৰ পদুম কলি বেদীত ফুলিল।

• •

# চিনাচিনি

পূৰ্ণিমাৰ জোনাকত অ' মোৰ জোনাকী অ'ই !
লাজুকী লাহৰিৰ ওৰণি আঁতৰাই
মালতীৰ গালতে মলয়াই চুমি যায়,
পৰশত পাপৰি আঁচলত পৰেহি
গালেদি বাগৰি গ'ই ।
অ' মোৰ জোনাকী অ'ই !

পূৰ্ণিমাৰ জোনাকত অ' মোৰ জোনাকী অ'ই !
জোনাকত সাঁতুৰি জোনাকী পৰুৱাই
বুৰদি জোনাকত নিজকে লুকুৱাই
চেনেহৰ চুমাটি চেনেহীক দিবলৈ
নেদেখাত থাকেগৈ ৰ'ই ।
অ' মোৰ জোনাকী অ'ই !

পূৰ্ণিমাৰ জোনাকত অ' মোৰ জোনাকী অ'ই !
শুকুলা ডাৱৰৰ সুৰুঙাৰে চন্দ্ৰমা
হাঁহি মিচিকিয়া প্ৰেয়সীক সোধে,
অ' মোৰ প্ৰেয়সী দিবানে চুমাটি
আৰু এটি বাৰল'ই ?
অ' মোৰ জোনাকী অ'ই !

পূৰ্ণিমাৰ জোনাকত অ' মোৰ জোনাকী অ'ই
এইহেন সুৱদি জোনাক যামিনী
নাই কাৰো বাধা নাই যে বিঘিনি,
[আমাৰো] অধৰে অধৰে হওক চিনা-চিনি
নাথাকো মিছাতে ৰ'ই ।
আহাঁ মোৰ জোনাকী অ'ই !

* *

# অপেক্ষা

উকখা পজাত বহি আজিও বচিছো সখী
ঢোপা কলি গাঁথি গাঁথি হেঁপাহৰ হাৰ,
আজিও সাজিছো কত আকাশ পাতাল ভাবি
বুকুৰ বেদনা সানি কুকি কবিতাৰ !

শেষ হলে মালা গঁথা সুধাৰি চকুলো বয়
কুকি সজা শেষ হলে হুমুনিয়া আহে,
কোন আছে, কাক দিম ? —বিৰহ বেদনা জাগি
মিলন-মালতী মোৰ সৰে পাহে পাহে !

তুমিতো এদিন ক'লা, "ভালপাওঁ তোমাকেই"
আছে জানো সেই ভাব আজিও তোমাৰ ?
আছে যদি কোঁৱা সখী বিফলে নেযাব জেনে
ঢোপাকলি গঁথা মোৰ আলসুৱা হাৰ !

মিছাকথা সি যে এক ছিগাৰ আগতে সখি
মধুৰ কঁপনি মাথোঁ এডালি তাঁৰৰ,
সি যে এক অকণৰ শেষৰ কিৰণ কণা
ধুমুহা অহাৰ আগে মেঘৰ আঁৰৰ !

সিয়ো ভাল, তাকে লই পাৰিলেহেঁতেন যদি
বুজনি মানিব মোৰ অবুজ বুকুৱে
নিলাজ চকুৱে মোৰ চকুপানী জুটিয়াই
মিলৰ প্ৰতিমাখনি নিতে জানো থোৱে ?

ওপৰেদি উৰি যায় শুকুলা পাখিৰে পখী
কালি কালি আকাশৰ শুকুলা ডাৱৰ,
লুইতৰ সোঁতে সোঁতে উটি যায় নাৱৰীয়া
নাচোনৰ ছেৱে ছেৱে ৰূপালী পালৰ ;

ময়ো যাওঁ উৰি সখী মৰণৰ পাৰে পাৰে
ভাঙিব নোৱাৰা বোজা বোকোচাত ল'ই,
লুইতৰ সোঁতে সোঁতে ময়ো যাওঁ উটি সখী
বিৰহৰ ঢৌ লেখি বিয়াকুল হ'ই !

হৰজানো সখী ঐ শেষ মোৰ ঢৌ লেখা
বৰ জানো সখী মোৰ চকুলোৰ ধাৰ,
আহিবনে সেইদিন নজলে যিদিনা আৰু
উমি উমি তুঁহ জুই বিৰহ-ব্যথাৰ !



# প্ৰতীক্ষা

বসন্তৰ বা বোৱা বকুল বনত
কমনীয় কবিতাৰ কোমল কণিকা
কবিয়ে কামনা কৰি কাব্যৰ কাৰণে
বিচাৰে বনত বহি বিয়লি বেলিকা ।

সিদৰে তুমিও তৰি তৰীত তোমাৰ
প্ৰাণৰ পৰশ পোৱা প্ৰণয়ৰ পাল,
বিচাৰিলা বসুধাত বিজনে-বিপিনে
কুলৱতী কমলাক কত, কতকাল ?

সপোন পাৰত বহি গোপনে গোপনে
প্ৰিয়াক সাৱটি ধৰি কত কথা হোৱা,
মধুৰ লগনে আহি সুষমা সানিলে
সঘনে সঘনে তুমি কত চুমা খোৱা !

সপোনৰ মনোৰমা মানসী কমলা
প্ৰত্যক্ষত আজি লক্ষ্য মূৰ্ত্তিমতী হ'ল,
জাহ্নবীৰ ৰূপধৰি প্ৰেম মন্দিৰত
তোমাকে পূজিম বুলি প্ৰতীক্ষাত ৰ'ল ।

# প্ৰিয়ে অলপ ৰোৱা

[১]

প্ৰিয়ে, অলপ ৰোৱা !
সোধো সোধো বুলি লাজতে কথাটি
সুধিব নোৱাৰো অ'ই,
কতদিন হ'ল ; ৰাখিছো আজিও
গুপুতে বুকুতে ল'ই ;
যাওঁ বুলি আজি ওলালা যেতিয়া
নকৰো বাৰণ যোৱা,
লাজ কাটিকৰি মোৰ কথাষাৰি
সোধো তেনে শুনি লোৱা ;
প্ৰিয়ে, অলপ ৰোৱা !

[২]

প্ৰিয়ে, অলপ ৰোৱা !
যিখনি মুখৰ ৰূপহী লহৰী
বাগৰি বুকেদি মোৰ,
কৰিছিলে মোৰ তাপিত জীৱন
সুৰদি ৰসেৰে পুৰ,
ওৰণি তলৰ সেই মুখখনি
সুধাৰ নিজৰা বোৱা,
চাই লওঁ আজি হেঁপাহ পলাই
আৰুতো নহব চোৱা ;
প্ৰিয়ে, অলপ ৰোৱা ।

[৩]

প্ৰিয়ে, অলপ ৰোৱা
দিঠকতে নহি সোণৰ সপোন
সাজিলো তোমাকে ল'ই,
লুভীয়া ওঁঠৰ চেনেহ চুমাটি
গোলাপী গালতে থ'ই ;
শেষ হ'ল সেই সপোনৰ লীলা
সৰগ হাততে পোৱা,
থাকিল মাথোন এধাৰি চকুলো
গালেদি বাগৰি যোৱা
প্ৰিয়ে, অলপ ৰোৱা !

[৪]

প্ৰিয়ে অলপ ৰোৱা !
আজিয়েই তেনে শেষ দেখা দেখি
আকতো নহব দেখা,
মচিলে বিধিয়ে কপালত থকা
মধুৰ মিলন ৰেখা ;
শুনি লওঁ তেনে শেষৰ কথাটি
কোৱা প্ৰিয়ে ঐ কোৱা !
এই নিকৰুণ বিৰহ ৰাতিৰ
নহবনে আৰু পুৱা ?
প্ৰিয়ে, অলপ ৰোৱা !

□□

# শুনিবৰ মন যদি নেথাকে তোমাৰ

শুনিবৰ মন যদি নেথাকে তোমাৰ সখী
শুনালে কিহব মোৰ বিননি বুকুৰ ?
নেবাজেতো আৰু সেই তাহানিৰ মধুবীণা
নুফুটেতো আৰু সখী সুধাসনা সুৰ ।

ৰূপহী জোনাক ৰাতি দূবৰি দলিছা পাতি
দুয়ো বহি কত দিন গাইছিলো গীত,
দুয়োৰে বুকুৰ সুৰ একেটি সুৰতে কঁপি
সৰিছিলে ফুল কলি ফাগুনী ৰাতিত ।

সেইদিনা কইছিলা "গোৱা সখা আৰু গোৱা
ইমান সুৱদি লাগে গীত শুনি শুনি,
ইমান মধুৰ লাগে ফুলাম ধুনীয়া ধৰা
ওপৰত সোণতৰা, জোন জিলিকনি ।"

সিয়ে সখী পৰপাৰ, আজি আছে বৰষাৰ
আকাশত ক'লা মেঘ তলত আন্ধাৰ,
সেই সুৰ শেষ হ'ল সেই বীণা ভাগি গ'ল
থাকিল এডালি তাৰে ছিগাভগা তাঁৰ !

সেয়েহে নিৰলে বহি গালে গাম নিজা গান
সৰিলে সৰিব মোৰ নিজা চকুলোৰ,
শুনিবৰ মন যদি নেথাকে তোমাৰ সখী
শুনালে কিহব মোৰ বিননি বুকুৰ ।

• •

## সপোন-কবিতা

যৌৱনৰ মাধৱী কুঞ্জত,
যিদিনা শুনিলো প্ৰিয়ে, মৃদুল মধুৰ
প্ৰেমভৰা মিলনৰ মউসনা সুৰ,
সাজিলো গোপনে বহি সপোন-কবিতা
তেজৰ টোপাল গাঁথি আপোন বুকুৰ !

সেইদিনা গধূলিৰ মধু-লগনত
থাকোতে শেৱালি বহি সুৰভি বিলাই
চল চাই শৰতৰ মলয়া বতাহে,
চুমা দিলে আজলীক গুৰণি গুচাই !

সেইদিনা শান্তিময়ী জোনাক যামিনী
সান্ত্বনাৰ সুধা ল'ই দিছিলেহি দেখা,
বুকুৰ চুপহি মেলি ৰূপহী তৰাই,
নীলিমাতে আঁকিছিল মিলনৰ ৰেখা !

* * * *

—আজি সেই মাধৱ কুঞ্জত,
আপোন সুৰত বয় বিৰহৰ সোঁত,
আপোনা আপুনি জ্বলে মিলনৰ চিতা,
তেজৰ ৰাঙলী বোল আপুনি শুকাই
সপোনতে উটি যায় সপোন-কবিতা !

* *

# কোনে

সেইদিনা অকস্মাতে বিদায়ৰ বেলা
ছুধাৰি চকুৰ পানী গালেদি বোৱাই,
অন্তৰত জ্বলা জুই দুগুণে জ্বলাই,
অৱশ প্ৰাণৰ মোৰ ভগা বীণাখনি
কোনে দেৱী ভাঙিলেহি নেভাবি নুগুণি ?

বিদায় বিষাদ ভৰা,—জানো চিৰদিন,
বিচ্ছেদে চকুৰ পানী ঘনে উলিয়াই
অতীত মিলন সুখ দিয়ে সোঁৱৰাই ;
—আজিতো বিদায় নাই ;—কোনে তেনে আহি
সেই একেকুৰা জুই জ্বলাই দিয়েহি ?

তুমিযে দূৰত আজি, ময়োতো দূৰত
পৰাণ শীতল কৰা মুখৰ মাধুৰী,
সিদিনা শেষত দেখা সেই চকুযুৰি,
মিলন বিচ্ছেদ একো নাইতো ইয়াত
কোনে তেনে কৰিছেহি হিয়াত আঘাত ?

চেতনা দূৰৰ কথা—অচেতনে হলে
কোনে আহি সেই একে সেই ভগা বীণা
বজায় করুণ সুৰে সুখ-শান্তি হীনা
জীৰ্ণ, শীৰ্ণ দেহা সজা কৰি চুৰমাৰ
তাতেই দিয়েহি তুলি যাতনাৰ ভা[illegible]?

হয় যদি স্মৃতি ইটো—স্মৃতি কিয় আৰু ?
বিস্মৃতিৰ আন্ধাৰত স্মৃতি লীন হক,
নেলাগে ৰান্ধনি বেলি, যক মাৰ যক
আহক সলনি তাঁৰ বজ্ৰ শতগুণে –
নহয় যদিহে স্মৃতি তেনে বাৰু কোনে ?

\+ +

# নিকৰুণ

নিকৰুণ, নিকৰুণ ! সেইহে নোলাল জোন
নকঁপিল কিৰণৰ শুকুলা আঁচল,
কদমৰ ফুলকলি মুফুলিল মুফুলিল
উজায়ো নোবোৱা হ'ল যমুনাৰ জল !

মোহিনীৰ মায়া দেখি বিৰহৰ ছাঁয়া লেখি
নয়নৰ মুকুতাৰে মালা গাঁথি মালী,
থাকিবি কিমান বহি অসহ যাতনা সহি
আলসুৱা অধৰৰ সুধা আশা পালি !

ভুবন ভুলাই হাঁহি মাধৱী লতিকা আহি
আবেগে' আকতো মালী সাৱটি নধৰে,
জীৱনৰ ৰঙা বদে মৰণৰ মাজ নিশা
চৰণত মালা থ'ই আকতো নৰবে !

তেনে কিয় থাকো ৰ'ই ওচৰতে আছে ন'ই
পাৰ ঘাট পাৰ হ'ই পৃথিৱীৰ পৰা,
আঁতৰি পলাওঁ আজি শোক তাপ সব ত্যজি
নবওঁ মিছাতে বোজা যাতনাৰে ভৰা !

* *

## ব্যথী

অ' মোৰ ৰূপহী অ'ই !
ৰাঙলী ওঁঠেৰে মিচিকিয়া হাঁহি
লাহৰি মাতেৰে মাতিছিলি আহি
আজি কিয় বাৰু এৰি গুচি গলি
অকলে ইয়াতে থ'ই ?
অ' মোৰ ৰূপহী অ'ই !

অ' মোৰ ৰূপহী অ'ই !
তয়েতো পদুমী পাহি মেলি মেলি
মোৰ পুখুৰীত ঢউ খেলি খেলি
কত চেনেহীৰ চেনেহ চুপহি
আছিলি বুকুতে ল'ই !
অ' মোৰ ৰূপহী অ'ই !

অ' মোৰ ৰূপহী অ'ই !
কোনে আজি তোক আন্ধদি খুৱাই
মৰম চেনেহ দিলে পাহৰাই
কাৰ কথা শুনি নেভাবি নুশুনি
আছ আঁতৰত ৰ'ই ?
অ' মোৰ ৰূপহী অ'ই !

অ' মোৰ ৰূপহী অ'ই !
এটি ঘিউ চাকি এডালি শলিতা
তাতে কত শত শ্মশানৰ চিতা
জলালিহি আহি নজলাওঁ বুলি
অলিয়া বলিয়া হ'ই !
অ' মোৰ ৰূপহী অ'ই !

অ' মোৰ ৰূপহী অ'ই !
তোকে ভাবি ভাবি বুকু ভাগি গ'ল
এফালে কলিজা আধা সিজা হ'ল
তথাপি নাহিল অকণো শান্তি
বিয়াকুল মনল'ই !
অ' মোৰ ৰূপহী অ'ই !

অ' মোৰ ৰূপহী অ'ই !
নাছিলো বলিয়া, বলিয়া কৰিলি
আছিলে যিখিনি সকলো হৰিলি
চেনেহৰ আৰু কি বাকী ৰাখিলি
এই দুৰ্ভগীয়াল'ই ?
অ' মোৰ ৰূপহী অ'ই !



## সেই বুলি তুমি মোক বুজিব নোৱাৰা

[ ১ ]

নিজান বনত গ'ই বহি বহি অকল'ই
আপোনা আপুনি গাওঁ আপোনাৰে গান,
সঙ্গীতেই সঙ্গী মোৰ সিযে কৰে প্ৰাণ জুৰ
সিয়ে দিয়ে মৰতত শান্তি-সুধা দান ।

কেতিয়াবা বহি বহি ভাবৰ সোঁতত ভাঁহি
নন্দনৰ পাৰিজাত ছিঙি ছিঙি লওঁ,
কেতিয়াবা বেজাৰত ভগ্ন ৰুদ্ধ পৰাণত
জ্বলাই শোকৰ জুই নিজে দগ্ধ হওঁ ।

পৰ্ব্বতৰ শিখৰত কান্দি কান্দি আতুৰত
কেতিয়াবা ভাবো মনে আত্মহত্যা কৰো,
নোহে মহা অভিশাপ আত্মহত্যা নোহে পাপ
জ্বলনি-পোৰণি সহি কিয় আৰু মৰো ?

তথাপিও পৰা নাই আছো মাথোঁ চাই চাই
সৰ্ব্বনাশী নিয়তিৰ কাৰ্য্য-বিস্মৰণী
আছো মাথোঁ ৰ'ই ৰ'ই শান্তি-শূন্য, ভীৰু হ'ই
বুকুৰ বেদনা-ধ্বনি শুনিও নুশুনি ।

লুকাই লুকাই তুমি কিয় চোৱা জুমি জুমি
গুপুত আবৃত্তি মোৰ মানৱ-লীলাৰ
যোৱা গুচি দূৰল'ই আশাত নিৰাশা হ'ই
নাই কোনো প্ৰয়োজন, নাই অধিকাৰ !

যদিহে শুনিলা আহি বিষাদ-সুৰৰ বাঁহী
যদিহে দেখিলা মোক চকুলোৰে ভৰা,
আছিলা যদিও চাই তাত মোৰ ক্ষতি নাই
সেই বুলি তুমি মোক বুজিব নোৱাৰা ।

[ ২ ]

যিদিনাই জন্ম ললো মৰ্ত্ত্যৰ মানৱ হলো
সিদিনাই প্ৰাণে মোৰ কান্দিলে বিনাই,
সিদিনাই নিয়তিয়ে মূৰ্ত্তিমতী যখিনীয়ে
চকুত তপত বালি দিলে ছটিয়াই ।

সিদিনাৰে পৰা অন্ধ সংসাৰী মায়াত বন্ধ
সিদিনাৰেপৰা মই অকলশৰীয়া,
নিজেই নিজকে ধৰি নিজকে নিজৰ কৰি
ঘূৰি ফুৰো দিন ৰাতি, নাই লগৰীয়া !

সিদিনাই শেষ হ'ল উটি উটি গুচি গ'ল
স্বাধীন তৰণী মোৰ ভৱ-সাগৰত,
মাৰ গ'ল ৰবি-শশী শোকৰ ৰচনা ৰচি
দুখৰ ধুমুহা দেখি বিশ্বৰ আঁৰত ।

আজি মোৰ দৃষ্টি হীন সকলোৱে কৰে ঘিণ
সকলোৱে পিঠি দিয়ে, উভতি নাচায় ;
ময়ে এক প্ৰহেলিকা নৰকৰ বিভীষিকা
মোৰ দৰে দুৰ্ভগীয়া আৰু কোনো নাই !

ময়েই চিতাৰ জুই ময়ে মৃত তাতে শুই
শেষ কৰো নিজ দেহা ভস্ম থাকে পৰি ;
তাকেই বুটলি ল'ই পুনৰ প্ৰেতাত্মা হ'ই
শ্মশানত নৃত্য কৰো নিজ ৰূপ ধৰি !

নিজেই নিজকে চালো বুজিবতো নোৱাৰিলো
তুমি কিয় কষ্ট কৰি জুমি জুমি চোৱা,
যদিহে প্ৰবল ইচ্ছা তেন্তে চোৱা, কিন্তু মিছা,
সেই বুলি তুমি মোক বুজিব নোৱাৰা !



# প্ৰলাপ

অৰুণৰ কত হিৰণ কিৰণ আকাশী জোনৰ ৰূপালী ৰূপ,
অকালতে আজি নিঠুৰ নিৰস কোন যাদুকৰে কৰিলে লোপ ?
এই নীলিমাতে দেখিছিলো কত কোটি তাৰকাৰ হেতালি খেলা,
গোজৰণি মৰা কলীয়া মেঘৰ বলিয়া জাননী বাৰিষা বেলা !
স'উ সৰসিতে নিৰলে নিজানে ফুলিছিলে কত পদুম ফুল,
মতলীয়া হোৱা কলীয়া অলিৰ একেটি চুমাতে হেৰালে কুল !
মাধৱী লতাৰ সাবটা-সাবটি, আকাশী লতাৰ সোণালী সাজ,
দুয়োটিয়ে মিলি গাঁথিছিলে দেহি, লাজুকী লতাৰ লাহৰি লাজ ;
সেই প্ৰেমময়ী শ্যামলা ধৰণী, কাঢ়ি নিলে তোৰ মহিমা কোনে,
কোন ফাগুনৰ নিলাজ পবনে, কোন শৰতৰ পগীয়া জোনে ?

*  *  *  *

নাই নিয়া কাটি, কাটি নিব কোনে, যিখিনি আছিল সকলো আছে,
সেই অৰুণৰ সোণ-জিলিকনি, জোন, তাৰকাই আজিও নাচে !
আজিওতো হাঁহে পদুম বনত ৰূপহী পদুম পাহিটি মেলা,
আজিওতো আহে কলীয়া ভোমোৰা প্ৰিয়া পৰশন পাবৰ বেলা !
কলীয়া কুলিৰ সেই একে সুৰে আজিওতো কৰে বলিয়া ধৰা,
তটিনীৰ তীৰে এতিয়াও কৰে প্ৰণয়ীৰ হিয়া প্ৰেমেৰে ভৰা !

*  *  *  *

তুমি এৰি গলা, তোমাৰ লগতে নিলানেকি সখী সকলো ৰূপ ?
তুমি নহলতে মোহন মেলাৰ বিপুল মাধুৰী পালেনে লোপ ?
নিলা যদি নিলা : কাৰ ক্ষতি হল ? এন্ধাৰতে বহি কটাম কাল,
নালাগে মিলন, ৰূপ-ছায়া-ছবি , বিৰহ বেদনা, সিয়েই ভাল !
নাও বন্ধা আছে, পাল তৰা আছে, নিজে গুৰি বঠা হাতত ল'ই
এন্ধাৰে-মুন্ধাৰে নাও মেলি দিম ৰাতি দুপৰীয়া অকলে গ'ই ।
তুমি ভাবিছিলা তোমাকেই ভাবি ৰচিম কবিতা নিৰলে বহি,
ধ্যান কৰি ৰ'ম তোমাৰে ছবিটি আশা-নিৰাশাৰ যাতনা সহি,
ভুল সখী ভুল, নাই সেই ভাব ; আছে আজি মাথোঁ প্ৰলাপ ঘোৰ,
আৰু আছে বাকী সলিল-সমাধি, অনন্ত প্ৰেমৰ মিলন পুৰ !

---

# নাৱৰীয়া

অমানিশা নাৱৰীয়া ! নইৰ পাৰত বহি
লেখোতে অলেখ তৰা তথা লাগি চাই,
জান জানো কেতিয়াবা লুইতৰ বুকুৱেদি
কত ঢউ খলকনি আহি মাৰ যায় ?

পূবেৰুণে দিয়ে দেখা শেষ হয় তৰা লেখা
নাৱৰ টিঙত বহি নাও মেলি দিয়,
এছাটি কলীয়া মেঘে ছাটিলে আকাশ খনি
কিয় তোৰ নাৱৰীয়া বুকু কঁপে কিয় ?

মনত তেতিয়া তোৰ নপৰে কালিৰ কথা
নপৰে মনত আৰু নাচোন তৰাৰ,
সোণালী দীপালী সজা একেখনি আকাশত
একেই চকুৰে দেখ ছবি ধুমুহাৰ ।

গুচি গলে ধুমুহাৰ বলিয়া বতাহ আহি
মাৰগলে আপদীয়া ঢউ লুইতৰ,
পালতৰি নাও তোৰ তয়ে যাৱ ভটিয়াই
গৰখীয়া গীত গাই লৰালি কালৰ ।

* * * *

নাৱৰীয়া তোৰ দৰে ময়ো ভোল গইছিলো
লেখি লেখি আকাশৰ ৰাতি ফুলা ফুল,
লুইতৰ সোঁতে সোঁতে ময়ো উটি ফুৰিছিলো
চাই চাই সন্ধিয়াৰ সোণোৱালী বোল ।

মৰো চক্ খাইছিলো মেঘৰ গাজনি শুনি
মোৰো বুকু কঁপিছিল বিজুলী ছাটিত,
মিলনৰ মউকোঁহ মৰো চুহি নাৱৰীয়া
টুকিছিলো চকুপানী বিৰহী পাটীত !

নাপালোতো কতো লগ সুখৰ দিনত মোৰ
উলাহে নধৰা কাৰো কুমলীয়া হিয়া,
নেদেখিলো নাৱৰীয়া মোৰ চকুপানী চাই
কাটিলে যি এটিবাৰো এটি হুমুনিয়া ।

আদিহীন অনন্তত দে তোৰ নাও মেলি
বিশাল বিশ্বত তই অকলশৰীয়া,
পুৱাৰ শীতল বা আজি আহে আজি যায়
সুখে দুখে তয়ে মাথোঁ তোৰ লগৰীয়া ।

[ **টোকা** : 'নাৱৰীয়া' কবিতাটি গগৈয়ে কবি যতীন্দ্ৰ নাথ দুৱৰা-দেৱলৈ লিখি পঠাইছিল । দুৱৰা কবিৰ দুখত গগৈয়ো দুখী হৈছিল । দুৱৰাই গগৈলৈ লিখিছিল 'এইবাটে নাহিবা দুনাই' কিন্তু গগৈক দিবলৈ নাপালে কাৰণে দুৱৰাই দুখ কৰিছিল ।' ( শৰ্মা )

— x —

# ব্যৰ্থ পথিক

আজি মোৰ জীৱনৰ
সুধা সনা সপোনৰ
শেষ হল সুমধুৰ তান,
শেষ হল ধূপ-ধুনা
প্ৰতিমাৰ উপাসনা
দেৱী-পূজা আজি অৱসান।

কত ৰাতি উজাগৰে
নিৰলে অকলশৰে
ছবি আঁকি চেনেহী প্ৰিয়াৰ
বুকুত গুপুতে থ'ই
প্ৰেমৰ পৰশ ল'ই
দিলো কত চুমা উপহাৰ।

ভাগিল কপাল মোৰ
নপৰিল বুকু জুৰ
হিয়া ভাঙি প্ৰিয়া গুচি গ'ল,
নীৰৱে নিৰলে পতা
মিলনৰ কুঞ্জলতা
একেদিনে মৰিশালি হ'ল।

ইয়ালৈকে দেহি অ'ই
আশাত বলিয়া হ'ই
জীৱনৰ পথ ভুলি ভুলি ;
মতলীয়া কৰি প্ৰাণ
বেচি-কিনি লাজ-মান
আহিছিলো প্ৰিযা প্ৰিযা বুলি।

বিৰহৰ ব্যথা ভৰা
দুকুল উপচি পৰা
চকুপানী দোটোপাকে ল'ই,
বিননিৰ ৰোল তুলি
অবাটকে বাট বুলি
অবাটেদি গুচি যাম গ'ই।

নাই আৰু বেছি দূৰ
বাটৰো পৰিছে ওৰ,
—মাৰ যাব পচিমত বেলি ;
ঢালি ঢালি মউ সনা
সোণালী কিৰণ-কণা
আকাশত ঢউ খেলি খেলি।

পথৰ শেষত গ'ই,
আৰুতো নেপাম অ'ই
ৰ'দালিৰ সোণালী কিৰণ ;
শেষ হব জীৱনৰ,
বিৰহৰ, মিলনৰ,
শেষ-স্মৃতি প্ৰিয়া পৰশন !

+ +

# বৰাগী

বৰাগীৰ বীণ নাজানো বজাব তথাপিতো আজি বৰাগী হ'ই,
নিকৰুণ মোৰ নিৰস বুকুত দাৰুণ দুখৰ বেদনা ল'ই ;
ঘূৰি ফুৰিছিলো কত দিন ৰাতি কতনো বিদেশ কতনো দেশ,
পাতলাম বুলি বুকুৰ বেদনা, সোলোকাম বুলি বৰাগী বেশ।
কৰিলে বিধিয়ে অথালি-পথালি নপৰিল মোৰ পৰাণ জুৰ,
নাপালো কেনিও অকণো শান্তি, প্ৰাণৰ পিয়াহো নহল পূৰ।
দুখীয়াৰ কথা কোনেনো শুনিব, সহানুভূতিত পাতিব কাণ,
কোন চেনেহীয়ে চেনেহত পমি এধানি কৰুণা কৰিব দান ?
নিছলাক দেখি আটায়ে মাথোন কয়, "এলেহুৱা আঁতৰি যা,
নালাগে ইয়াত ইনাব বিনাব নিজানতে তোৰ টোকাৰি বা।"
ধন, সোণ মোক নালাগে একোকে তথাপিতো কিয় কৰিছে ঘিণ,
চেনেহতে মতা এষাৰি মাতৰো হলোনে ইমান দুখীয়া দীন ?
চেনেহ নদীত সাঁতুৰি নাদুৰি কত শত জনে খেলিছে ঢ'উ,
চেনেহৰ কত ৰহঘৰা ভাঙি কত লুভীয়াই চুহিছে ম'উ।
ময়েহে ইমান পোৰাকপলীয়া কিয় তেনে মিছা আশত ৰ'ই,
ফুৰিম মিছাতে অনাই-বনাই দুখৰ গধুৰ বোকোচা ব'ই !

০ ০ ০ ০

মৰণ পথৰ নহওঁ পথিক, কিয় মৰণৰ শৰণ লম,
ইপাৰৰ দুখ বোকোছাত বান্ধি কিয় সিপাৰৰ অতিথি হ'ম।
মৰম চেনেহ নালাগে একোকে জ্বলক বুকুতে বুকুৰ জুই,
নিৰাশাত বোৱা চকুৰ পানীৰে আশাৰ কুহক পেলাম ধুই !
আপোনাৰ দুখ আপুনি বুজিম, নালাগে বুজিব কোনোৱে অ'ই
জীৱনৰ সুৰ বজাম পুনৰ, আপোন সুৰতে বলিয়া হ'ই।
সপোনৰ সুখ নিবিচাৰো আৰু সপোনতে তাৰ সকলো শেষ,
দিঠকৰ দুখ লাগিব সোৱাদ, থাকক মাথোন বৰাগী বেশ।

# অনুতাপ

[১]

সান্ত্বনা সঁফুৰা কিয বিচাৰি বিচাৰি
মিছাতেই ফুৰিছোহি অনাই বনাই ;
কপালত যিটো নাই কিয় বিচাৰিছো
সান্ত্বনাৰ শেষ হ'লে নাহেতো ঘূৰাই ।

নাহে আৰু ঘূৰি সেই মিলন-পূৰ্ণিমা
শুশুনো আৰুতো সেই ধ্বনি সুমধুৰ,
নামাতেহি "আহাঁ" বুলি আঁকোৱালি ধৰি
নাই মৃদু পৰশন যুগল বাহুৰ !

চকুপানী মচি মচি কোনেনো এতিয়া
নিজৰ চকুত সেই চকুপানী ল'ই ;
সান্ত্বনাৰ শান্তি-জল কৰাবহি পান
কান্দিব দুখত মোৰ বিয়াকুল হ'ই !

নাই আৰু নাহে কোনো নাচায় উভতি
সান্ত্বনাৰ শেষ হ'ল, নধৰে সাৱটি ।

[২]

অভিশপ্ত পাপী মই চিৰ দুৰ্ভগীয়া
যাতনাই একমাত্ৰ লগৰীয়া মোৰ ;
যাতনাৰ লগতেই হাঁহাকাৰ কৰি
পেলাম এদিন মই জীৱনৰ ওৰ !

তেতিয়া নুফুৰো আৰু সান্ত্বনা বিচাৰি
শেষ হ'ব সেইদিনা জ্বালা-যন্ত্ৰণাৰ,
কপালৰ ক'লা দাগ, বুকুৰ কঁপনি
কলিজাৰ মৰা তেজ পচা কামি-হাড়।

তেতিযা কোনেও আৰু নাপায আমনি
বাটৰ ভিক্ষাৰী বুলি কাকনো ঘিণাব;
কাৰনো কান্ধত দেখি পাপৰ জোলোঙা
ভযত আঁতৰ হৈ মুখ লুকুৱাব?

শেষ হব জীৱনৰ আন্ধাৰ ওৰণি
সান্ত্বনাৰ শেষ তৃষ্ণা, প্ৰাণৰ পোৰণি।

[৬]

আহাঁ আৰু কোন ক'ত আছা পাপী-তাপি
নালাগে খুন্দিব হিয়া, নালাগে ফুৰিব
আশা কৰি মৰীচিকা মৰু প্ৰান্তৰত,
তলুৱাৰ ফটা ছাল নালাগে ছিঙিব।

পাপৰ জোলোঙা যিটো কান্ধত আনিলা
দুখৰ টোপোলা তাতে সুমুৱাই ল'ই,
ব'লা যাওঁ একেলগে স'উ পাৰে পাৰে
বহুৰূপী সংসাৰত শেষ সেৱা থ'ই।

সংসাৰ নহয় সৃষ্টি তোমাৰ কাৰণে
নাই স্থান তোমাল'ই ভুলতে আহিলা,
ওলোৱা ওলোৱা বন্ধু, যাওঁ একেলগে
শেষ হ'ল একেদিনে মৰতৰ লীলা।

বিশ্বৰ বুকুত হ'ল ভ্ৰমণৰ শেষ,
মুক্ত আজি অভিশপ্ত মলিয়ন বেশ।

* *

# বিসৰ্জ্জন

সখী মোৰ ইবুকুত যিখিনি আছিল ব্যথা
আপোন কপাল দোষি দিছো দলিয়াই,
প্ৰিয়ে মোৰ অভিমান আছিল যিকণি বাকী
কলঙত দিছো আজি তাকো উটুৱাই !

o o o o

সেইদিনা যৌৱনৰ প্ৰথম পুৱাতে বহি
লেখনী হাতত ল'ই লিখোতে কবিতা,
লেখনী লিখনী হৈ আঁকিলে যিখনি ছবি
জনমে মৰণে মোৰ নিতে পৰিচিতা ।

সেইদিনা সেই ছবি চাওঁতে নোহোৱা হ'ল
শূন্য কৰি অভাগাৰ পূজাৰ আসন,
মূৰ্ত্তিহীন পূজাঘৰ এতিয়াও আছে পৰি
কাষত গজিছে তাৰ কাঁইটীয়া বন !

o o o o

সখী মোৰ ইবুকুত যিখিনি আছিল ব্যথা
আপোন কপাল দোষি দিছো দলিয়াই,
প্ৰিয়ে মোৰ অভিমান আছিল যিকণি বাকী
কলঙত দিছো আজি তাকো উটুৱাই !



# পাৰ কৰি দে মোক স'উ পাৰল'ই

নাৱৰীয়া অ'ই !
পাৰ কৰি দে মোক স'উ পাৰল'ই,
বেলি মাৰ যায় যায়
আৰুতো সময় নাই
কাকুতি কৰিছো হে'ৰ নাথাকিবি ৰ'ই
ল তুলি ক'ত তোৰ, আছে ব'ঠা ছ'ই,
পাৰ কৰি দে মোক স'উ পাৰল'ই !

নাৱৰীয়া অ'ই !
নাই আৰু বেছি পৰ নিশা হবল'ই,
আকাশৰ তলে তলে,
বগলীয়ে দলে দলে,
বেলি হয় বুলি দেহি কোবাকুবি ক'ই
চাচোন আহিছে উৰি নিজ বাহল'ই,
পাৰ কৰি দে মোক স'উ পাৰল'ই !

নাৱৰীয়া অ'ই !
ফেনে-ফোটোকাৰে ভৰা বাৰিষাৰ ন'ই,
দে তোৰ নাও মেলি,
কৰ আৰু কত বেলি,
থাকিলে মিছাতে বহি অবুজন হ'ই
ঘোপমৰা এন্ধাৰত যাম কেনেক'ই ;
পাৰ কৰি দে মোক স'উ পাৰল'ই !

নাৱৰীয়া অ'ই ।
এটি দুটি কৰি কত ঘাট পাৰ হ'ই,
লাগিছে ভাগৰ বৰ
কৰ্‌চোন খৰ্‌ধৰ্‌,
মেট্‌মৰা ভাৰ মোৰ সিপাৰত থ'ই,
পাৰিলে জিৰণি লওঁ এঘৰত গ'ই ,
পাৰ কৰি দে মোক সউ পাৰল'ই ।

নাৱৰীয়া অ'ই !
সুধিছ, আহিছো কিয় পাৰ হ'বল'ই ?
শুন তেনে নাৱৰীয়া,
মোৰ কোনো নাইকিয়া,
যি আছিল সিয়ো গ'ল বুকু ভাঙি থ'ই,
কি কৰিম ইপাৰত কোন আছে অ'ই !
পাৰ কৰি দে মোক স'উ পাৰল'ই ।

+ +

## বিফলতা

চকুৰে বিচাৰে মোৰ অপৰূপ ৰূপ-ৰেখা
পৰাণে বিচাৰে মোৰ জীৱনৰ মোহ ;
বুকুৱে আপোন সুৰে বিচাৰি বিচাৰি ফুৰে
মউসনা চেনেহৰ কুমলীয়া কোঁহ !

নপৰিল দুচকুত যাউতিযুগীয়া ৰূপ
সুপূৰিল পৰাণৰ আকুল পিয়াহ ,
নিকৰুণ নিৰাশাত ভাগৰি পৰিল বুকু
নেপালে কেনিও ক'তো চেনেহৰ আঁহ !

পুৱাতে নিতৌ পিন্ধো শেৱালিৰ মালাধাৰি
আবেলি বুকুতে মোৰ মৰহি শুকায়,
গধূলিৰে পৰা চাওঁ ধুনীয়া তৰাটি দেখি,
লাজতে আঁতৰি সিয়ো মেঘত লুকায় ।

ৰাতি হলে সপোনত প্ৰিয়াক সাৱটি ধৰি
সানি দিব খোজোতেই সেন্দুৰীয়া বোল,
কুলিৰ কঠুৱা মাতে লাহৰি সপোন ভাঙি
প্ৰিয়াহাৰা কৰি মোক কৰে বিয়াকুল !

পতুলি মুখত থকা বকুলৰ ছাঁত বহি
কেতিয়াবা জুৰ লওঁ কিমান আশাৰে ;
অকলশৰীয়া মোৰ এখনি সৰল হিয়া
নিদাৰুণ পচোৱাই তাতো খন্দা মাৰে !

বিফলতা যদি মোৰ জীৱনৰ লগৰীয়া
কিয় সাজি বালি ঘৰ সময় কটাওঁ;
যিবাটেদি আহিছিলো আশাৰ মাণিক গাঁথি
সিবাটেদি শুদা হাতে আজি ঘূৰি যাওঁ !

+ + +

# বিদায়

নাই আজি একো মোৰ সকলো পাৰিছে ওৰ
চাপিছ ওচৰ প্ৰিয়ে কিহৰ আশাত ?
ঐশ্বৰ্য্য-সম্পদ ধন সকলোটি ৰাখি পণ
হেৰুৱালো শকুনিৰ কপট পাশাত !

জীৱনৰ তুপৰীয়া কেঁচাৰ'দে আহি প্ৰিয়া
ক'লাপৰা কলিজাৰ ৰঙা তেজ শুহি,
চেনেহৰ ৰহঘৰা আছিল লগতে অৰা
তলি উদঙাই তাকো নিলে চুহি চুহি !

যোৱা প্ৰিয়া, যোৱা গুচি হবা জানো হবা শুচি
কাষত থাকিলে মোৰ চকুপানী ল'ই,
ব্যৰ্থতাত জন্ম যাৰ সংসাৰ সমাধি তাৰ,
আঁতৰাব পাৰে জানো পৰৰ বিল'ই ?

যাত্ৰী মই সঙ্গীহীন অতি তুচ্ছ, অতি দীন,
সুবিশাল জগতৰ মহা জগৰীয়া,
যথাযোগ্য শাস্তি ল'ই যাম গুচি অকল'ই
তুমি কিয় অবাবত হবা লগৰীয়া ?

দূৰত উঠিছে স'উ কলীয়া মেঘৰ ঢ'উ
বলিয়া ধুমুহা তাৰ আহিব এতিয়া,
সিয়েই লগৰী হব পথৰো বাতৰি ক'ব
জানিলে পথিক বুলি দূৰণিবটীয়া।

নেকান্দিবা প্ৰিয়ে মোৰ জীৱন ৰহস্য ঘোৰ,
পলকতে ছিগে ডোল মায়া-মমতাৰ,
ভাবি ছোৱা ভালক'ই কিহৰ সম্বন্ধ অ'ই
তুমিতো নোহোৱা মোৰ, ময়োকি তোমাৰ ?

পুৱাৰ ৰাঙলি বেলি প্ৰেমৰ পোহাৰ মেলি
শেষত যেতিয়া লয় গধূলি বিদায়,
কত কান্দে বিৰহিনী, সূৰুযে তথাপি শুনি
পাৰেকি খন্তেক'ৰব পদুমীক চাই ?

যেতিয়া সময় হ'ব কোনোটি নোৱাৰে ৰ'ব
যাবই লাগিব প্ৰিয়ে আপোন বাটত,
নেপাতে নিদিয়ে কাণ নগলে আকুতো প্ৰাণ
প্ৰাণসমা প্ৰেয়সীৰ চেনেহী মাতত !

নকৰিবা প্ৰিয়ে শোক আছে যদি পৰলোক,
বিনাশ নহয় যদি অবিনাশী প্ৰাণ,
আজিৰ চেনেহ স্মৃতি নেযায় এনেয়ে উটি,
তোমাৰ প্ৰেমৰ প্ৰিয়ে পাবা প্ৰতিদান।

+ + +

## আজিৰ নৱকে সাম্ৰাৰি লৱে

কত জনমৰ আছিলা চিনাকি
আজি একেদিনে পাহৰি গ'লা,
ফটা কলিজাৰ করুণ বিননি
শুনিছা যদিও সুশুনা হ'লা,

এই মোৰ বুকু আছিলা শুৱাই
আজি কিয় তাকো শূন্য কৰি,
কিহৰ দুখত গ'লা ঐ ননী,
এই অভাগাক অকলে এৰি ?

পুখুৰীত নামি কাতি-আঘোণত
কত পদুমৰ কত নো চকা,
দিছিলোহি আনি তোমাৰ হাততে
চিৰ-চেনেহীৰ চানেকী অঁকা।

পুৱাতে পিছল এজাৰত উঠি
কপৌ-ভাটৌ সকলো পাৰি,
তোমাৰ খোপাতে দিছিলো পিন্ধাই
তোমাৰ হাততে দিছিলো আৰি

বিহুত সিবেলি তোমাৰ কাৰণে
কত যতনেৰে জেতুকা আনি,
নিজৰ হাতেৰে ৰং উলিয়াই
তোমাৰ নখতে দিছিলো সানি।

সেই চেনেহৰ এয়ে প্ৰতিদান
ইয়াকেই পালা শেষত গণি,
তোমাৰ মনত এয়েই আছিল
শত জনমৰ চেনেহী ননী।

তোমাৰ দুখত হওঁ বিয়াকুল
মনৰ শান্তি মনতে হৰে,
তোমাৰ চকুত চকুলো দেখিলে
মোৰ চকুপানী বাগৰি পৰে।

ভাবিছিলো মোৰ জীৱনতৰীৰ
গুৰি বঠাডালি তোমাকে দি,
যাম উটি উটি অনন্তৰ পিনে
সুখ সাগৰৰ অমিয়া পি।

শান্তিহীন মোৰ ভগা কুটীৰত
ভাবিছিলো দেৱী তুমিয়ে আহি,
দিবাহি ফুলাই এদিনো নুফুলা
চিৰ বসন্তৰ কুসুম পাহি।

তোমাৰ ওঁঠৰ মিচিকি হাঁহিত
শত সৰগৰ মাধুৰী পাম,
গোলাপী ৰঙৰ গাল দুখনিত
বিশ্বৰ সকলো সৌন্দৰ্য্য চাম।

শেষৰ দিনতো হেঁপাহ পলাই
তোমাৰ কোলাতে মূৰটি থম,
যাবৰ বেলিকা চুমাটি যাচিহে
সউ সিপাৰৰ যাত্ৰী হ'ম।

আৰু কত কি যে ভাবিছিলো ননী,
সুখ সপোনৰ পাৰত গই,
হ'ল অৱসান সেই সপোনৰ
সেইহে চকুলো টুকিছো অ'ই ।

সউ আকাশত সউ জোনবায়ে
ৰূপালী সাজেৰে ৰূপালী হই,
কেনে উলাহেৰে কৰিছে ধেমালি
মেঘৰ বুকুতে মুকুতা ল'ই ।

সৌৱা জাকে জাকে জোনাকী পৰুৱা
ইটিয়ে সিটিয়ে আঁচল টানি
চেনেহ চুমাৰে মুখ উপচাই
প্ৰেমৰ সুষমা দিছেহি সানি ।

সেয়া দূৰণিত শুনিছো তটিনী
বহি বহি আছে গানটি গাই,
কোনো প্ৰিয়জন আহিব কিজানি
সেইহে ৰাতিও টোপনি নাই ।

সকলোৰে আছে লগৰ লগৰী
সকলোৰে আছে আপোন জন,
মোৰ বাক কিয় কোনো নাইকিয়া
কিয় হ'ল এনে উদাস মন ?

মইতো এদিন নাছিলো দুখীয়া
কিয় তেনে আজি দুখীয়া হ'লো,
বাটৰ মাজতে বাট হেৰুৱাই
*কিয় বাটতেই থমকি ৰলো ?*

শান্তিৰ জীৱন আছিল এদিন
আজি অশান্তিয়ে কৰিলে জয়,
আশাৰ সৰল মোহিনী প্ৰতিমা
নিৰাশাই আহি পেলালে লয়।

মাৰ যায় যায় সউ দশমীৰ
ৰূপালী সাজেৰে ৰূপালী জোন,
জোনৰ লগতে যাব সকলোটি
অকলেনো বহি থাকিব কোন ?

যোৱা য'ত আছা জোনৰ লগৰী
হওক বসুধা আন্ধাৰ ঘোৰ,
সেই আন্ধাৰতে থাকিম উপজি
আন্ধাৰে আজি লগৰী মোৰ।

জীৱনৰ তৰী য'ক উটি উটি
নহলে ডুবক ক্ষতিনো কি,
পলাল তেঁৱেই নপলাওঁ বুলি
প্ৰাণৰ প্ৰদীপ আছিল যি !

মন্দিৰত বহি দেৱীৰ প্ৰতিমা
পূজা কৰোঁতেই নোহোৱা হ'ল,
জ্বলি থাকোতেই জ্বলা চাকিটিও
দেৱীৰ লগতে নুমাই গ'ল।

বুকুৰ মাজৰ সেই তাহানিৰ
সেই স্পন্দনৰ ঘূৰিল সুৰ,
নাচি নাচি থকা মতলীয়া হিয়া
একে আঘাততে পৰিল জুৰ।

অফুট সুৰেৰে পৰাণে মাথোন
এবাৰ সুঁৱৰি চিঞৰি ক'লে,—
'চকুৰ আগতে কালিৰ সৰগ
আজিৰ নৰকে সামৰি ললে ।"

* *

## শেষ কবিতা

চকুৰ আগতে মোৰ মানসী প্ৰতিমা দেখি
ৰচিছিলো আথেবেথে মনোমোহা হাৰ,
লাজুকীয়া ডিঙিটিত আদৰি পিন্ধাম বুলি
বাচি বাচি আলসুৱা কলি কবিতাৰ ।

সেইদিনা সন্ধিয়াৰ ৰাঙলী বেলিটি আহি
কিৰণৰ ৰেঘা দিলে প্ৰিয়া কপালত,
অধৰত মৃদু হাঁহি ফুটিছিল প্ৰেয়সীৰ
সেন্দুৰীয়া বোল ল'ই গোলাপী গালত !

হাতৰ কবিতাহাৰ কঁপিছিল হৰষত
দুক দুক কঁপিছিল বুকুখনি মোৰ,
গধূলিৰ লগনত পাতিছিলে দীপাৱলী
শুনিছিলো প্ৰণয়ৰ ম'উসনা সুৰ !

কোনে জানে সেইদিনা মেঘত বিজুলী লাগি
দহিবহি বলি মোৰ মানসৰ জোন,
সিদিনৰ লীলাখেলা পূৰ্ব্বৰাগ মিলনৰ
আজি মাথোঁ দিঠকত মধুৰ সপোন !

মাধৈমালতী লতা লেৰেলি শুকাই গ'ল
লেৰেলি শুকাই গ'ল কবিতাৰ হাৰ,
তথাপিও আছোঁ ৰ'ই একেদৰে ব'ই ব'ই
জগৰীয়া জীৱনৰ আপদীয়া ভাৰ ।

দেহি ঐ ! কোনে ক'ব কেতিয়ানো মেলি দিম
ৰাজহুৱা ঘাটটিত নাওখনি মোৰ,
মলয়াৰ বা লাগি নাচিব নাৱৰ পাল
দেই-পোৰা হিয়াখনি পৰি যাব জুৰ !

নাজানিলো আগে ঐ মৰমে দহিব বুলি
চেনেহেও হানে শেল বুকু ভেদি যায়,
"ভালপাওঁ" বুলি ক'ই তেজ যদি পিব পাৰে
তেনেকুৱা ভালপোৱা কেইজনে পায় ?

কি হব মিছাতে আৰু উটি বুৰি নিৰাশাত
আকুল সাগৰ হায় নাই কতো পাৰ,
কবিতাই কাল হ'ল নালাগে কবিতা আৰু
এয়ে মোৰ শেষ মালা শেষ কবিতাৰ !

* *

# আদৰ্শ-কবিতা

জাতীয় প্ৰেমৰ :

## আমাৰ দেশ

কোলাতেই পালো যাৰ জনম এদিন
ডাঙৰ দীঘল হলো কোকোচাত যাৰ,
যি দেশৰ জলবায়ু, শস্য, ফল-মূল
ওপজাৰে পৰা হ'ল আমাৰ আহাৰ।
সিদেশ সদায় মোৰ, সদায় আমাৰ
নিজা বুলি ভাবিবৰ আছে অধিকাৰ।

যি দেশৰ গছ-লতা, পৰ্ব্বত পাহাৰ
নিজৰা আদিয়ে নিতে মন আমোলায়,
যি দেশৰ জোন-বেলি তৰাৰ পোহৰে
আমাৰ চকুত নিতে চমক লগায়।
সি দেশ সদায় মোৰ, সদায় আমাৰ
নিজা বুলি ভাবিবৰ আছে অধিকাৰ।

যি দেশৰ পিতা-মাতা, বন্ধু-বান্ধৱৰ
সদায় চেনেহ পাওঁ, পাওঁ মিঠা মাত,
যি দেশত ভোক গুচে হুসাজি খালেই
লাহি, শালি চাউলৰ তেলেতীয়া ভাত,
সি দেশ সদায় মোৰ, সদায় আমাৰ
নিজা বুলি ভাবিবৰ আছে অধিকাৰ।

□□

# বিহু উৎসৱ

কালে আহি কপালত যত ৰেখা দিয়ে,
একোটি ৰেখাতে থাকে ইপুৰ সিপুৰ,
—অদূৰ মৰণ কৰে জীৱনে সুদূৰ
জনমে জনমে বাজে মৰণৰ সুৰ।
তথাপি—
প্ৰাণত বিচাৰি প্ৰাণে প্ৰেমৰ সঁফুৰা
মৰমৰ মনোৰম ছবিখনি আঁকে,
তাতেই বিশ্বৰ সুখ, তাতেই সৌন্দৰ্য্য—
মধুৰৰো সুমধুৰ মাধুৰিমা থাকে।
মনত ফুলনিবাৰী মনে মনে পাতে,
বনৰ কেতেকী ফুলি সুবাস বিলায়
জনে জনে উলাহত আঁকোৱালি ধৰি
সোণত সুৱগা ঢালি জেউতি চৰায়।
যিদৰে আজিও এই ৰঙালি বিহুতে
বুকুৱে বিচাৰি ল'লে বুকুৰ সোৱাদ,
নতুন দিনৰ ইযে নতুন পাতনি
পাহৰালে অতীতৰ দুখ অৱসাদ।
—ৰঙালী ৰেখনি পৰি আকাশে বতাহে
সোণৰ অসম হ'ল শুৱনি লাৱনি।

# বিহুনে ?

মুগা ৰিহা মেখেলাৰে লৱণু দেহাটি ঢাকি
লাহতী খোপাত পিন্ধি থোপে থোপে ফুল,
ৰাঙলী কৰিলা কিয় চঁপাৰ কলিৰে সজা
চিকুণি হাতত সানি জেতুকাৰ বোল ?

সেন্দুৰৰ ফোঁটটিৰে কপাল শুৱনি কৰি
দুখনি কাণত পিন্ধি মিনাকৰা কেৰু,
আলসুৱা ডিঙিটিত গলপতা ধাৰি আঁৰি
কলৈ গুলালা কোঁৱা অসম গাভৰু ?

ৰঙালী বিহুৰ আজি ৰঙতে ৰাঙলী হলা ?
কিয় তেনে পাহৰিলা সেই বিহু গীত ?
কিশোৰী কালতে গোৱা যি গীতৰ ঢৌ লাগি
বালিমাহি নাচিছিল শালি ধাননীত ।

ক'ত হেৰুৱালা টকা ? যাৰ ছেৱে ছেৱে নাচি
দুগালেদি নাচনীৰ সৰিছিলে ঘাম,
চাপৰীৰ মাজে মাজে চোমনিৰ আঁৰে আঁৰে
বৈ বৈ উঠিছিল মাথো বিহুনাম ।

* * * *

কাঁইটীয়া কেতেকীয়ে গোন্ধৰ সঁফুৰা মেলি
চৌদিশে দিছে আজি সুবাস বিলাই,
নাহৰ, টগৰ ফুলি কপৌৱে কপট ভুলি
আদৰিছে বহাগীক বিহুগীত গাই ।

অপৰূপা অসমৰ ৰূপহী গাভৰু হৈ
তুমিয়ে নুবুজা যদি বিহুটিৰ মোল,
বহাগীৰ বিহুতলি নিৰস নিজান কৰি
কি হব হাতত ললে জেতুকাৰ বোল

□□

# ত্ৰয়োদশ শতিকাৰ সোণৰ অসম

অপৰূপা সুশোভিতা সুজলা সুফলা
মনোৰমা প্ৰকৃতিৰ মাধুৰিমা জুৰি,
লৌহিত্যৰ তীৰে তীৰে কৰিলে ৰচনা,
যিখনি অলকাপুৰী নিৰুপমা কৰি

যাৰ ৰূপ-জ্যোতি পৰি অজানে নিজানে
ঋষি যোগী তপস্বীৰ ভাগিছিলে ধ্যান,
লুইতৰ ঢৌৱে ঢৌৱে খলকনি তুলি
আজিও ঘোষিছে যাৰ মহিমাৰ গান,

শিৰে শিৰে ভকতিৰ ভাগৱতী ধাৰা
বই যাই নিতে যাৰ পাদ-পদ্ম চুমি,
সেয়ে স্বৰ্ণধাম মোৰ সোণৰ অসম
মৰতৰ মহাতীৰ্থ, সেযে জন্মভূমি ।

পূণ্যভূমি অসমৰ লাহতি কোলাত
অনাদি কালৰ পৰা কত খেলা হ'ল,
কামাখ্যাৰ কাষে কাষে লুইতৰ সোঁতে
মহিমাৰ পালতৰা কত তৰী গ'ল !

ত্ৰযোদশ শতিকাত ইয়াতে এদিন,
ইন্দ্ৰবংশী চুকাফাই অসীম প্ৰতাপে,
শত্ৰু শক্তি ক্ষয় কৰি আহোম ৰাজত্ব
আৰম্ভিলে অসমত আদিৰজা ৰূপে ।

পৰ্বত পাহাৰ ভাঙি ভাঙি হাবি বন
নিৰ্ম্মাণিলে দ'লমঠ দেৱী দেৱতাৰ,
পুষ্কৰিণী, ৰঙ্ঘৰ, তলাতল ঘৰে
আজিও ঘোষিছে কীৰ্ত্তি অসম ৰজাৰ।

মন্দিৰৰ শিৰে শিৰে সোণৰ কলচী
অৰুণ কিৰণ পৰি আজিও জিলিকে,
মামৰে সামৰি ধৰা তামৰ ফলিত
কতজনে আজিওযে কত কথা শিকে!

ইয়াতে এদিন বহি ৰজা গদাধৰে
প্ৰাণৰ পুতলি এৰি বাঘৰ চোঙ্গত,
অসমৰ ভাগ্য-ৰেখা কৰিলে গণনা
নগাক আপোন কৰি নগাৰ চাঙ্গত!

ইয়াতে এদিন সহি নৰক যাতনা
সতী, লক্ষ্মী, পতিব্ৰতা জননী জয়াই,
পতিত ভকতি ৰাখি দেশৰ কাৰণে
জেৰেঙাত জীয়া তেজ দিলে উটুৱাই।

অসমৰ গগনত দীপ্ত দিনমণি
ৰুদ্ৰসিংহ স্বৰ্গদেৱে মাতৃৰ নামত,
সজালে যি জয়দ'ল খনালে পুখুৰী
যুগমীয়া কীৰ্ত্তি ৰাখি জয়সাগৰত,

বছৰে বছৰে সেই পুণ্য মন্দিৰত
জয়াৰ অভয়া ছবি মূৰ্ত্তিমতী হয়,
কঠিন শিলেৰে গঢ়া দেৱী-মন্দিৰত
এধাৰি চকুৰ পানী আজিওযে বয়।

ধৰ্ম্মকৰ্ম্ম মহত্বত আহোম ৰাজত্ব
যিদৰে প্ৰসিদ্ধ হল ভাৰতবৰ্ষত,
বীৰত্বতো সেইদৰে স্বাধীন অসম
আছিল আদৰ্শ হৈ মহীমণ্ডলত ।

ৰাজ্যলোভী পৰাক্ৰমী আহোতে পাঠান
কৰো বুলি অসমৰ স্বাধীনতা লোপ,
স্বভাৱ কোমলাবালা মূলা মহিলাই
ধৰিছিলে সমৰত ৰণচণ্ডী ৰূপ ।

আজলী বুকুৰ তেজ বিজুলী বেগত
নাচি নাচি পাঠানৰ নাশিছিলে প্ৰাণ,
হাঁহি হাঁহি জীৱনৰ ৰঙাজবা পাহি
জন্মভূমি জননীক কৰিছিলে দান ।

মদমত্ত মোগলৰ বিজয়ী পতাকা
উৰি উৰি লুইতৰ চাপিছিলে কাষ,
ভাবিছিলে মোগলৰ সেনা সেনানীয়ে
"কৰিম অসম জয়, হব স্বৰ্গবাস ।"

( কিন্তু ) আশাৰ আকাশ জোৰা ৰূপালি জেউতি
ঢাকিলে কলীয়া মেঘে, আবৰিলে জোন,
সমগ্ৰ ভাৰত জয়ী বীৰ মোগলৰ
শৰাইঘাটত দেহি ভাগিল সপোন ।

দেশভক্ত শক্তিমন্ত লাচিত ফুকনে
ধৰি ধৰি শতকক কচুকটা দিলে,
ধুমুহাৰে উৰি অহা মোগল পতাকা
দিখৌৰ বতাহে পাই হোঁহোকাই নিলে ।

সিদৰেই কতকাল, কতযুগ ধৰি
তুচ্ছ কৰি অভিযান শত্ৰু শকতিৰ,
থাকিলেহেঁতেন মোৰ জননী অসম
স্বাধীন কিৰীটি পিন্ধি অনন্ত জ্যোতিৰ !

( কিন্তু ) জাতিদ্ৰোহী, জ্ঞাতিদ্ৰোহী নৰকী বদনে
নিজৰ ঘৰতে বহি নিজে জুই দিলে,
ভাই, ভগ্নী, আত্মীয়ক আধাপোৰা কৰি
বুকুৰ কলিজা ফালি, কেঁচাতেজ পিলে ।

স্বাধীন অসম দেশ চাৰখাৰ কৰি
আহোমৰ ৰাজদণ্ড মাজতে ভাঙিলে,
জননীৰ কপালৰ সোণৰ কপালী
আপুনি আজুৰি আনি পৰক বেচিলে ।

ৰাজৰাজেশ্বৰী মোৰ চেনেহী অসম
আজি দীনা, পৰাধীনা, ভিক্ষাৰিণী বেশ,
দেহত এখনি বস্ত্ৰ সিয়ো যে মলীন
সহিছে নীৰৱে বহি যাতনা অশেষ ।

( অসমীয়া ) আৰুনো কিমান চাবা মাতৃৰ লাঞ্ছনা,
অভাগীৰ দশা দেখি নগলেনে প্ৰাণ ?
স্বৰ্গতো অধিক মোৰ দেৱী-জননীৰ
কৰুণ বিননি আৰু শুনিবা কিমান ?

অসম যুৱক উঠা লাচিত তেজেৰে
আইৰ কাৰণে কৰা ক্ষুদ্ৰ স্বাৰ্থ ত্যাগ,
"স্বদেশ ডাঙৰ মোৰ,—নহয় মোমাই"
এয়ে হক মূলমন্ত্ৰ, এয়ে মন্ত্ৰযাগ ।

দেৱী স্বৰূপিনী মোৰ অসম জীয়াৰী,
সুধাৰ সঁফুৰা লৈ উঠা এটি বাৰ,
তুমিয়ে চামুণ্ডা ভনী, তুমিয়ে লখিমী
লখিমী হাতেৰে ঢালা কৰুণাৰ ধাৰ !

অসম বোৱাৰী উঠা জয়াৰ তেজেৰে
কোৱা আই, "ব্রত মোৰ দেশৰ কল্যাণ,
বিহিলে বিহিব শাস্তি নির্ম্মম নিষ্ঠুৰে
তথাপি ৰাখিম আমি জাতিৰ সন্মান ।

\+ +

## জয়া

(১)

নাছিল মৰণ ভয় মৃত্যু হল পৰাজয়
জন্ম হ'ল মৰণৰ লগে লগে যাৰ,
আজন্মৰ আৰাধনা যোগ, ব্রত, উপাসনা
সিদ্ধি কৰি যিজনাই পালে মোক্ষ দ্বাৰ,

সেই চিৰ পুণ্যব্রতী অসমৰ মহাসতী
পতিপ্রাণা, বীৰাঙ্গনা, বীৰ জননীৰ,
নিবেদিছে প্রতি পলে কাল-জয়ী জয়দ'লে
আত্মদানী আদর্শৰ মহিমা গভীৰ ।

যি জনাই উচ্ছ প্রাণ তুচ্ছ কৰি দিলে দান
নিজ বুলি ৰমণীৰ মান-অভিমান,
সেই নাৰী নোহে নাৰী, দেৱী, নাৰী বেশধাৰী
—আজি এই পুণ্য তিথি তাৰ প্রতিদান ।

আজি জয়া হীনা-কায়া তথাপিতো স্মৃতি-ছাঁয়া
জিলিকিছে প্ৰকৃতিৰ পখিলী পাখিত,
গগনে, গহনে, বনে, উপবনে, জনে জনে
সেই স্নিগ্ধ স্মৃতি-স্তম্ভ চিৰ প্ৰতিষ্ঠিত।

(২)

হে জয়া।
জন্মভূমি কিযে ধন কিযে স্বৰ্গ অতুলন
জানিছিলে তুমি তাক. বুজিছিলে তুমি,
ত্যজি পুত্ৰ প্ৰাণপতি আত্মদান দিলা সতী
স্নেহময়ী জননীৰ পাদ-পদ্ম চুমি।

দধিচীয়ে আত্মদানী দেৱতাক দিলে আনি
হেৰাব খোজোতে স্বৰ্গ মূৰ্খ দেৱতাৰ,
সতীয়ে ত্যজিলে প্ৰাণ শুনি পতি অপমান
জন্মদাতা, জন্মগুৰু কাষত পিতাৰ।

তুমি জয়া আত্মদানী পতি পদে দিলা সানি
অপমৃত্যু সঞ্জীৱনী পূত পৰিমল,
জন্মভূমি জননীৰ মচি নয়নৰ নীৰ
অৰ্ঘ্য দিলা হৃদয়ৰ ৰঙা গঙ্গাজল।

(৩)

হে দেৱী।
যি শক্তিৰ হেম-জ্যোতি পাই তুমি পুণ্যৱতী
ভাগ্যগ্ৰস্ত সোৱামীক কৰিছিলা ত্ৰাণ
তাৰে আজি এটি ৰেণু কিম্বা এটি পৰমাণু
অসমীয়া বোৱাৰীক কৰা দেৱী দান!

যি শিক্ষা সাধনা কৰি উচ্চ পদ পৰিহৰি
দেশৰ কাৰণে হ'ল দীনা ভিক্ষাৰিণী,
সেই শিক্ষা দিয়া ভিক্ষা তাতে আজি লক দীক্ষা
পূৰ্ণ হক অসমত দেশ সেৱকিনী ।



# সতী জয়মতী

"প্ৰাণ" যদি "প্ৰাণ" হয় "হৃদয়"-"হৃদয়"
ৰমণীৰ প্ৰেম যদি আদৰ্শ ধৰাত,
তেনে কিয় মহাৰাজ, বৃথা চেষ্টা কৰা
নহক অকণো সৰ জয়াৰ কথাত ।

ৰাজ-ভোগ অতি তুচ্চ, তুচ্চ সিংহাসন
উচ্চ বুলি ৰমণীয়ে পতি সেৱা জানে,
সেইহে জয়াই আজি ৰাজ সমীপত
ৰাজাদেশ, অনুৰোধ একোকে নেমানে ।

"থাকক মঙ্গলে মাথো স্বামী গদাপাণি
থাকক মঙ্গলে আৰু পোণা দুটি মোৰ
চোৰাত, চমতা ৰজা সহি একান্তৰে
পেলাম লাগিলে এই জীৱনৰে ওৰ ।"

এই বুলি সতী নাৰী ত্যজি ৰাজসভা
ত্যজি পুত্ৰ পৰাণৰ, আত্মীয়-স্বজন
নিজে আহি উপস্থিত হ'ল জেৰেঙাত
হাঁহি হাঁহি লবলই শাস্তি অগণন।

তাতে শাস্তি নৰকৰ সহিলে সতীয়ে
কল্পনাৰো সিপাৰৰ পালে বহু ক্লেশ,
চমতাৰ চাটে চাটে জীৱন-প্ৰদীপ
ক্ষীণ হই লাহে লাহে, হ'ল তাতে শেষ।

নাই আজি আহোমৰ শৌৰ্য্য বীৰ্য্য একো
নাই সেনা, সেনাপতি, নাই সিংহাসন
নাই সেই ল'ৰা ৰজা, নাই গদাপাণি
নাই ৰাণী ফুলেশ্বৰী, সাম্ৰাজ্য-শাসন।

পিজৌ শাখিনী আৰু নাই অসমত
আৰুতো নহয় ৰণ, আহোম-মানৱ,
নাই জয়-পৰাজয় শেষ সকলোটি
নাই আজি অত্যাচাৰ আৰু বদনৰ।

শেষ হ'ল সকলোটি, ক'তো একো নাই
আছে মাথোঁ ছিগা-ভগা স্মৃতি চিহ্ন তাৰ,
নভগা-নিছিগা যদি, আছে কিবা এটা
সিয়েই "অমৰ" নাম মানৱী জয়াৰ।

□□

# শ্ৰীশ্ৰীশঙ্কৰদেৱ

এদিন অসম মোৰ আছিল স্বাধীন
নিষ্কণ্টক আহোমৰ ৰাজ সিংহাসন,
ঘৰে ঘৰে শান্তি সুখ আছিলে বিৰাজি
নাছিল দুৰ্ভিক্ষ কতো অকাল মৰণ ।

ভাৰতে জগতে নিতে আছিলে প্ৰচাৰি
বীৰমাতা অসমৰ বীৰত্বৰ বাণী,
কবিতাত কৰিছিলে কবিয়ে ঘোষণা
অলৌকিক অসমৰ সতীত্ব কাহিনী ।

লৌহিত্যৰ পাৰ ভাঙি আহিল এনেতে
অধৰম অশান্তিৰ বেগৱতী ঢল,
ৰোধিব নোৱাৰি ঢৌ ঘোৰ প্লাবনৰ
ধৰ্মৰ তুলুঙা নাও হ'ল তল্‌মল্‌ ।

সুখৰ সঁফুৰা হ'ল শাওণৰ মেঘ,
আগুৰি আহিল যত পাপ অত্যাচাৰ,
নাই কতো গুৰিয়াল গুৰি ধৰে কোনে
পুণ্যভূমি অসমৰ নাই প্ৰতিকাৰ !

পুণ্যভূমি অসমতে তেনে দিনতেই
শঙ্কৰ মাধৱ দুটি স্থল পদ্ম ফুলি,
দান কৰি অযাচিতে আপোন সৌৰভ
পূজি গ'ল "যত জীৱ তত শিৱ" বুলি

অধৰ্মৰ ছাঁয়া পৰা লুইত তীৰত
কদমৰ পুলি কলে গকুলত গজা,
কলীয়াৰ বাঁহী লৈ বজালে পুনৰ
মোহন মধুৰ সুৰ যমুনাত বজা ।

শঙ্কৰে সিঁচিলে যত ধৰ্মৰ কঠিয়া
মাধৱে সিমানে কলে অসম ভূমিত,
অনাহাৰী মনোলোভী অসমৰ শ্যাম
হৰিৰ লগত আজি হ'ল হৰিষিত ।

লুইতত খলকনি উঠালে যেতিয়া
শঙ্কৰৰ ৰসময়ী হেঙ্গুলীয়া তৰী,
তৰীৰ টিঙ্গত বহি আছিল মাধৱ
ভাগৱতী ভকতিৰ গুৰি বঠা ধৰি ।

০ ০ ০ ০

১৩৭১ শঁক আহিন মাহত,
অসমৰ বৰদোৱা পৱিত্ৰ ভূমিত,
দেৱীৰূপা সত্যসন্ধ্যা জননী গৰ্ভত
জন্ম হ'ল শুক্লপক্ষ দশমী তিথিত ।

সেই মহাপুৰুষেই গঢ়িলে সমাজ
নাম ধৰ্ম অমিয়াৰে ভাৰত বুৰালে,
অধৰ্মৰ যত গ্লানি মষিমূৰ কৰি
ভাগৱতী ভকতিৰ পতাকা উৰালে ।

পাপী, তাপী, দুখী, দীন, ধনী, নিৰ্ধনীক
সত্যৰ আলোক দিলে ভকতি প্ৰেমৰ,
উচ্চ তুচ্ছ ভেদাভেদ নেৰাখি অকণো
সনাতন ধৰ্ম দিলে পৰম ব্ৰহ্মৰ ।

গীত, নাট, কবিতাৰ সোণৰ কপালী
ভাষা জননীক দিলে শঙ্কৰে পিন্ধাই,
তুলড়ী, লেচাৰী, ছবি, গজপতি পদে
আজিও মানব চকু চমক লগাই।

সেই কবি, সেই গুৰু, সিদ্ধ পুৰুষৰ
১৪৯০ শঁক কোচবিহাৰত,
ভাদমাহ শুক্লপক্ষ দ্বিতীয়া তিথিত
তিৰোভাব টোৰোচাৰ বিমল তীৰত !



## পূজা আয়োজন

নাৱৰীয়া ! আজি ৰাতি কলঙৰ কাষে কাষে
নাৱেৰে আহিব মোৰ লখিমী উজাই,
নাৱৰ টিঙত তোৰ ঘিউ চাকি এটি থৈ
শুকুলা পালেৰে নাও ৰাখিবি সজাই।

শলিতাৰ শিখা দেখি লখিমী চাপিব কাষ
"আই" বুলি মাত দিবি মৰমী মাতত,
লখিমী জননী মোৰ চেনেহতে ভোল গই
বান্ধিবহি নিজ নাও কলঙ ঘাটত।

নাৱৰীয়া ! আজি ৰাতি দূবৰি দলিছা পাতি
পাৰৰ বিৱিখে গাব আৱাহনী সুৰ,
আকাশে সজাব দীপ বতাহে জলাব ধূপ
গীত, গন্ধে পূজা-বেদী হব ভৰপূৰ।

লখিমী পৰশ পালে কলঙৰ ঘাটে ঘাটে
অসমৰ শাপভ্ৰষ্টা অমৰ বালাই,
বাগেদৱীৰ বীণা লই নিজম অসম পুৰী
কবিতাৰ ঝঙ্কাৰেৰে তুলিব কঁপাই ।

বিশ্ববিমোহিনী মোৰ লখিমীৰ ৰূপ-ছবি
নাইদেখা নাৱৰীয়া, বহুদিন হ'ল,
নাই শুনা জননীৰ চৰণ কমল ধ্বনি
কত যুগ আহি আহি, কত যুগ গ'ল !

পৰিছিল এটি জ্যোতি জীয়া তেজ দেখি দেখি
জেৰেঙাত জহি যোৱা মানৱী জয়াৰ,
উৰ্জলি উজলি সিও মাৰ গ'ল নাৱৰীয়া
বিজুলী ছাটিৰ দৰে আজলী হিয়াৰ ।

আজি সেই জননীয়ে করুণাময়ীৰ বেশে
হেঙুলীয়া বঠা লই লৱনু হাতত,
শোকত মলভি থকা সন্তানৰ দুখ দেখি
নিজে আহি থিত্ দিব কলঙ ঘাটত ।

নাৱৰীয়া ! আজি তোৰ দেৱী দৰশন দিন
আজি ৰাতি জননীৰ শুভ আগমন,
লুইতৰ আশে পাশে কলঙৰ কাষে কাষে
কৰ আজি লখিমীৰ পূজা আয়োজন ।

+ +

# কৰ্ম্মবীৰ

জীৱন জ্যোতিয়ে যাৰ পোহৰালে পৰপাৰ
জনমেৰে মৰণক জয় কৰি গ'ল,
যি জনাৰ আত্মদান মাথোঁ এটি সামগান
প্ৰতিধ্বনি কৰি কৰি প্ৰাণে প্ৰাণে ৰ'ল ।

সি জনাৰ বিয়োগত ঘৰে ঘৰে অসমত
সুতুলিবা ব্যথাভৰা বিননি কৰুণ,
চন্দ্ৰ, কোটি তাৰকাৰ হাতত সপি দি ভাৰ
দিনান্তত বুৰ দিয়ে তপন তৰুণ ।

জন্মভূমি আই মোৰ বৰ অভাগিণী তই
ভগা বুকু আৰু তোৰ নোৱাৰ জুৰাব,
নবীনৰ শ্মশানত আকুলি বিকুলি কান্দি
চকুৰ পানীৰে জানো পাৰিবি ঘূৰাব ?

মন্দিৰৰ শিখৰত সোণৰ কলচী থাপি
শোণিতেৰে পূৰ কৰি যোড়শোপচাৰ,
'আই আই' বুলি তোৰ চৰণ সাৱটি ধৰি
শেষ কৰি গুচি গ'ল পূজা আপোনাৰ ।

কৰ্ম্মময় জীৱনৰ কৰ্ম্ম কৰি সমাপন
সাদৰে আদৰি লই বিধিৰ বিধান,
মাটিৰ মানুহ তুমি মাটিত মিহলি হ'লা
মৰতত ৰাখি গ'লা অমৰাৰ দান ।

সন্ধিয়াৰ আকাশক ছানিলে কলীয়া মেঘে
এন্ধাৰে আৱৰি ধৰি গ্ৰাসিলে অসম,
ডাৱৰৰ সুৰুঙাই জুমি চাবা ধ্ৰুৱ তৰা
আলোকতে দেখা পাম পথ অনুপাম ।

* কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ মৃত্যুত লিখা ।



## প্ৰকৃতি প্ৰেমৰ আদৰ্শ

### ফুল

বিলৰ মাজতে মানিকী মধুৰী
হাঁহিৰে পতুমী নাচিছে ঐ,
ভুলতো নুভুলা ৰূপহ ছবিটি
বুকুতে সাৱটি, বুকুতে থৈ ।

নাচোতে ৰূপহী নাচতে বিভোৰা
কলীয়া ভোমোৰা বলিয়া হ'ল,
দিলেহি চুমাটি গোপনে গালতে
পতুমী লাজতে মৰহি গ'ল ।

অ' মোৰ লাহৰী, অ' মোৰ কেঁচা সোণ
মোকো ঐ তয়েচোন বলিয়া কৰ,
মোৰো ঐ চুমাটি লুভীয়া ওঁঠৰ ঐ
গালতে তয়ো নৈ লাজতে মৰ !

গোলাপী গালতে লাজে সানি দিব
সেন্দুৰী ওঁঠতে সেন্দুৰী বোল,
সৰগত নুফুলা, সপোনত নুফুলা
হৰি ঐ লাহৰী সিপাহি ফুল !

* *

# বিয়া

(১)

ডিমৰু ডালত দহিকতৰাই ক'লে ৰিঙিয়াই আজিহে বিয়া
চেনেহী সখীৰ চিনাকি হিয়াত দিবহি মিলাই চিনাকি হিয়া।
নীল সৰসীত ৰূপ ছটিয়াই প্ৰাণ নচুৱাই কমলিনী,
বুকুৰ মাণিক আহে কেতিয়া, আছে বাট চাই পলক গণি।
পূব গগনত উদিল ৰবি, আনা আদৰি উৰুলি দিয়া
দে, কেতেকী দে যোৱানাম, যক মৰহি লাজুকী প্ৰিয়া।

(২)

এটি সৰসীৰ কোমল কলি এটি সৰসীত উঠিল ফুলি,
কালিৰ চেনেহ গ'ল পাহৰি আজিৰ চেনেহ আপোন বুলি।



## তটিনী

নেলাগে নহয় জানো তৰলা তটিনী
সদায় একেটা সুৰে সেই একে গান,
নাই দিন, নাই ৰাতি, ৰ'দে-বৰষুণে
গান, গান মাথোঁ গান, নাই অৱসান,

চা'চোন এবাৰ ঘূৰি হেৰেই পাগলী
তোৰ কাষতেই কত অচিনা-অজানা
মুনি-তপস্বীয়ে বহি কতদিন ধৰি
কৰিছেহি একেমনে ঈশ আৰাধনা।

তইতো নেদেখ একো নেজান একোকে
দেখিলেও নেদেখাৰ ভাও ধৰি যাৱ
উলাহত, বিৰহত মাথো সেই একে
কুলু কুলু, কুলু সুৰ কিনো ভাল পাৱ ?

গাৱ যদি গা গান, গা এনে সুৰে
নাচি নাচি ভাগৰক দেৱবালাবোৰে।



# নলিনী

ইমান বেজাৰ কিয় আজিনো নলিনী
তলমূৰ কৰি কিয় চকুলো টুকিছা,
মলয়াৰ চৌৰে চৌৰে কিযনো নেনাচি
বুকুত বেদনা লই উচুপি কান্দিছা ?

অ' অৰুণে এতিয়া আহি বাতৰি দিলেহি
"নোপোৱা ৰবিক আজি নাহে কাযলই"
বিৰহত দেহি ঐ, সেইহে টুকিছা
ধাৰে ধাৰে চকুপানী শোকাতুৰা হই ?

আহিব অলপ ৰ'বা, নহবা আকুল
সময়ত দিনমণি নিজে দেখা দিব,
প্ৰণয়ৰ মউসনা লুভীয়া ওঁঠেৰে
গালৰ মদিৰা ঢৌ চুহি চুহি নিব ।

তেতিয়া নলিনী চাম, হাঁহিবা কিমান
আহিব কিমান বেগে আনন্দৰ বান ?



## মেঘদূত স্বপ্ন

হেৰ' আহাৰৰ কলীয়া ডাৱৰ
বলিয়া বাৰ্তৰি আনিছ কাৰ ?
কোন বিৰহিনী বিৰহত পৰি
নেওচি পেলালে সোণৰ হাৰ ?
তাৰে জিলিকনি জিলিকি জিলিকি
মেঘৰ বুকুত বিজুলী চমকি,
প্ৰেমিকক দি ব্যথাৰ বাতৰি
বোৱাব খোজনে চকুলো ধাৰ ?
হেৰ' আহাৰৰ কলীয়া ডাৱৰ
বলিয়া বাতৰি আনিছ কাৰ ?

শৰতৰ কত শত সুধাকৰে
শেৱালি পাহিতে চুমাটি দিলে,
ফাগুনী বতাহে ৰূপহী নিশাত
কত সপোনৰ সঁফুৰা নিলে ;
আজি কিয় তোৰ বুকুত বেদনা
বিশ্ব বিয়পা অশ্ৰুভাৰ,
হেৰ' আহাৰৰ কলীয়া ডাৱৰ
বলিয়া বাতৰি আনিছ কাৰ ?

মতলীয়া হৈ বলিয়া কবিয়ে,
চকিতা চকুৰ বুজি ঠাঁৰ ;
আহাঁ প্ৰিয়ে' বুলি কব খোজোতেই
হাতত্তে হেৰাল কবিতা-হাৰ !

সেই বিৰহৰে ছবি আঁকি আঁকি
তয়ে দূত বুলি তোকে দিয়ে ফাকি,
সেইহে কিজানি তোৰ ছুগালেদি
সৰিছে আজিও চকুলো ধাৰ,
আকুল বুকুত উঠিছে বিননি
ছিগিছে প্ৰাণৰ মোহন-তাঁৰ ।

"যক্ষ" বিৰহী কবিৰ সপোন,
'দূত' বুলি তোৰ মিছাতে নাম,
শত বিৰহীৰ মিলন-মাধৰী
তোৰ বুকুতেই বিচাৰি পাম ?
তয়েই সিঁচিছ ধৰাত অমৃত
—জগত বিয়পি জেউতি চৰে,
তোৰে সুৰ লাগি দুবৰি-পাটিত,
ৰূপহী ফুলৰ চুপহি ধৰে !

তোৰ বুকুতেই সোণৰ পদুম
কত মাণিকৰ ফুলিল কলি,
কত ৰূপহীৰ অপৰূপ ছবি
তোৰ পৰশতে পৰিল ঢলি !
আজি আহাৰৰ প্ৰথম দিনত
ছিঙিবি কিয়নো বীণাৰ তাঁৰ,
হেৰ' আহাৰৰ কলীয়া ডাৱৰ
বলিয়া বাতৰি আনিছ কাৰ ?

কলীয়া মেঘৰ বলিয়া ধুমুহা
তোৰ বিষাদতে উপচি যায়,
সপোন পুৰীৰ সোণালী কিৰণ
বিচাৰিলে তোৰ কাষতে পায়।
আজি কিয় তোৰ হেৰৌ নিঠৰ,
শুনা নাই সেই সুমধুৰ সুৰ,
আনিছ কিয়নো বজ্ৰ বিজুলী
শত বিপদৰ পাতনি ভৰি,
সুন্দৰি নিশাৰ মাধৰী ধৱলী
নসৰে জেউতি নিজৰি জৰি ?

সেই সুমধুৰ মিলন মধুৰ
বলিয়া, আজিও বাতৰি আন,
নেলাগে দুখৰ দাৰুণ যাতনা,
নেলাগে শোকৰ বিননি গান !
ভৰা বাৰিষাৰ নেলাগে বাতৰি,
বিৰহ-বিজুলী দূৰলৈ নে,
শাৰদী নিশাৰ, শেৱালি বালাৰ
সুন্দৰি সুৰভি পাৰিলে দে।



# ন-জোন

তটিনীৰ তীৰে তীৰে বহি বহি ভাবিবৰ
যেতিয়া সময় হয় ভাবেই নোলায়,
ৰঙা বগা পদুমৰ কলিটি যেতিয়া ফুলে
ফুলৰ আগতে তাৰ শোভা মাৰ যায়।

নৌ হওঁতেই পুৱা গীত নৌ গাওঁতেই
বিহগীৰ সুৰে নিতে মন আমোলায়,
প্ৰভাতী মলয়া ব'লে কোকিলৰো কাকলিত
নবৰষে মৌ-ৰস, মাধুৰী নোলায়।

বসন্তৰ পৰশত ফুলিব কেতেকী ফুল
আশাৰ সৌৰভ লাগি মন উৰি যায়,
ছিঙিলে কেতেকী ফুল পাতৰ কাঁইটে কাটি
হাতৰ আঙুলি মাথোঁ তেজেৰে বোলায়।

* * * *

ডাৱৰৰ আঁৰে আঁৰে আহিবি কিৰণ ঢালি
পাৰিলে সাজিবি মালা গাঁথি গাঁথি তৰা,
পাৰিলে আপোন সুৰে আপোনাৰে গাবি গান
আপোনা আপুনি হবি সুখে দুখে ভৰা।

নিতৌ নতুন হবি, লাগিছে পূৰ্ণিমা কিয় ?
পূৰ্ণিমা হলেই হব অমাৱস্যা ঘোৰ,
সৌন্দৰ্য্যৰ পূৰ্ণ ছবি আঁকিব খোজোতে কবি
লিখনি উফন্দি টোকে চকুলোৰ।

ন-জোন হয় যদি নিতউ নতুন,
সোণৰ মাজতো তয়ে হবি কেঁচাসোণ।



# বসন্ত

বসন্ত—

বসন্তৰ পৰশত তৰু, লতা, তৃণাদিত
সুচিকুণ সেউজীয়া ঢৌ খেলি যায়,
ফুলৰেই তৰী সাজি ফুলৰেই পালতৰি
ফাগুনীয়ে প্ৰকৃতিক সুৰভি বিলায়।

মউলোভী ভোমোৰাই গুণ্ গুণ্ গুণ্ গুণ্
গুণ্ গুণ্ গুণ্ ৰৱে গীতেৰে ভুলাই,
মালতীৰ মনোৰমা আলসুৱা অধৰৰ
আল্‌ফুলে সুধা লই উৰি গুছি যায়।

পানী নিয়া ৰূপহীৰ আধা তিতা ৰিহাখনি
ফাগুনীয়ে আলাসতে দিয়েছি উৰাই,
বলিয়া কবিয়ে দেখি মতলীয়া লেখনিৰে
প্ৰেমৰ কবিতা লিখি পিয়াহ গুচায়।

ননীৰ পুতলা এটি কেতিয়ানো জহি যায়
ফাগুনৰ ৰণ্ডা ৰ'দে পাৰে জানো কব ?
কুলিৰ উকলি শুনি কিমান সপোন ভাগে
বিৰহিনী কেতেকীয়ে কিনো লেখ লব ?

প্ৰেমৰ থাপনা পাতি অৰুণ কিৰণ ছাটি
ফাগুনত ফুলপাহি চুমি চুমি যায়,
সেই একে কিৰণেই কুঁৱলীৰ আঁৰে আঁৰে
পুহত করুণ সুৰে নিৰলে বিনায় !

অতীত কালৰ ব্যথা নিকৰুণ কত কথা
গথা আছে বসন্তৰ গাঁঠিয়ে গাঁঠিয়ে,
তাৰেই আভাস লৈ ফুলৰ সুবাস বুলি
ফাগুনীয়ে বিৰহীক উপহাৰ দিয়ে ।

**পুৰণি বসন্ত—**

বসন্ত পুৰণি হ'ল, প্ৰকৃতি পুৰণি,
গছ, লতা ফুল, পাত সকলো পুৰণি,
সেউজীয়া সাজ পাৰ অতিকে পুৰণি,
নাই কতো নতুনৰ ৰেখ,

মাতত মাধুৰী নাই কুলি কেতেকীৰ,
কলিও সুফুলে যেন গানত অলিৰ
ফুলৰ সৌৰভ একে, একে ফুলনিৰ
সকলোতে পুৰণিৰ বেশ ।

**নতুন বসন্ত—**

বসন্ত এদিন হব কিজানি নতুন
প্ৰকৃতিৰ আঁচলত পাম কৈচাসোণ !
( যিদিনা ) ফুলক চুহিব ফুলে, ভোমোৰা পলাব,
বিৰিখৰ কুঁহি পাতে কবিতা বিলাব ।
নিতৌ নতুন হব বন-উপবন,
কুলিয়ে সলাব তাৰ কলীয়া বৰণ ।
পূজাৰ বেদীত পাব মদাৰেও শোভা,
গোন্ধতে আমোল মোল হব ৰঙাজবা ॥



# ৰহস্য

ডাৱৰৰ মাজে মাজে তৰাই ভুমুকি মাৰি
ওৰণি এবাৰ টানি, এবাৰ গুচাই,
আঁচলৰ আগটিত আঁৰিদি মুকুতা
সৌন্দৰ্য্য সুসমাৰাশি, দিছে ওপচাই
—তাৰেই সোঁতত উটি বিশ্ব পুলকিতা,
  কবিৰ বুকুত ভাঁহি উঠিছে কবিতা।
নিজনিত গীত গাই, গায়িকা তটিনী,
ভাগৰত ঘামি জামি জিৰণি লইছে,
কেঁকোৰা-কেঁকুৰি চুলি আঙুলি বুলাই
জঁট বান্ধে বুলি দেহি যতনে থইছে!
—তাতোযে আকুল বিশ্ব, তাতোযে ব্যাকুল;
  বান্ধিব খুজিছে বোপা কত কবি কুল!
দেখা দিলে ৰূপহীয়ে লাজ কাতি কৰি
চকুৱেদি বিৰিঙি প্ৰেমৰ মহিমা,
আৱেগত আত্মহাৰা প্ৰেমিকে সাৱটি
চুমি ক'লে,—'তুমি মোৰ মানসী প্ৰতিমা;
—নেপালে বিশ্বই গম, নেপালে কবিয়ে,
  স্ৰজিলে নতুন বিশ্ব ইটিয়ে সিটিয়ে!



## আৰ্য্য সংস্কৃতিৰ আদৰ্শ :

### জাহ্নবী

বিশ্বজুৰি নীলিমাৰ নীলিম বুকুত
ৰচনাৰ ৰশ্মি ধৰি ৰবি শশী তৰা
স্বৰ্ণ অৰ্ঘে স্বৰ্ণ কান্তি ঢালোতে ঢালোতে
মহেন্দ্ৰৰ ৰুদ্ৰ বীণা দেখি আত্মহাৰা।
তুমি কিন্তু হে জাহ্নবী,
বিচিত্ৰ ৰচনা ভেদি কক্ষতে পাতিছা।
সপ্তবস্ত্ৰ সম্মিলন মুক্তি পাতকীৰ,
কমলাৰ আশ্বাসেৰে অমৃত ঢালিছা
পাপীক দেৱতা কৰি ভাৰত ভূমিৰ।



# শ্রীশ্রীৰামকৃষ্ণ পৰমহংস

অনন্ত মাধুৰীভৰা অনন্ত আকাশ,
মাধুৰীৰে ভৰপূৰ সুশ্যামল ধৰা,
অসীমক লক্ষ্য কৰি বয় তৰঙ্গিনী
অনন্ত উদ্দেশি ঘূৰে কোটি গ্ৰহ তৰা।

কেন্দ্ৰ কৰি অসীমৰ অদৃশ্য শকতি
মহিমাৰ ৰেখা লেখি, সাধি নিজ কাম,
মাহ, ঋতু, বৰ্ষ, যুগ, দিবস, ৰজনী,
উষা, সন্ধ্যা চক্ৰাকাৰে ঘূৰে অবিৰাম।

পশু, পক্ষী, নৰ, নাৰী, যত জলচৰ,
পৰ্ব্বত, পাহাৰ, মৰু, তৰু, লতা, বন,
সকলোৰে মূল মাথো অদৃশ্য শকতি
জন্ম আৰু মৰণৰো ইয়েই কাৰণ।

প্ৰশ্ন হয়, কোন তেওঁ, কাৰ শকতিৰ
জ্যোতিৰ্ম্ময় আলোকত উদ্ভাসে ত্ৰিদিব ?
প্ৰশ্ন হয়, কোন তেওঁ কাৰ ইঙ্গিতত
সৃজন নিধন হয়, সজীৱ, নিৰ্জীৱ ?

এই প্ৰশ্ন উজু প্ৰশ্ন, কবিৰ কাৰণে,
এই প্ৰশ্ন উজু প্ৰশ্ন, তৰ্কবাদী যি,
এই প্ৰশ্ন ভিত্তিহীন বিজ্ঞানাগাৰত
—তথাপি আটায়ে ভাবে এই প্ৰশ্ন কি ?

এই প্ৰশ্নৰ বাবে আজি এই পৃথিৱীত,
এক'ক উদ্দেশ কৰি বহুৰূপ হ'ল,
এই প্ৰশ্নৰ বাবে আজি মহীমণ্ডলত
একলক্ষ্য, তথাপিও বহু ধৰ্ম্ম ৰ'ল ।

যুগে যুগে ভাৰতৰ মৰমী বুকত
জন্ম ল'লে কত যোগী কতনো মহাত্মা,
কৈ গ'ল, শিক্ষা দিলে দীক্ষাৰ লগত—
"সকলো আত্মাৰ মূল মাথো পৰমাত্মা ।"

"বিশ্বৰ সকলো ছাঁয়া, কাঁযা মাথো তেওঁ
যি জনে কৰিলে সৃষ্টি সকলো সৃষ্টিৰ,
সকলোৰে আদি তেওঁ তেওঁতেই শেষ,
শিষ্য তেওঁ, গুৰু তেওঁ সকলো বিধিৰ ।"

"তেওঁৰে বিধান মানি বিশ্ব জগতত
ৰাতি দিন নিৰন্তৰ গ্ৰহ-তৰা ঘূৰে,
তেওঁৰে আদেশ লৈ এই মৰতত,
জনমৰ পাচে পাচে মৃত্যু ঘূৰি ফুৰে ।"

প্ৰশ্ন হয় পুনুবাৰ, ক'ত থাকে তেওঁ ?
কোন পথে আগুৱালে পাব পাৰি দেখা ?
কোন দেৱ মন্দিৰৰ সুৱৰ্ণ বেদীত
লেখা আছে সিজনৰ চৰণৰ ৰেখা ?

সকলোৰে একমত, সৰ্ব্বব্যাপী তেওঁ,
পথ নিৰ্দ্দেশত মাথো হ'ল মতভেদ,
কোনোৱে নিৰ্দ্দেশ দিলে "কোৰাণেদি যোৱা"
কোনোৱে বা 'বাইবেল' কোনোৱে বা 'বেদ'

সনাতন হিন্দুধৰ্ম্ম মৰ্ম্মে মৰ্ম্মে বজ্ৰা
গদাধৰে জগতক দিলে দেখুৱাই,—
"ঈশ্বৰ নেথাকে বহি নিৰ্দ্দিষ্ট পথত
'যত মত তত পথ' সকলোতে পায "

"অকল মন্দিৰ, গীৰ্জ্জা, ম'জিদত বহি
বিশ্বপিতা জগন্নাথ নাথাকে সোমাই,
ঋষি, যোগী, সন্ন্যাসীৰ জটা লেখ লেখি,
সৃষ্টিকৰ্ত্তা নিজানত নাথাকে লুকাই।"

"সত্য, শুদ্ধ আত্মা যাৰ নাই হিংসা, দ্বেষ,
চকুৰ আগত দেখে সকলো সমান,
যত জীৱ শিৱ বুলি কৰে যেয়ে পূজা
সিজনাৰ অন্তৰতে মূৰ্ত্ত ভগৱান।"

দেৱতাৰ, মানৱৰ, যক্ষ গন্ধৰ্ব্বৰ
লীলাভূমি, পুণ্যভূমি জন্মভূমি মোৰ,
নিৰুপমা ভাৰতক নিমগনা কৰি,
যুগে যুগে বাজি আছে ভকতিৰ সুৰ

মৎস্য, কূৰ্ম্ম আদি কত ৰূপে সৃষ্টিকৰে,
অধৰ্ম্ম বিনাশ কৰি ধৰ্ম্ম স্থাপি গ'ল,
সৰযুৰ সোতে সোতে 'ৰাম-নাম' উটি,
সিন্ধু, গঙ্গা, লুইতত আজিও যে ৰ'ল।

যমুনাৰ পাৰে পাৰে যিটি কলীয়াই,
বলিয়া বাঁহীটি লৈ কিশোৰ কালত,
অপৰূপা গোপিনীৰ ৰূপ-ছবি চাই,
ধৰি ধৰি ফুৰিছিল ৰিহা-আঁচলত;

ৰথৰ সাৰথি হৈ তেৱেঁই এদিন,
কুৰুক্ষেত্ৰ সমৰত শঙ্খ-ধ্বনি কৰি,
ধৰ্ম্মৰ-বাদল ধাৰা বোৱালে ধৰাত
অধৰ্ম্মৰ অগ্নি-শিখা সহিব নোৱাৰি ।

হিংসা, ক্ৰোধ, অসত্যৰ বেগৱতী ধলে
উটুৱাব খোজোতেই সত্যৰ মহিমা,
তৰুৰ তলত বহি তাহানি গৌতমে,
দেখুৱালে অহিংসাৰ গভীৰ গৰিমা ।

সিদিনাও সেইদৰে পাপ, অধৰ্ম্মৰ,
কুৰুৱা বতাহজাকে পুণ্য-আশ্ৰমত
উৰুৱাব খোজোতেই ধৰ্ম্ম বেদীখনি
মূৰ্ত্ত হ'ল ৰামকৃষ্ণ ভাৰতবৰ্ষত ।

ৰুদ্ৰাক্ষৰ মালা পিন্ধি ৰামকৃষ্ণ দেৱে,
ছাই ভস্ম সানি গাত, কমণ্ডলু লৈ,
নাই ফুৰা ভাৰতৰ হাবি-বননিয়ে,
জটাধাৰী, গৃহত্যাগী, বনবাসী হৈ ।

লালসাৰে পৰিপূৰ্ণ বিলাসী গৃহত
গৃহী হৈ গৃহতেই গৃহত্যাগ কৰি,
হৃদয়ৰ পূজাঘৰ শুচি কৰি লৈ,
বিশ্বৰ পাতিলে পূজা প্ৰেম-ধৰ্ম্ম ধৰি ।

শক্তিৰূপা মহামায়া আৰাধনা কৰি,
দিঠকতে জননীৰ দেখিছিল ৰূপ,
মাতৃ বুলি দেৱী বুলি বাৰাঙ্গনা পূজি,
যঁাচিছিল ভকতিৰ দীপ, ধুনা, ধূপ ।

হিন্দুৰ পবিত্ৰ পথ বেদৰ মাজেদি
"সত্য-শিৱ অদ্বৈত"ৰ লভিলে সন্ধান,
বাইবেল কোৰাণাদি নানা পথে ঘূৰি
শেষত পশিলে আহি সেই একে স্থান।

"অমৃতৰ পুত্ৰ আমি নাই মৃত্যু ভয়,
জগত এখন ঘৰ এজন পিতাৰ,
কৃষ্ণ তেওঁ, কালী তেওঁ, পুৰুষ প্ৰকৃতি"
—মুকুতিৰ বাণী এয়ে সেই মহাত্মাৰ।

* শ্ৰীশ্ৰীৰামকৃষ্ণ পৰমহংসদেৱৰ ১৯৩৬ চনৰ ১ মাৰ্চত যোৰহাটত হোৱা শতবাৰ্ষিকী উৎসৱত পঠিত।

---

## মূল-মন্ত্ৰ

হিমাদ্ৰীৰ শিখৰত অৰুণ কিৰণ সনা
ধাৰে ধাৰে মুক্তা মালা গাঁথি হিমানীয়ে
আৰতিৰ বেলা হ'লে মাতৃ-পূজা-মন্দিৰত
অধিষ্ঠাত্ৰী ভাৰতীক উপহাৰ দিয়ে।

অপৰূপা ৰাধিকাৰ ৰূপৰ লহৰি তুলি
মুৰলীৰ সুৰ বান্ধি কদম তলৰ,
খৰ-স্ৰোতা যমুনাই আজিও যোগান ধৰে
জননীৰ স্নান-জল পূত প্ৰভাতৰ।

স্ৰোতস্বতী ভাগিৰথী আজিওয়ে পুণ্যব্ৰতী
অৰ্ঘ্য দিয়ে জননীক পূজাৰিণী হই,
ভক্তি প্ৰেমে আত্মহাৰা ভাৰতৰ নৰ-নাৰী
মাতৃ-পদ ধূলি সনা শান্তিযনী লই।

× × ×

সেইদিনা অযোধ্যাত আছিল নৃপতি হই
ইক্ষ্বাকু বংশৰ ৰাম, উদাৰ মহান,
সৰযুৰ পাৰে পাৰে নিকুঞ্জৰ আঁৰে আঁৰে
প্ৰতিধ্বনি উঠিছিল ৰামাযণ গান।

সেইদিনা ভাৰতত নৰৰূপী ভগৱান
যদুকুল শিৰোমণি পাণ্ডব সখাই,
ৰথৰ সাৰথি হই কুৰুক্ষেত্ৰ সমৰত
দেখুৱালে অধৰ্ম্মৰ ক'তো জয় নাই।

সেইদিনা দধিচীয়ে এই ভাৰততে বহি
আপোন বুকুৰ অস্থি অকাতৰে তুলি,
মৰণ বৰণ কৰি দান দিলে দেৱতাক
স্বাৰ্থ ত্যাগ মানৱৰ মূল-ধৰ্ম্ম বুলি।

সুকুমাৰ দেৱ শিশু তেজেৰে ৰাঙলী হই
এতিয়াও পৰি আছে ৰাজপুতনাত,
পান্নাৰ আজলী প্ৰাণে তথাপিতো নেকান্দিলে
স্বাধীন 'উদয়' ৰবি জ্বলাৰ আশাত।

এতিয়াও যোৱা নাই সতীৰ তেজৰ চেকা
লাগি আছে জেৰেঙাৰ বিৰিণা পাতত,
স্বামীকেই জীৱনৰ দেৱৰো দেৱতা ভাবি
কৰিছিল আত্মদান পতিৰ নামত।

× × × ×

মহিমামণ্ডিত সেই সোণৰ চানেকী খনি
অঁৰা আছে এতিয়াও হৈম-শিখৰত,
ভাৰতৰ নৰ-নাৰী তাকে আজি চাই চাই
আহা যাওঁ আগবাঢ়ি আপোন বাটত।

ক্ষুদ্ৰ স্বাৰ্থ ত্যাগ কৰি ত্যজি মান, অভিমান
প্ৰেম ক্ষমা আগ কৰো প্ৰাপ্য বিচৰাত,
জাতিত মানুহ আমি নহওঁ অধীন কাৰো
'দাস' বলি ভাষা নাই মানৱ ভাষাত।

আৰক্তিম গগনত উদিল ৰক্তিম ৰবি
বাজিল পূৰবী সুৰ মাতৃ-মন্দিৰত,
"জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী"
এয়ে হ'ক মূল-মন্ত্ৰ ভাৰতবৰ্ষত।

যেযে হোৱা লাগে তুলি, তুমি মাথোঁ কল্পনাৰ
তুমি মাথোঁ সপোনৰ চিৰ-সহচৰী
সুন্দৰৰ স্ৰষ্টা তুমি, সৃষ্টিৰ ৰহস্য ভেদি
কবিক আকুল কৰা কবিতা-কুঁৱৰী।

— × —

# বীণাধ্বনি

সুনির্ম্মল সৰসিৰ সুনীল জলত
শুভ্র শতদল ফুলে শুভ্রকান্তি পৰি,
প্ৰেমৰ পৰশ পাই পৰাগ পাপৰি
হৰষতে পৰে সৰি নিজৰি নিজৰি।

অমৰাৰ পুষ্পদ্বাৰ ধীৰে ধীৰে মেলি
নামি আহে দেৱবালা বীণা বাই বাই,
সুনীল সৰসি জল সুবাসিত কৰি
শতদলে সাজি পাৰি আসন সজায়।

বিশ্ব আলোকিত কৰে শুভ্র আলোকেৰে
সৃষ্টিৰ বুকুত ভাঁহে অপৰূপ ৰূপ
নন্দন বনতো বাজে বন্দনাৰ গীতি
মন্দিৰে মন্দিৰে জ্বলে দীপ, ধুনা ধূপ।

ভক্তিভৰা মানৱৰ হৃদয়ে হৃদয়ে
বই যায় ভাৰতীৰ করুণাৰ ধাৰ,
অসীম অনন্ত ভেদি বেদীয়ে বেদীয়ে
বাজি উঠে বৰদাৰ বীণাৰ ঝঙ্কাৰ।

আজিও বীণাৰ ধ্বনি দিগন্ত বিয়পি
মৃদু মধু মলয়াৰ হিল্লোলত ভাঁহে,
পুণ্যৰ সঁফুৰা মেলি প্ৰেমৰ সুৰভি
আজিওতো কিৰণৰ আঁচলত আহে।

আজিও ফুলিছে কলি পতুম বনত,
শ্বেত, স্নিগ্ধ আলোকেৰে আলোকি ধৰা.
কবিতাৰ কুকি লই কবিতা জননী
আজিও আহিছে নামি স্বৰগৰপৰা ।

প্ৰেমৰ চন্দন সানি প্ৰীতিৰ নৈবেদ্য লই
পাহি পাহি ভকতিৰে গাঁথি মালাধাৰ,
মৰতৰ দেৱবালা, দিওঁ আহা বৰদাক
কুকিত ভৰাই লই কবিতাৰ হাৰ !

— x —

# অঞ্জলি

পুৱাতে বাজিল ডবা, হ'ল ঘণ্টা-ধ্বনি
উঠিল প্ৰভাতী সুৰ
মাঙ্গলিক, সুমধুৰ,
প্ৰচাৰিলে বিশ্বভেদি
—সজোৱা দেৱীৰ বেদী,
ৰাখা অৰ্ঘ্য যতনাই আহিছে জননী
বীণাহস্তে বীণাপাণি, কবিতা দায়িনী ।
ভক্ত সবে জানি আজি তযু আগমন,
মতলীয়া কৰি চিত
গাই গাই তযু গীত,

সাজিলে সহস্ৰ ৰভা
সুনিৰ্ম্মল মনোলোভা
তাতেই সাজিলে আই, তোমাৰ আসন,
ভক্তিৰে পূজো বুলি দুখনি চৰণ ।

শ্ৰীপঞ্চমীৰ তিথি আজি, পুণ্য বিৰিঙিছে
আৰ্ত্ত, দীন-হীন সবে
প্ৰাণ খুলি একৰবে
পুণ্যৰ পৰশ লাগি
তোমাৰ করুণা মাগি
কাতৰ কণ্ঠেৰে আই তোমাক মাতিছে,
তোমাৰ পাৱতে দেৱী সেৱাটি যাচিছে ।

জননী ।
সবানে পূজাৰ ভাগ, আমাৰো পূজাৰ ?
জানাতো আমাৰ আই
ধূপ, দীপ একো নাই,
নাই একো ৰত্নভাৰ
কিম্বা উচ্চ উপহাৰ,
আছে মাথোঁ ভক্তি ধাৰা সৰল হিয়াৰ,
থাপিলো তাকেই দেৱী নামত তোমাৰ ,
ভক্তিৰ অঞ্জলি সেয়ে, লোৱা তাকে তুলি
অনভিজ্ঞ সন্তানৰ শ্ৰেষ্ঠ দান বুলি ।

* *

# মানৱ-পূজা

বিচিত্র মাযাৰে ঘেৰা মৰু জগতৰ
পৰশ পোৱাৰ আগে বিধতাই কয়,—
"মানৱ ! আপোন কাম সাধিব পাৰিবি
আদিতে কৰিবি মাথোঁ আপোনাক জয় ।"

"ঐশ্বৰ্য্য-সম্পদ-গানে নহবি বলিযা
সতীৰ পণত থাকি স্বাৰ্থত্যাগ কৰি
মানুহৰ পূজা তই কৰিব লাগিব
অনুদিন কৰ্ত্তব্যক আঁকোৱালি ধৰি ।"

বিধিৰ বিধান মানি কত মহাজনে
আপোন বুকুতে সাজি বিশ্ব-প্ৰেম মঠ,
দেৱতাৰ দৰে পূজি মাটিৰ মানুহ
সৃষ্টিৰ সোৱাদ পালে, পালে মুক্তিৰ পথ ।



# তোমাৰ দান

এই যে শুৱনী ধৰা,          ধুনীয়া ফুলেৰে ভৰা
নই, বিল, জান, সৰোবৰ,
পৰ্ব্বত, পাহাৰ, মৰু          হাবিবন, তৃণতৰু,
জীৱ-জন্তু যত চৰাচৰ ।

সৱাকে স্রজন কৰি          তুমিহে ৰাখিছা ধৰি
তুমিয়েই নাশিবা এদিন,
তোমাৰে মহিমা চাই,          তোমাৰেই গুণ গাই
তোমাতেই হব সৱে লীণ ।

সউযে আকাশ নীলা,          তাকো তুমিয়েই দিলা
দিলা তাত জোন-বেলি তৰা,
ৰাতিৰ আন্ধাৰ ঠেলি          পূবেদি ওলায় বেলি
পোহৰায় সেউজীয়া ধৰা ।

ভানু গলে সুধাকৰে          ৰাতিৰ আন্ধাৰ হৰে
কেউকাষে তাৰকা ওলায়,
ইদৰেই দিন ৰাতি          তুমিয়েই দিলা পাতি
মহিমাৰ জেউতি চৰায় ।

তোমাৰে বিধান মানি          আকাশে বৰষে পানী
গুটি ফালি ওলায় গজালি,
তোমাৰে আদেশ লই          কেনে চকা-মকা কই
মেঘে মেঘে খেলায় বিজুলী ।

কোকিলৰ মধু সুৰ,          মলয়া বতাহ জুৰ,
নিজৰাৰ কুলু কুলু গান,
গোলাপৰ গন্ধ ৰেণু,          আকাশৰ ৰামধেনু
সকলোটি তোমাৰেই দান ।

তুমি প্ৰভু দয়াময়, দয়া কৰি আমালৈ
যত দান দিছা জগতত,
তাৰ বাবে ভকতিৰে, পৰি পৰি বাৰে বাৰে
কৰো সেৱা তয়ু চৰণত।

## কবি কবিতাৰ আদৰ্শ

### কবি

কবিৰ বুকুতে সৃষ্টি, বুকুতে প্ৰলয়
শত বজ্ৰ উল্কাপাত, উঠি নামি যায়,
প্ৰচণ্ড ধুমুহা আহে প্ৰবল বেগেৰে
ভূমিকম্প নাচি নাচি মেদিনী কঁপায়।
কবিৰ বুকুতে বয় নিজৰাৰ সোঁত,
কোমল কমল ফুলে ৰেণু উৰি যায়
ফাগুনী বতাহ বলে, বহাগীৰ বিয়া
কবিয়ে বুকুতে তাৰ মৰল সজায়।
কবি। তুমিও কান্দা? লোকেতো হাঁহিছে
তোমাৰ চকুলো লৈ লোকে গাঁথে মালা,
জানানে কিহৰ মালা, ইযে প্ৰণয়ৰ
কুসুমে কুসুমে মিলা কুসুমিতা বালা।

* * * *

তোমাৰ জগত কবি নাই কাৰো মিল,
তুমিয়ে কৰিলা এই জগত জটিল।

* *

## সৌন্দর্য্য আৰু কবি

**সৌন্দৰ্য্য,**

কত আভা, কত প্ৰভা, মনোলোভা
মনোৰমা,
কত কবি, কত ছবি, যাচে চুমা
নিৰুপমা,
কত অলি, পৰি ঢলি, প্ৰাণ-ঢালি
প্ৰেমে পমা,
মাতে সখি, আছো ৰখি, আঁহা প্ৰিয়ে
প্ৰিয়তমা ।
— ইযাতো কবিৰ প্ৰাণ ইনাই বিনাই
ফুটুকা ফুলতো দেহি ফেঁটী সাপ পায় ॥

o o o o

**কবি,**

শান্ত জুৰ, সুমধুৰ, মোৰ সুৰ
প্ৰেমে পূৰ,
হে চতুৰ, কাব্যচোৰ, কিয় টোকা
চকুলোৰ ?
সৌ হিৰণ, ঢৌ-কিৰণ, মৌ-মিলন
নোহে দূৰ,
ত্যজি দ্বেষ, হিংসা-বেশ, চোৱা ঘূৰি
স্বৰ্গপুৰ ।
— নোৱাৰা সাধিব কবি সৌন্দৰ্য্যৰ নাশ,
সৌন্দৰ্য্য আপুনি হব আপুনি প্ৰকাশ !

* *

# কবিতা

—কবিতাৰ মহা ভাৰ লই,
নাই অন্য বৰদাক পূজা দিবলৈ !
- আজি—
গছে গছে পাতে পাতে
ঘৰে পৰে বাটে ঘাটে
কবিতা ফুৰিছে উৰি কবিতাকে লই
আৰুনো কবিতা তেনে লাগে কিহলই ?
অন্তৰৰ আঁহে আঁহে কবিতা উৰিছে
মন্দিৰত পাহে পাহে কবিতা শোভিছে,
চকুৰেদি টোপা টোপে কবিতা সৰিছে ।
ধালতো কবিতা আছে সিঁচৰতি হৈ
আৰুনো কবিতা তেনে লাগে কিহলই ?
কলিয়ে কলিয়ে আজি ফুলিছে কবিতা,
পাহিয়ে পাহিয়ে আজি দোলিছে কবিতা,
ৰেণুৱে ৰেণুৱে মিলি উৰিছে কবিতা,
কলীয়া আজিও পৰে কবিতাত গৈ,
আৰুনো কবিতা তেনে লাগে কিহলই ?
কুঁৱলীত ৰাশি ৰাশি আহিছে কবিতা,
এন্ধাৰত পোহৰত ভাহিছে কবিতা,
আকাশে বতাহে মাথোঁ কবিতা কবিতা
নৈৰ বুকুতো আজি কবিতাহে বয় !
সেয়েহে কবিয়ে কয়—
"মেঘে মেঘে মিলি সাবটা সাৰুটি
জগত কবিতাময় ।"

* *

# কুঁৱৰী

জলৰ কুঁৱৰী তুমি থলৰ কুঁৱৰী তুমি
তুমিয়েই ফুলনিতো ফুলৰ কুঁৱৰী,
পখুম পাহিৰ শোভা শেৱালিৰ কোমলতা
তোমাকে বিচাৰি আহে তোমাকে সুঁৱৰি !

হেঙুলীয়া অৰুণৰ সাতোটি ৰঙেৰে দেৱী
কবিয়ে পেলাব আজি তোমাক বোলায়,
দ্বাপৰৰ বন ৰেণু যমুনাৰ খৰ স্রোতি
স্তব্ধ হব সকলোটি সেই ৰূপ চাই !

o o o o o

দেৱীও নোহোৱা তুমি নোহোৱা কুঁৱৰী তুমি
তুমি মাথোঁ আবেগৰ সপোন-শলিতা,
কবিৰ কল্পনা তুমি, মিছাকথা, সত্য তুমি ;
মিছা কথা, তুমি প্ৰিয়া তুমিয়ে কবিতা ।

o o o o o

অৰুণৰ সাতো ৰং সাতো সৰগৰ ৰূপ
তোমাৰ কাষতে জেনে যক জঁয় পৰি,
মৰতৰ ফুলা ফুল থাকক পাহিতে বহি
নপৰক, নসৰক তোমাকে সুঁৱৰি ।

* *

# সপোন-কুঁৱৰী

আকাশত লাগি কাৰ  ওঁঠৰ লাহৰি চুমা
ডাৱৰে লাজতে আজি জুমাজুমি কৰে,
বতাহত লাগি কাৰ  গোলাপী আচল খনি
মতলীয়া সুৰভিৰে মনপ্ৰাণ হৰে ?

এন্ধাৰ নিশাই বাৰু  আজি কোন ৰূপহীৰ
ৰূপৰ জেউতি লৈ দিক্ উজলালে,
আকাশত জোনটিযে  কাৰনো সঁহাৰি পাই
তৰাৰ মাদলি পিন্ধি মুখ পোহৰালে ?

কুঁৱলীৰ আঁৰে আঁৰে  অৰুণে করুণ সুৰে
আহিছিল বীণ বাই বিৰহ গানৰ,
কোন তেওঁ, কাক দেখি  সলালে বীণৰ সুৰ
লহৰি বাগৰি গল ললিত তানৰ ?

তুমিনেকি সেই দেৱী  দৰশন লভি যাৰ
প্ৰেম সিন্ধু উথলিল সৃষ্টিৰ বুকুত ?
তুমিনেকি সেই সখী  বোৱালাহি ব্ৰহ্মাণ্ডত
বিৰহৰ বাধা ঠেলি মিলনৰ সোঁত ?

তুমিনেকি সেই প্ৰিয়া  লভি যাৰ পৰশন
সৰগ মৰত হল, ৰূপত বলিয়া ?
বিশ্ব-বিমোহিনা বেশে  সুধাৰ সঁফুৰা মেলি
অমৰত্ব দান কৰি মৃত্যু কাঢ়ি নিয়া ?

যেয়ে হোৱা লাগে তুমি,  তুমি মাথোঁ কল্পনাৰ
তুমি মাথোঁ সপোনৰ চিৰ-সহচৰী ;
সুন্দৰৰ স্ৰষ্টা তুমি  সৃষ্টিৰ ৰহস্য ভেদি
কবিক আকুলক কৰা কবিতা-কুঁৱৰী ।

* *

# কায়াৰ-ছাঁয়া

দীপ্ত ৰবিৰ হিৰণ কিৰণ
মেলানি মাগি অস্তাচলত,
জিৰণি ললে, লাজুকী লতা
সন্ধ্যা ৰাণীৰ ওৰণি তলত।
স্বপ্ন ভাগি পঙ্কজিনীৰ
বিৰহ জাগি অথিৰ-অবিৰ।

অন্ধকাৰৰ আৰ্ত্তনাদত
নৈশ গগন উঠিল জ্বলি
মুগ্ধ কবিৰ ৰূপহী বিলত
ফুলিল ৰূপৰ পদুম কলি।
কুমুদিনীৰ বিৰহ প্ৰাণে
কিৰণে আনি মিলন সানে।

মানস প্ৰিয়াৰ লাজুকী গালত
কত তপনৰ কিৰণ ছবি
কুঞ্জবনত কবিতা লেখি
আকুল ব্যাকুল কতনো কবি!
প্ৰিয়াৰ পৰশ কবিৰ প্ৰিয়
কবিতা নিৰস লাগিছে কিয়?

বিশ্বজুৰি সৃষ্টি পাগল
ক্লান্ত ৰবিৰ কিৰণ লাগে
স্বপ্ন দেৱীৰ চৰণ ধৰি
মাত্ৰ প্ৰেমৰ প্ৰসাদ মাগে
মায়া মাথোন বিৰহ মিলন
কায়াৰ ছাঁয়া হিৰণ কিৰণ।



# মোৰ কবিতা

'আবাহন,' 'বাঁহী', 'বিজুলী আদিত কবিৰ প্ৰভাৱ দেখি
ভাবিলে মনতে মযোচোন বাৰু কবিতা এটাকে লিখি
'আমাৰ দেশ'লৈ দিওঁ পঠিয়াই তাতেই চপাই থক্,
পাৰিলে থোৰতে নাম এটা ৰাখো—মোক কবি বুলি কক্
আমি কবি হলে দায় লাগিবনে, লাগিলে লাগক দায়,
অইনবোৰেহে এনেখন লিখে কিনো আছে তাৰ ঠাই !
ইযাকেই ভাবি পৰহিৰ দিনা কাগজ, কলম ল'ই
আৰামি চকিত আঁউজি বহিলো 'কবি কালিদাস' হ'ই ।
খৰনৰ কৰি আৰম্ভ কৰিলো—'উঠা অসমীয়া উঠা' !
সমস্ত ভাৰত হৈছে জাগ্ৰত, মই নাইকোৱা জুঠা ।
মহা পযমাল, লাগিল খোকোজা 'জুঠা' শব্দটো কাৰ ?
অসমৰনে বঙ্গালৰনে ভাটিৰ ৰাজপুতনাৰ ?
বহি বহি মই ভাবিয়েই আছো, ভাবোতে এপৰ গ'ল
'জুঠা' শব্দ কাৰ কোন মূলুকৰ ঠিকেই নোহোৱা হ'ল !
—যাৰ হওক লাগে—ইচ্ছা কৰিলে কবিয়ে লিখিব পাৰে
ওখ কবিতাৰ ওখ ভাব হলে, ভাষাৰ দোষকো সাৰে !
পুনৰ লিখিলো "ঘুমাই থাকিলে নিদ্ৰাৰ ধৰি ভাউ
তয় উইদানত পুষ্প পৰিৱৰ্ত্তে গজিব তিতা লাউ"
ওহোঁ নহয় —"পুষ্প পৰিৱৰ্ত্তে গজিব তিতা লাউ"
ইয়াৰ সলনি—"কুলি পৰিৱৰ্ত্তে শৃগাল কৰিব ৰাও"
এইবুলি যদি দিওঁ বহুৱাই কিজানি সুবিধা হ'ব,
কাৰণ তেতিয়া ভাষাৰ লগত ভাবৰ একতা ৰ'ব ।
নৰলেও নাই, মোৰ কবিতাৰ মৌ জোল কলৈ যাব,
অকবি বিলাকে নেপালেওতো কবি বন্ধুবোৰে পাব ?

—সেইদিনা আৰু সিমানকে লিখি লাগিল গৰম বৰ,
নাছিল কেনিও বতাহ এছাটি, ইফালে টিনৰ ঘৰ !
বাৰু যি হ'ল হ'ল, সাদিন মানতে কবিতা কৰিম শেষ,
অহা মাহলৈ মোৰ কবিতাই শুৱাব আমাৰ দেশ ।'

* *

## প্ৰতিজ্ঞা

স্কুলীয়া ল'ৰা আমি
পটি পটি ঘামি জামি
জোনাক ৰাতি ওলাই আহি
অলপ হাৱা খাওঁ,
গাৰ গৰম আঁতৰ হলে
আকৌ কিতাপ চাওঁ ।
মিছা কঠিয়া কেইটামানে
মিছাতে আমাক নিন্দা কৰে
চোৱাচোন বাৰু আনৰ আগত
বদনাম ৰতে এনেদৰে :
ফৰিংফুটা জোনাকত
বাটে ঘাটে পথাৰত
স্কুলীয়া ল'ৰাবোৰে
জুম বান্ধি বান্ধি ফুৰে,
কাৰোৰ মুখত বিৰি চুৰত
কাৰোৰ মুখত পাণ,
কাৰোৰ মুখত বন-বহাগীৰ
শুনিব লগীয়া গান !
কোনো আকৌ পুলত বহি
ওৰে ৰাতি বজায় বাঁহী !
—এইবোৰ বাৰু ভাল কথানে
ভাল নহব কলো,
স্কুলৰ পৰা কোনেনো খেদায় ?
গলো যদিও গলো !
বিদ্যাৰ শপত পোতক তুলিম
কালৈকো নকৰো ভয়,
তেতিয়াহে যদি সিহঁতে আমাক
মটা ল'ৰা বুলি কয় '
খাম খালেও জেলত ভাত
গান্ধীয়েও খালে নগল জাত ।

— - —

# বাৰিষাৰ দিন

(১)

বতৰ বাৰিষা হ'ল,
চিৰাল ফটা শুকান পুখুৰি
পানীৰে উপচি গ'ল।
নৈয়ে, খালে-ডোঙে উঠিল উজান
মাছমৰীযাই পাতি দিলে বান
খোকাত লাগিল বামুনী ভেকোলা
চেপাত লাগিল শ'ল,
খেৱালি জালত উঠিল শিঙৰা
বৰালি সৰকি গ'ল,
বতৰ বাৰিষা হ'ল।

(২)

বতৰ বাৰিষা হ'ল,
আলিবাটবোৰ একাঠু বোকাৰে
কঠীয়াৰ তলি হ'ল।
আহিল মটৰ বোকাত লাগিল
তুখন এখন খালতে থাকিল
গাঁতৰ কুচিয়া টনাদি টানিও
তুলিব নোৱাৰা হ'ল,
মটৰৱালাৰ ধুনীয়া দেহাটি
ঘুনীয়া ভাগতে ৰ'ল
বতৰ বাৰিষা হ'ল!

(৩)

এই ভৰ বাৰিষাত
দৰায়ো ছোৱালী ননাকৈ নেৰিছে
ঢোলৰো ফুটিছে মাত !
বাপেকক কলে, 'নহবি বাউল
নেপালো নেলাগে কোমল চাউল
বজাৰৰ চিৰা কাকনো নাটিছে
নহলে খুৱাবি ভাত,
এইবাৰ আৰু এনেকৈয়ে যক
মাথোঁ বিয়াখন পাত' ;
এই ভৰ বাৰিষাত ।

(৪)

এই ভৰ বাৰিষাত,
বল খেলোৱাৰী গোটেই জাকৰে
গোসানী লাগিছে গাত ।
কোনোৱে সুমালে শুকুলা জাঙিয়া
গোৰোহা লেটাই কোনোৱে চুৰীয়া
কোনোটোৰ গ'ল ভৰিৰ আঙুলি
কোনোটোৰ গ'ল হাত,
কোনোটোৱে আকৌ নউ খেলোতেই
পিছলি ভাঙিলে দাঁত ;
এই ভৰ বাৰিষাত ।

(৫)

এই বাৰিষাৰ দিন ।
কাৰ চোতালত তিয়নি নৰয
নহৈছে এখোন চিন্ ।

কাৰ ভঁৰালত কঠীয়া গাজিব
কাৰ গৰু ম'হ উটুৱাই নিব
কাৰ পিৰালিত সাঁতুৰি ফুৰিব
'কফি', 'বাতাৰ'ৰ টিন
কাৰ 'কামৰা'ত মাছ মণ্ডুকৰ
নৰব চিন-ভিন্,
নহৈছে এথোন চিন,
এই বাৰিষাৰ দিন ।

— --

# বৰ্ষাৰ মেঘ

চক্ৰ ভেদি স্বৰ্ণ কিৰণ
মুক্তি পথত পৰিল ধৰা,
সুপ্ত কিয় তৰুণ তপন
লুপ্ত কিয় চন্দ্ৰ তৰা ?
সান্ধ্য সমীৰ শান্তিহীন
নয়ন কোণত অশ্ৰুভাৰ,
পূব গগনে গৰজে গভীৰ
প্ৰভাত কক্ষ ৰুদ্ধ দ্বাৰ !
কোন পাতকীৰ পাপৰ ছাঁয়া
আলোক পথত মূৰ্ত্তিমান ?
তুচ্ছ কৰে উচ্ছ ৰবিৰ .
স্বাৰ্থ বিহীন শ্ৰেষ্ঠ দান !

আকুল ভয়ত বৃক্ষ কঁপে
বিহ্বলতাত বিৰহী লতা,
মগ্ন কবিৰ স্বপ্ন ভাগে
লগ্ন ক্ষণত নিৰৱে পতা ।
ধীৰ তটিনীৰ অধীৰ তীৰত
স্নিগ্ধ বীণাৰ দীন ৰাগিণী,
চেতন হীনা, মান নেভাগে
ব্যথা বিৰহত অভিমানিনী ।
কঁপে চকিতা শিশুহৰিণী
কান্দে কাঁতৰে কেতেকী কুলি,
ভৰা বাৰিষাৰ গগন পথত
মাথোঁ মেঘালীৰ উৰিছে চুলি ।
দীপ্ত ৰবিৰ কনকপুৰী
অভিষিক্ত অশ্রুধাৰে
উৰ্দ্ধে বাজে বজ্ৰ-ভেৰী
স্তব্ধ ধৰা অন্ধকাৰে ।
গগন পথত অগ্নি জ্বলে
মৌন বায়ু আত্মহাৰা,
সৃষ্টিনাশা সৰ্ব্বনাশী
অধো নামে বৃষ্টি ধাৰা !
বিশ্বজুৰি ব্যাকুল ব্যথা
আকুল বিশ্ব চৰাচৰ,
ক্লান্ত ৰবিৰ কিৰণ ছবি
ভ্ৰান্তপথত অগ্রসৰ ।

* *

# সুৰ

সানিব খোজোতে সুৰ অমিয়া গীতত
ললিত ছন্দত তুলি ৰাগিণী মধুৰ,
শেষৰ কঁপনি উঠি বন্ধুৰ বীণাত
হেৰাল হঠাতে দেহি জীৱনৰ সুৰ।

'সুৰ'ৰ শোকত হ'ল ৰাগিণী পাগলী
ইপাৰত বহি বহি আছে যেন ক'ই,
“নপলাওঁ বুলি তই তেৰ পলৰীয়া
ফাঁকি দি পলাই বাৰু পলাবি কলৈ?”

সিপাৰৰ পৰা 'সুৰে' সুধা ঢালি ঢালি
কয় যেন চেনেহেৰে হাঁহি মিচিকাই,
“আউলি-বাউলি তই নহবি মিছাতে
যদিও আহিলো মই মই অহা নাই,
তোৰেই কাষতে আছো নকৰিবি ভুল
জন্ম আৰু মৰণৰ মাথোঁ একে কুল।”

* কবিৰ প্ৰিয়বন্ধু সুৰসাধক দেবেন বৰদলৈৰ মৃত্যুত লিখা



# আশীৰ্ব্বাদ

শুৱনী আকাশখনি নিতউ শুৱনী কৰে
জ্বলি জ্বলি দূৰণিৰ চালুকীয়া তৰা,
শুৱনী বিবিধ ফুলে শুৱনী পাহিটি মেলি
শুৱনী কৰিছে কেনে সেউজীয়া ধৰা।

শুৱনী ফাগুনী বা'ত শুৱনী কুলিটি উৰি
শুৱনী উৰুলি দি দি পুৱঁতী নিশাত,
শোৱনী কোঠাত কত শুৱনী সপোন ভাঙি
দিঠক শুৱনী কৰে শুৱনী উষাত।

জীৱন শুৱনী কৰা শুৱনী যৌৱন কালে
শুৱনী বুকুতে আঁকি ছবিটি শুৱনী,
শুৱনী শেৱালি-মালা শুৱনী ডিঙিত দিয়ে
শুৱনী ছবিটি কৰি শুৱনী লৱনী।

সোণটি,

আজি এই শুৱনী দিনত শুৱনী ৰভাৰ তলত, শুৱনী সভাৰ মাজত তোৰ শুৱনী জীৱনৰ শুৱনী সঙ্গিনী পাবি। ...... হৃদয় বিনিময়ৰ নাম যদি পৰিণয় হয়, আজিৰ দিন, ক্ষণ মধুৰৰ লগে লগে পৱিত্ৰ।

এই পৱিত্ৰ দিনত তোক আশীৰ্ব্বাদ দিছোঁ—

মায়াময় মৰতৰ ছাঁয়া-কায়া দুটি মিলি
একেটি অৰুণ হ'ক প্ৰেম আকাশত
দেৱতাই দান দিয়া দুখনি কোমল হিয়া
এপাহি পদুম হ'ক প্ৰণয়-জলত।

দুগছি শলিতা মিলি একেটি প্ৰদীপ হুই
আলোকেৰে পূজাঘৰ হ'ক ভৰপূৰ
দুডালি মধুৰ তাঁৰ এখনি বীণতে বাজি
ললিত লয়ত ব'ক জীৱনৰ সুৰ ।

দিনে, ক্ষণে, অনুক্ষণে বনে বনে উপবনে
একেটি থোপাতে থক দুটি মন ফুলি ।
ধ্যানে, জ্ঞানে, অভিযানে, দানে গানে অভিমানে
দুটি প্ৰাণ এটি হ'ই উঠক উজলি ।

[কবিৰ বন্ধু পজিকদ্দিন আহমদৰ শুভ বিবাহ উপলক্ষে লিখা] ৭

* *

## অঞ্জলি (শিৱপ্ৰসাদ বৰুৱালৈ)

ধনেৰে কৰিলা
স্বদেশ চহকী,
মনেৰে মনক
কৰিলা জয়,

দানেৰে তুমি যি
খিযাতি ৰাখিলা
নজহে নপমে
নপৰে ক্ষয়।

অহা নাই কোন,
যোৱা নাই কোন,
সকলো আহিছো
সকলো যাম,

তুমিও আহিলা
তুমিও গলাগৈ,
তথাপি তোমাক
ইযাতে পাম।

০ ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ মৃত্যুত।

* *

# প্ৰশ্ন

কিহেৰে কৰিলি বশ কৰিনে কলীয়া,
গকুলৰ মতলীয়া ষোড়শী গোপিনী,
কিহেৰে মুহিলি বাক অবলা-আজলী
সৰলা লাজুকী লতা ৰাধা বিনোদিনী ?

আপোন সুৰত তোৰ মুৰলী বজাই
ওৰেদিন কদমৰ চনকা ডালত,
সজালিনে মোহিনীৰ মন কুমলীয়া
প্ৰেমৰ উজান তুলি যমুনা পাৰত ?

নতু নেকি যমুনাৰ নীল বৰণীয়া
জলত উঠলি উঠি তোৰ শ্যাম ৰূপ
জ্বলিছিল বিৰহিনী ব্ৰজ-বালিকাৰ
বুকুত আবেগভৰা প্ৰেম ধুনা-ধূপ ?

কিহেৰে কৰিলি বশ গোপিনীৰ হিয়া
ৰূপেৰেনে মুৰলীৰে ক গৰখীয়া ?

* *

# মুৰলী

মুৰলী ! দ্বাপৰত গোপিনীক কিয় নচুৱালি,
যমুনাৰ ঘাটে ঘাটে
গোকুলত বাটে বাটে
ব্ৰজ বালিকাক হেৰ কিয় লাজ দিলি ?

তোকেহে লগত লই মোহন কলীয়া লাজতে নেমাতে দেহি লাজুকী ছোৱালী
থকা হ'ল য'তে ত'তে মনতে মনৰ কথা
ৰাতি দিন তোৰে স'তে কৰি থাকে আগভেটা
মাজতে ৰাধাক পাই কৰিলে বলিয়া। আকৌ উভতি যায় বিৰিঙ্গানি ফালি।

কদম তলত বহি আহিলে সন্ধিয়া ক'চোন সুধিছো বাৰু হেৰউ মুৰলী
দুয়ো চাব একেৰাহে কাৰনো প্ৰেমত পৰি
ৰাধিকা আহে নে নাহে তোকনে কানুক ধৰি
আহিলে জোকাৱ কিয় লাজ নাইকীয়া? ৰাধিকা ইমান হ'ল জুকুলা জুকুলি ?

* *

## "তপাৰ সম্পাদক"

তপা বাগিচাত ভদি কাণীয়াই
আছিল ছমাহ গ'ই,
গুদাম মহৰী দদায়েক হেনো
তাতেই আলহী হ'ই।

ভদিৰ ঘৰ বিৰিঙা চুকত
ল'ৰা দামুৰ নাই
সদায় উদাস, সেই কাৰণেই
যলৈকে তলৈকে যায়।

কঠিয়া তোলোতে খুদোৰ জায়েক
ডাবিক অকলে পাই,
মুখত সোপাদি চুৰ কৈ আনিছিল
এদিন সুবিধা চাই।

খুদোৰে হেনো গোচৰ কৰিলত
ছকুৰি দুটকা দিলে
কেএগাই যদিও টকাৰ সুদতে
কপিত মাটিকে নিলে।

ভদিৰ কপালত তিৰী নিসিজিল
মাউৰ বেমাৰত পৰি
ডাবিয়ে এদিন ছচকু মুদিলে
ভদিক বৰলা কৰি।

সিদিনাৰে পৰা ভদি কাণীযাৰ
সংসাৰ শুইন হ'ল,
খোচনীত মাথো এমহা কানিৰ
কানিৰ টেমাটো ৰ'ল ।

ভদিৰ বয়স নহন বেছি
পঁয়ত্রিশ মানহে হ'ব
মানুহে দেখিলে পোনচাটেই
ষাঠি বুলিহে ক'ব ।

ভদি একালত আছিল বলী
চেহেৰাও আছিল ভাল,
এতিয়া ভদিৰ লেৰেলা শৰীৰ
শোটোৰা·শোটোৰ ছাল ।

ল'ৰালি কালৰ ক'লা চুলিটাৰি
মৰাপাট যেন হ'ল,
বুকুৰ মঙহ দুখতে শুকাল
কামীহাড় কিডাল ৰ'ল ।

পঢ়া শুনাতো নাছিল বেয়া
চতুর্থ শ্রেণীলৈ পঢ়ি
এৰি দিলে হেনো কিবা কাৰণত
কাৰোবাৰে জেদ কৰি ।

সি যিহওক, ল'বালি কালৰ
বুৰঞ্জী এতিয়া থ'ই
কওঁ শুনাসৰে ভদিৰ কাহিনী
একাণপতীয়া হ'ই ।

তপা বাগিছাত ভদি থাকোতেই
এখন সভা হ'ল,
চাহাব, মহ'ৰী কুলী, চৰীদাৰ
সকলো তালৈ গ'ল

মেনেজাৰ চাহাবে সভাপতি হই
সভাত আসন ললে
সভাৰ কায্য হ'ল আৰম্ভ
বৰকেৰেণীয়ে ক'লে ।

"হুজুৰ আৰু মোৰ মৰমৰ
মহৰা বাবসকল,
মই নগন্য ক্ষুদ্ৰ পৰাণী
নাই কবলৈ বল ।

তথাপি যেতিয়া সকলোটি আহি
ইযাত থাইছো গোট,
মোৰ বক্তব্য কোৱাহে উচিত
চেলালেও চেলাবা মোট ।

শুনা সভাসদ আমাৰ ইয়াত
একোৰে অভাৱ নাই,
পুখুৰী পাইছো পানী খাবলৈ
গাখীৰ খাবলৈ গাই ।

ডাক্তৰ আছে বেমাৰ চাবলৈ
খাবলৈ দিছে ধান,
কুলীৰ বাৰীত তামোল-জালুক
জোপাজোপে আছে পাণ ।

কেওঁৱাৰ ঘৰত কাপোৰ আছে
মহলত আছে কানি,
মাইকী আছে ঘৰত বহি
যেন "ভিক্টোৰীয়া ৰাণী"

খোৱা-থকাত দুখ নাই একো
গইছে সুখতে দিন
তথাপিও আমি এটি কাৰণত
পশুতকৈও হীন ।

কিতোনো কাৰণ যদি মোক সোধা
কওঁহক শুনা তেনে
শুনি ইযাতেই কব লাগিব
যাৰ অভিমত যেনে ।

কথাটো হৈছে আমাৰ বাগিছাত
সাহিত্য চৰ্চ্চা নাই,
সাহিত্য নহলে জনম বৃথা
জীৱন বৃথাই যায় ।

সেই কাৰণেই মই আশা কৰো
সকলোৱে মিল হই
এখন আলোচনী উলিয়াব লাগে
এলাহ ভাগৰ থই ।

মনত ৰাখিবা যদি আমি পাৰো
আলোচনী উলিয়াব,
পৰ্ব্বত-ভৈয়ামে বিল-পিতনীয়ে
আমাৰ নামহে কব ।

মোৰ বক্তব্য প্ৰকাশ কৰিলো
সকলোৱে ভাবি চাওক,
তাৰ পিছত, যদি আছে কিবা
কবলগীয়া কওক ।

বৰ কেৰেণীয়ে ইয়াকে ক'ই
ফোঁপাই জোঁপাই বহিল,
গৰালত থকা তাঁহ হে যেনিবা
পুখুৰীত গই চৰিল ।

কেৰেণী বাবু বহাৰ পাছতে
সভাও নিতাল হ'ল,
কাৰো মাত নাই ইটোৱে সিটোৰ
মুখ চাই চাই ৰ'ল ।

অলপ পাছতে মতা মহৰীয়ে
কৰ্কাল হেকেঁৰা কৰি,
কঁপা কঁপা মাতে কবলৈ ধৰিলে
লগুণ খামুচি ধৰি ।

"কেৰেণী বাবুৱে যি কথা ক'লে
ময়ো মত দিছো তাতে,
সকলোৱে আমি চেষ্টা কৰোহঁক
ভলাই আলোচনী যাতে ।

"মোৰ বোধেৰে কোনো বাবুৰ
একো আপত্তি নাই,
কিন্তু এতিয়া 'আলোচনী'ৰ নো
কিনো নাম দিয়া যায় ?"

ইয়াৰ উত্তৰত পাত-মহৰীয়ে
গহীনাই লগালে মাত,
"বাগিছাৰ নাম থাকিব লাগিব
এই আলোচনীৰ গাত।"

"তপা বাগিছাৰ নামেৰেই হওক
'তপা' আলোচনীৰ নাম,
লোকে যদিহে কেনেবা বোলে
পাছে পৰেও সলাম।"

পাত-মহৰীৰ কথাতেই দিলে
সকলো ৰাইজে ভৰ,
আলোচনীৰ নাম 'তপা'ই হ'ল
নহ'ল আৰু লৰচৰ।

অলপ পাছতে চোট কেৰেণীয়ে
ঘেঁহাই ঘেঁহাই ক'লে,
"আজিৰ সভা ভাঙিবই পাৰি
সম্পাদক এজন হ'লে।"

"মোৰ মনেৰে যোগ্য এজনক
সম্পাদক পতা হওক
তাৰ পাছত (ভোকো লাগিছে)
ঘৰলৈ যোৱাই যাওক।"

ইয়াকেই ক'ই চোট কেৰেণীৰ
মাতেই নোহোৱা হ'ল,
উপায় নেপায় 'মূতি আহো' বুলি
বাহিৰ ওলাই গ'ল।

চোট কেৰেণী ওলাই গলতে
ৰমা চকীদাৰে ক'লে,
"বৰ ভাল হব, বৰ বাবুৱেই
ইয়াৰ সম্পাদক হ'লে।"

কথাষাৰ শুনি বৰ কেৰেণীয়ে
ওপৰাই লগালে মাত,
"মই নোৱাৰিম, সেইবোৰ গুণ
নাই অকণো মোৰ গাত।"

অন্য এজনক পাতচোন বাক
কামৰ লায়েক চাই,
খোলা কথা হ'লে মোক নধৰিবা
মোৰ সেইবোৰ নাই।"

কেৰেণী বাবুক কোঁচ খোৱা দেখি
কোনো নেবাটিল আগ
যাকেই ধৰে সিয়েই বেবাই
যেন বাঘে ধৰা ছাগ।

উপায় নেপাই গুদাম মহৰী
ভদিৰ দদায়েক যি
তেওঁৰেই উঠি সবাকে সম্বোধি
ক'লে মৰসাহ দি।

"ৰাইজ সকল! মোৰ ঘৰতে
ভতিজা এটা আছি,
আজি এমাহ, একো কাম নাই
এনেয়ে আছেহি বহি।

"লেখা-পঢ়াতো নহয় বেয়া
অলপ কানিহে খায়
সিয়ে সম্পাদক হব পাৰিব
যদিহে আপত্তি নাই।"

ইয়াকেই শুনি সকলো ৰাইজৰ
আনন্দে নধৰা হ'ল,
যাহওক তেও, কোনো প্ৰকাৰে
'আলোচনীখন' ৰ'ল।

সেই সভাতেই ভদি কানিয়া
'তপাৰ' সম্পাদক হ'ল,
সভাৰ কাৰ্য্য · হ'ল সমাধা
সকলো ঘৰলৈ গ'ল।

( 'জাহ্নবী" ১ম বছৰ-১ম সংখ্যা চেপ্তেম্বৰ ১৯২৮ )

* *

# কোনে জানে ?

কোনে জানে অন্তৰৰ মাজ মজিয়াত
প্ৰণয় শলিতা গছি সঘনে জ্বলিছে,
কোনে জানে হৃদয়ৰ প্ৰেম মন্দিৰত,
কাৰ ছবিটি ৰাখি (কোনে) থাপনা পাতিছে।

কোনে জানে কোনে আঁকে মানসী প্ৰতিমা
কল্পনা কক্ষত বহি হৃদি-তেজ লই,
কোনে জানে কোনে গাঁথে প্ৰণয়ৰ মালা,
ফুলনিত বহি বহি, ফুলৰাণী হই।

কোনে জানে বিৰহত কোনেনো গাইছে
নদীৰ কাষত বহি, সকৰুণ গান
কোনে জানে কোনে কান্দে উচুপি উচুপি
কাৰ বিচ্ছেদত হয় মৰ্ম্মাহত প্ৰাণ।

কোনে জানে কোন তেওঁ, কাৰ হৃদয়ত
কাৰ ছবিটি জাগে দিঠকে সপোনে,
কোনে জানে কিনো ইটো ভক্তি নে ভাচনী
কিয়নো পূজিছে বাক প্ৰফুল্লিত মনে ?

কোনে জানে উত্তৰাৰ কোমল প্ৰাণত
অভিৰ বিচ্ছেদ জুই কত জ্বলিছিল
কোনে জানে ৰামচন্দ্ৰে সীতা হৰণত
হিয়া ভুকুৱাই হায় কত কান্দিছিল ?

ময়েকি কান্দিম আজি হিয়া ভুকুৱাই ?
চকুৰ চকুলো আজি ময়েকি টুকিম
নাইবা ৰামৰ দৰে হাবি বননীয়ে
সীতাৰ বাতৰি লই ময়ে কি ঘূৰিম ?

কোনে জানে মই আজি হিয়া ভুবুৱাই
চকুৰ চকুলো টুকি কিয়নো কান্দিছো·
কোনে জানে ময়ো আজি হাবি বননীযে
কাৰনো বাতৰি লই· কিয়নো ঘৰিছো ।



## অভিমানৰ অন্তিমত

জ্বলন্ত মধ্যাহ্ন ৰবিও গৰবত হই
উত্তাপিত কৰে মহা পথিকৰ প্ৰাণ ;
পৰাহ্নৰ পৰে আহি প্ৰভা শূন্য কৰি
সমূলঞ্চে লুপ্ত কৰে গৰ্ব্ব অভিমান ।

সন্ধ্যা আকাশৰ সেই জ্যোতিৰ্মান তৰাটিয়ে
জোনাকী পৰুৱাটিক বিদ্ৰুপেৰে চায় ;
পূৰ্ণিমাৰ চন্দ্ৰমাই বিতৰে কিৰণ যেবে
তৰাৰ বিমল জ্যোতি খিত্তাতে লুকায় ।

মহাদৰ্পী বৰ্ষা মেঘে ভয়ংকৰ গাজনিত
কম্পমান কৰে আহি সমস্ত ভুবন,
তুৰন্ত পাৱনে আহি চক্ষু মুহূৰ্ত্ততে
চূৰ্ণ কৰে মেঘে দৰ্প কৰি খান বান।

সামান্য বিদ্যাৰ যেবে কিঞ্চিত আভাস পায়
পাণ্ডিত্য বখানে নিজ মূৰ্খৰ আগত;
সবজ্ঞাত পণ্ডিতৰ বাক্য আলাপত পৰি
ঘৃণিত লাঞ্চনা মাথোঁ কৰে শিৰোগত।

স্বৰ্ণময় যৌৱনৰ সৌন্দৰ্য্য শকতি লভি
অবজ্ঞা চকুৰে চায় দুৰ্ব্বলৰ প্ৰতি;
ক্লেশপূৰ্ণ বৃদ্ধকালে খন্তেক পাছতে আহি
কুব্জ কৰি ক্ষুদ্ৰটিকো কৰায় প্ৰণতি।

অৰণ্য নিবাসী সিটো প্ৰকাণ্ড মাতঙ্গ চোৱা
মহা গৰ্ব্বে ফুৰে ৰাজ চক্ৰৱৰ্ত্তী ন্যায়;
আচৰিত জগতৰ অদ্ভুত চক্ৰত পৰি
অঙ্কুশৰ দাস সেৱি থাকে সৰ্ব্বদায়।

অনুষ্টুপী সংসাৰৰ ঐশ্বৰিক শক্তি লভি
কৰা যদি হৃদয়ত উচ্চ অভিমান,
ব্ৰহ্মাণ্ডৰ অধিপতি বিশ্বকৰ্ম্মা জনে আহি
অলক্ষে দণ্ডিব যেয়ে প্ৰত্যক্ষ প্ৰমাণ॥



# গণেশ গগৈৰ কবিতাৰ বিষয়ে কিছুমান বিৰূপ মন্তব্যৰ আলোচনা

(ক) "গণেশ গগৈ ( ১৯০৭-১৯৩৮ ) : গগৈৰ ইন্দ্ৰিয়-বিলাসী কবিতাই এসময়ত এক শ্ৰেণীৰ পাঠকৰ মাজত আশ্চৰ্য্যজনক জনপ্ৰিয়তা অৰ্জন কৰিছিল, মঞ্চসফল কেইবাখনো নাটকৰ লেখক গগৈৰ প্ৰথম কবিতা-পুথি 'পাপৰি' ( ১৯৩৪ ) ।" [ নীলমণি ফুকন ( সম্পাদিত ), **কুৰি শতিকাৰ অসমীয়া কবিতা,** অসম প্ৰকাশন পৰিষদ, ১৯৭৭ )

ওপৰৰ কথাষাৰৰদ্বাৰা ইয়াকেই কোৱা হৈছে যে (ক) গণেশ গগৈৰ কবিতাবিলাক ইন্দ্ৰিয়-বিলাসী (খ) তেখেতৰ কবিতাবিলাক কোনোবা এসময়তহে জনপ্ৰিয় আছিল আৰু (গ) সেই জনপ্ৰিয়তা এক শ্ৰেণীৰ পাঠকৰ মাজতহে সীমাবদ্ধ আছিল। অকল সেয়ে নহয়, (ঘ) এসময়ৰ সেই এক শ্ৰেণীৰ পাঠকৰ মাজত থকা তেওঁৰ জনপ্ৰিয়তা আছিল আশ্চৰ্য্যজনক অৰ্থাৎ সেইবিলাকে জনপ্ৰিয়তা অৰ্জ্জন কৰাটো আছিল অস্বাভাৱিক আচৰিত কথা।

গণেশ গগৈৰ বিষয়ে এনে মন্তব্য কেৱল 'অশুদ্ধ' বা 'ভ্ৰান্তিমূলক' বুলিলে মিছা মতা হ'ব। এইবিলাক হয় নভবা নিচিন্তাকৈ নাজানি নুশুনি কৰা অসাৱধান অপলাপ আৰু সেয়ে যদি নহয় ই দেখ দেখ এজন কবিৰ আন এজন কবিৰ প্ৰতি অসাধু আচৰণ।

গণেশ গগৈৰ কবিতাবিলাক 'ইন্দ্ৰিয়-বিলাসী'—সেইবিলাক স্কুলীয়া ল'ৰা-ছোৱালীয়ে পঢ়িব নলগীয়া প্ৰেমৰ কবিতা বুলি আমাৰ মানুহৰ মাজত এটা ভুল ধাৰণা চলি আহিছে। আমি স্কুলীয়া ছাত্ৰ থাকোতেই কটন কলেজত পঢ়া এজন দূৰ সম্পৰ্কীয় ককাইদেউৰ হাতত 'পাপৰি'খন দেখিছিলোঁ। তেওঁ আমাৰ বাইদেউহঁতক গণেশ গগৈৰ প্ৰেম-কাহিনী অতিৰঞ্জন কৰি সেইখন পঢ়িবলৈ দিছিল। মই সেইখন মনে মনে

আনি পটি থাকোতেই বাইদেউ এগৰাকীয়ে "ঈ এি ৱা পা'পৰি পঢ়িবলৈ আহিছে" বুলি সেইখন থাপ মাৰি লৈ গৈছিল। কবিতা কেইটা পটি মোৰ বৰ ভাল লাগিছিল কাৰণে মই নিজৰ পইছাৰে কিতাপৰ দোকানৰপৰা এটকা নে ডেৰ টকা দাম দি পাপৰিখন কিনি আনি পটিছিলোঁ। তাত মই জানিব নলগীয়া বা পটিব নলগীয়া একো কথা নাই বুলি উপগম কৰি আৰু ইতিমধ্যে মই পাপৰি পটিছো বুলি মোৰ বাইদেউ গৰাকীয়ে দেউতাক লগাই দিয়া বুলি জানিব পাৰি মই পাপৰিখন হাতত লৈ দেউতাকে সুধিলোঁ, 'দেউতা, গণেশ গগৈৰ কবিতাবিলাকত বেয়া কথা থকা বুলি ইহঁতে কিয় কয়? ইয়াত দেখোন একো বেয়া কথা নাই। তেওঁ মানুহজন বৰ ভাল নাছিল নেকি?' দেউতাই [গণেশ গগৈ দেউতাৰ প্ৰিয় বন্ধু সুৰেন বৰাগোঁহাইদেৱৰ ভাগিনীয়েক আছিল। দেউতা, বৰাগোঁহাইদেৱ আৰু মাধৱ ভটাচাৰ্য্যদেৱে তেওঁলোকৰ স্কুলীয়া দিনত গণেশ গগৈৰ ঘৰ পদূলি মুখতে প্ৰায় নিতৌ আড্ডা মাৰিছিল] কিন্তু মোৰ প্ৰশ্নত একপকাৰ বাধা দি খপহুককৈ ক'লে, "নাই, গণেশ গগৈ বৰ ভাল খেলুৱৈ আছিল। তেওঁ বৰ ভাল ফুটবল খেলিছিল আৰু খুব ভাল থিয়েটাৰ কৰিছিল। এনেয়ে মানুহজন খুব ভাল আছিল কিন্তু তেওঁ সকবেপৰাই মদ খাবলৈ লৈছিল দেখি বহুতে তেওঁক ভাল নাপাইছিল। মদ খাই খায়েই তেওঁৰ টি-বি হ'ল আৰু বৰ কম বয়সতে ঢুকাল"। মোৰ বুজিবলৈ বাকী নেথাকিল যে দেউতাই পাপৰিখন পঢ়া নাছিল—অৱশ্যে, দেউতাৰ কবিতাত বেছি ৰাপ নাছিল—আৰু দেউতাইও গণেশ গগৈৰ বিষয়ে মানুহে কোৱা কথাকে কৈছিল। দেউতাই মোৰ পৰা পাপৰিখন লৈ দুদিনমান পিছত "পঢ়িছু, পঢ়" বুলি ওভোতাই দিলে।

তেতিয়াৰেপৰা বহু পাপৰি মোৰ হাতৰপৰা সৰকি গ'ল কিন্তু পাপৰিৰ সঙ্গ মই এৰা নাই। মই পাপৰি বহুতকে পঢ়িবলৈ দিছো আৰু সেয়েহে মই পাপৰিখন বহুবাৰ কিনিবলগীয়া হৈছে কাৰণ পাপৰিখন কোনোবা একজনক দিলে সেইখন কেতিয়াও উভতি নাহিছিল।

বন্ধু-বান্ধৱ দুই এজনে 'এইখন মই ৰাখিছো, তই আন এখন কিনি ল'বি যা' বুলি কিতাপখনৰ দামটো দিছিল যদিও আন বহুতে কিতাপখন একবাৰে গাইব মাৰিছিল। মোৰ লগত বৰ্তমান থকা 'পাপৰি আৰু স্বপ্নভঙ্গ'খন মই ১৯৬০ চনতে কিনাৰ তাৰিখ আছে। এই ২৮ বছৰে মই দিল্লী, ইংলণ্ড, কানাডা, অষ্ট্ৰেলিয়া আদি বহু দেশত বছৰ দুবছৰ কৰি বগাই শেষত আমেৰিকাত আছোহি—তথাপি কিতাপখন মই হেৰুওৱা নাই। মুঠৰ ওপৰত গণেশ গগৈৰ কবিতা মই যাকে পঢ়া দেখিছোঁ তেওঁৱেই অতৃপ্ত আনন্দেৰে তেওঁৰ কবিতাবিলাক পঢ়িছে আৰু সেইবিলাক আঁকোৱালি লৈছে। এইখিনিতে, এটা মজাৰ ঘটনা উল্লেখ কৰা উচিত হ'ব। মই এদিন স্কুলৰ পৰা উভতি আহি দেখোঁ যে মোৰ কিতাপৰ মাজত 'পাপৰি'খন নাই। মই মোৰ বাইদেৱে সেইখন নিয়া বুলি সুয়োগৰাকী বাইদেউৰ কিতাপ কাগজ-পত্ৰ সকলো লণ্ড-ভণ্ড কৰিলোঁ কিন্তু শেষত সেইখন দেউতাৰ গাৰুৰ তলতহে পালোগৈ—দেউতাৰ নিচিনা কবিতাত ৰাপ নথকা লোকেও 'পাপৰি'ৰ সোৱাদ পাই তাক এৰিব নোৱাৰা হৈছিল। মুঠৰ ওপৰত গণেপ গগৈৰ কবিতা এসময়ত এক শ্ৰেণীৰ লোকৰ মাজতে জনপ্ৰিয় আছিল বোলা কথাষাৰ সম্পূৰ্ণ ভীত্তিহীন। আন নালাগে, 'পাপৰি আৰু স্বপ্নভঙ্গ'ৰ বহু সংস্কৰণ ওলাইছে আৰু পুথি দুখনৰ যিমান সংস্কৰণ ওলাইছে সি সদায়ে বিক্ৰী হৈছে। সেইদৰে কেইবাটাও সংস্কৰণ ওলোৱা 'ৰূপজ্যোতি'ও বজাৰত পাবলৈ নাই। আন কোনোবা অসমীয়া কবিৰ পুথিৰ ইমান সংস্কৰণ ওলাইছে বা ইমান বিক্ৰী হৈছে বুলি মই নাভাবোঁ। অসমীয়া সমাজত খুব কমৰহে কবিতা-পুথিয়ে তেনে সমাদৰ লাভ কৰি আহিছে।

(খ) গণেশ গগৈ এজন ব্যৰ্থ-প্ৰেমিক, তেওঁ এজন বিৰহী কবি, **তেওঁৰ কবিতাবিলাক 'ইন্দ্ৰিয়-বিলাসী'—সেইবিলাক স্কুলীয়া ল'ৰা-ছোৱালীয়ে পঢ়িব নলগীয়া প্ৰেমৰ কবিতা বুলি আমাৰ মানুহৰ মাজত কিছুমান ভুল ধাৰণা চলি আহিছে। গণেশ গগৈ আৰু তেওঁৰ কবিতাৰ বিষয়ে আমাৰ সমাজত চলিত এহা ভুল ধাৰণাৰ**

কাৰণে তেখেতৰ অতি প্ৰিয় বন্ধু বকুলবনৰ কবি আনন্দ বৰুৱা, কবি বন্ধু অমূল্য বৰুৱা আৰু তেখেতৰ কবিতাৰ সহানুভূতিশীল সমালোচনা লিখা বন্ধু যতি নাৰায়ণ শৰ্মাই কিছু পৰিমাণে দায়ী। এইসকলৰ প্ৰচেষ্টাৰ কাৰণেই আজি গণেশ গগৈৰ সৃষ্টিবিলাক অসমীয়া সমাজত জীয়াই আছে যদিও তেখেতসকলে কিছুমান অতি সহজ সূত্ৰেৰে গগৈৰ জীৱন আৰু ৰচনাবিলাকত দৃষ্টিপাত কৰা কাৰণে পাঠকৰ মনত ভুল ধাৰণা সোমোৱা যেন অনুমান হয়।

প্ৰথমেই, কবি আনন্দ বৰুৱাই গগৈয়ে ভাল পোৱা ছোৱালীজনীক আনৰ লগত বিয়া দিয়া কথাটোৰ ওপৰত অযথা গুৰুত্ব দি গগৈক সাৰে চিৰদিনৰে এজন 'ব্যৰ্থ প্ৰেমিক,' 'বিৰহী বৰাগী', আদি আখ্যা দি গ'ল। "১৯২৮-২৯ চনত অসমীয়া কাব্য-কাননত প্ৰৱেশ কৰা তৰুণ কবি গণেশ গগৈৰ মন তেতিয়া এটা ব্যৰ্থতাৰ গভীৰ বেদনাত উদাস, উদাস। স্বভাৱতে সহজাত বৈৰাগ্য থকা গগৈৰ কবি মনটো নৈৰাশ্যই গ্ৰাস কৰিব খুজিছিল। . . গগৈৰ মনলৈ অহা গভীৰ বেদনাটো তেওঁৰ এটা ব্যৰ্থতা। তেওঁ এটি গাভৰুক মনে মনে ভাল পাইছিল আৰু তেওঁকেই জীৱন সঙ্গিনা ৰূপে পাবলৈ আশা কৰিছিল। গগৈৰ স্বপ্নভঙ্গ হ'ল। দেউতাকে গাভৰু গৰাকীক অন্য এজনলৈহে বিয়া দিলে। এই সংবাদ গগৈৰ বুকুত নিষ্ঠুৰ ব্যাধৰ এপাত চোকা শৰৰ দৰে লাগিলহি। সেই দিনাৰপৰাই গগৈৰ স্বাভাৱিক আনন্দ ব্যাহত হ'ল। ... ব্যৰ্থতাত গগৈক মৰহি যোৱা দেখি মোৰ বৰ বেজাৰ লাগিছিল।" (আনন্দ চন্দ্ৰ বৰুৱা, **পাপৰিৰ পৰিচয়,** যোৰহাট, ১৯৬৯)।

'পাপৰি'খন তেখেতৰ উদগণিতে একে নিশাৰ ভিতৰতে লিখা বুলি বুজাবলৈ গৈ আনন্দ চন্দ্ৰ বৰুৱাই গগৈৰ আগৰ জীৱনৰ কাব্যিক প্ৰতিভাৰ প্ৰতি সম্পূৰ্ণ পিঠি দিলে। গগৈয়ে স্কুলীয়া দিনৰে-পৰা কবিতা লিখিছিল, কাশীত থাকোতে লিখা 'জাহ্নবী' নামৰ কবিতাটোৱে গগৈৰ কাব্যিক প্ৰতিভা আৰু তেওঁৰ আৰ্য্য-সংস্কৃতিৰ

প্ৰতি থকা শ্ৰদ্ধাৰ ভাল পৰিচয় দিয়ে। আনন্দ বৰুৱাই কোৱাৰ দৰে 'পাপৰি'খন তিনি ঘণ্টাৰ ভিতৰতে লিখা বুলি বিশ্বাস কৰিলেও গগৈ তিনি ঘণ্টাৰ ভিতৰতে হোৱা কবি নাছিল বা পাপৰিৰ ভাব-অনুভূতি আৰু অভিজ্ঞতা এজন ব্যৰ্থ প্ৰেমিকৰ বুকুপোৰা তপত উচ্ছাস নহয় ই এক সাৰ্থক যৌৱনৰহে অভিব্যক্তি। যতি নাৰায়ণ শৰ্মাৰ মতেও "পাপৰি গণেশ গগৈৰ কাব্য জীৱনৰ মাজভাগৰ ৰচনা" [যতি নাৰায়ণ শৰ্মা, **গণেশ গগৈ আৰু তেওঁৰ কবিতা**, পূৰ্বশ্ৰী প্ৰকাশন, যোৰহাট, ১৯৭৭, পৃঃ ৮]

যতি নাৰায়ণ শৰ্মাই তেখেতৰ 'গণেশ গগৈ আৰু তেওঁৰ কবিতা' নামৰ পুথিত গগৈ মানুহজন আৰু তেখেতৰ কবিতাবিলাকৰ বিষয়ে বহু মূল্যবান সনিধান দিছে যদিও গগৈৰ প্ৰেম ব্যৰ্থ হোৱা, জীৱন ব্যৰ্থ হোৱা বুলি আৰু গগৈক বিৰহী বৰাগী বুলি বাৰে বাৰে উল্লেখ কৰিছে।

সেইদৰে অমূল্য বৰুৱাইও 'ৰূপজ্যোতি'ৰ পাতনিত একে সুৰকে ধ্বনিত কৰিলে। অমূল্য বৰুৱাই গগৈৰ লগত কীটছৰ নামটো সাঙুৰি এটা ডাঙৰ অপকাৰ কৰিলে কিয়নো তাৰ পিছত মানুহে গগৈক কীটছৰ যোগেদি চোৱা হ'ল। বীৰেন বৰকটকী ডাঙৰীয়াইও একেটা সুৰতে ক'লে, "প্ৰেমৰ বিফলতাৰ মাজত, চিৰব্যৰ্থ জীৱনৰ ৰঙা জবা অকালত উচৰ্গা কৰা গণেশ গগৈৰ জীৱনে ইংৰাজ কবি কীটছলৈ মনত পেলায়। গণেশ গগৈৰ পাৰ্থিব জীৱনৰ মিয়াদ মাথোঁ আঠাইশ বছৰীয়া আৰু কীটছৰ তাতোকৈও কম, মুঠেই ছাব্বিশ বছৰহে। প্ৰেমে গগৈৰ জীৱনত বেদনাৰ সৃষ্টি কৰাৰ দৰে কীটছৰ জীৱনত বেদনাৰ সৃষ্টি কৰিছিল। গগৈৰ দৰে তেওঁৰো হিয়া ভাগি পৰিছিল। গগৈৰ দৰে কীটছেও বুকুৰ ৰাঙলী তেজ ঢালি কবিতা লিখিলে, অকালতে জীৱন শেষ কৰিলে'। এইটো সঁচা যে গগৈ আৰু কীটছৰ জীৱনৰ কিছু সাদৃশ্য আছে—দুয়ো ভাল-পোৱা ছোৱালীজনীক উদ্দেশি কবিতা লিখিছিল আৰু দুয়ো অতি কম

বয়সতে টি-বি বেমাৰতে ভুগি ইহলীলা সম্বৰণ কৰিছিল। তেওঁলোকৰ এই সাদৃশ্য এক ওপৰোৱা সাদৃশ্যহে কিয়নো তেওঁলোকৰ চিন্তা-ধাৰা, তেওঁলোকৰ জীৱনৰ লক্ষ্য আৰু তেওঁলোকৰ সৃষ্টিবিলাক সম্পূৰ্ণ অমিল। উদাহৰণ স্বৰূপে, দুয়ো ভাল-পোৱা ছোৱালীজনীক জীৱন-সঙ্গী ৰূপে পাবলৈ অসমৰ্থ হৈছিল যদিও তাৰ কাৰণ দুয়োৰে ক্ষেত্ৰত বেলেগ বেলেগ—কীট্‌চে নিজে টি-বি ৰোগত আক্ৰান্ত বুলি বুজিব পাৰি তেওঁৰ প্ৰেয়সীক জীৱন-সঙ্গী ৰূপে পোৱাৰ কথা মনৰপৰা বিসৰ্জন দিছিল, কিন্তু গগৈৰ ক্ষেত্ৰত ছোৱালীৰ দেউতাকেই হেঙাৰ হৈছিল। গগৈ চহকী লোকৰ সন্তান আছিল আৰু পঢ়া-শুনা কৰিবলৈ সকলো সুবিধা পাইছিল যদিও তেওঁ নিজৰ জীৱিকাৰ কাৰণে নিশ্চিত পথ বাচি ল'ব পৰা নাছিল, তেওঁ বহু দিশত বিশেষ দায়িত্বহীনতা প্ৰদৰ্শাইছিল কিন্তু কীট্‌চ তাৰ সম্পূৰ্ণ বিপৰীত—সৰুৰেপৰাই কীট্‌চে কবি হোৱাটোকে জীৱনৰ লক্ষ্য ৰূপে লৈছিল আৰু সৰুতেই তেওঁ অভাৱ অনাটনত পৰা কাৰণে তেওঁ বিশেষ কষ্টেৰে চিকিৎসা বিদ্যা শিকি তেওঁ চিকিৎসক হৈ জীৱিকা নিৰ্বাহৰ পথ লৈছিল আৰু তেওঁ সকলো ক্ষেত্ৰতে বিশেষ দায়িত্বজ্ঞান প্ৰদৰ্শন কৰিছিল, তদুপৰি তেওঁ গগৈৰ দৰে নীচাসক্ত ব্যক্তি নাছিল। তথাপি অসমীয়া সাহিত্যিক-সমালোচক আৰু আন দুই একে তেওঁলোকৰ সীমিত জ্ঞানেৰে গগৈৰ সৃষ্টিবিলাক 'ইন্দ্ৰিয়-বিলাসী', 'স্বাৰ্থচিন্তাযুক্ত', তেওঁ 'ভাল ভাল গ্ৰন্থ (সম্ভৱ ইংৰাজী) নপঢ়া', 'পঢ়া-শুনা ভাল নোপোৱা লোক' আদি আখ্যা দি গণেশ গগৈক একাষৰীয়া কৰিবলৈ চেষ্টা কৰি আহিছে।

এই সকলোবিলাক ভুল—মহা ভুল। সেয়েহে গণেশ গগৈৰ ৰচনাবিলাকৰ এই সঙ্কলনটো আগ বঢ়াইছোঁ এক নতুন দৃষ্টিভঙ্গীৰে—গণেশ গগৈ ব্যৰ্থ প্ৰেমিক নহয়, তেওঁ এজন সাৰ্থক সিদ্ধ প্ৰেমিকহে, গণেশ গগৈৰ কবিতাত ইন্দ্ৰিয়-বিলাস নাই, গণেশ গগৈ হিন্দু শাস্ত্ৰ-নাটক আদি তন্ন-তন্নকৈ পঢ়া এজন অতি চিন্তাশীল লোক, গণেশ গগৈ কেৱল কবিয়েই নহয় এজন অমৰ নাট্যকাৰ, আহোমসকলৰ

মাজৰপৰা ওলোৱা গণেশ গগৈয়েই প্ৰথম অসমীয়া সাহিত্যিক যাৰ ৰচনাত আছে হিন্দু দৰ্শনৰ মৌলিক আৰু সূক্ষ্ম বিচাৰ। গণেশ গগৈৰ মৃত্যু হৈছিল টি-বি ৰোগত কিন্তু তেওঁক বহুত দিন আগৰেপৰাই তিল তিলকৈ নাশ কৰিছিল এক ব্যাধিয়ে, যি বহু দিনৰেপৰা বহু ব্যক্তি, বহু পৰিয়াল আৰু বহু জাতিকে ধ্বংস কৰি আহিছে আৰু যি আজি অসমীয়া সমাজত ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিছে। আগৰ লিখকসকলে গণেশ গগৈৰ এই ব্যাধিক উল্লেখ মাত্ৰও কৰা নাই। আমি এই দিশতো দৃষ্টিপাত কৰিবলৈ বাধ্য কিয়নো গণেশ গগৈৰ জীৱনৰ ব্যৰ্থতাখিনি নীচাৰ প্ৰতি আসক্তি থকা তেওঁৰ ব্যাধিৰেই ফল। আনকি তেওঁ ভাল-পোৱা ছোৱালী গৰাকীৰ দেউতাকে তেওঁলৈ ছোৱালী নিদিয়াৰও সেইটোৱেই প্ৰধান কাৰণ আছিল। আনহাতে, এই ব্যাধিগ্ৰস্ত ব্যৰ্থতা-খিনি বাদ দিলে গণেশ গগৈৰ যে জীৱন ব্যৰ্থ নহ'ল তাক এই সঙ্কলনটোৱেই প্ৰমাণ কৰিব। এইটোও মন কৰিব লগীয়া কথা যে গগৈয়ে বিৰহত ছাটি ফুটি কৰি মদ খাবলৈ আৰম্ভ কৰা নাছিল, কিবা কাৰণে তেওঁ এক প্ৰকাৰ কম বয়সৰপৰাই ৰাগীযাল বস্তু পান কৰাত অভ্যস্ত হৈছিল আৰু তেওঁক সেই মানসিক ব্যাধিৰপৰা ৰক্ষা কৰিবলৈ কোনেও সহায় কৰা নাছিল।

## গণেশ গগৈৰ কবিতাত ইন্দ্ৰিয়-বিলাস

'বিৰহী কবি', 'ব্যৰ্থ প্ৰেমিক', 'অসমৰ কীট্‌ছ' আদি আখ্যাই গণেশ গগৈৰ প্ৰতিভাৰ আৰু সৃষ্টিবিলাকৰ স্বৰূপ মুঠেই প্ৰকাশ নকৰে। তাৰ বিপৰীতে এইবিলাকে তেওঁক আৰু তেওঁৰ লিখনীবিলাক এক ঠেক গণ্ডীৰ মাজলৈহে ঠেলে। অন্ততঃ অসমীয়া পাঠকক বা সাধাৰণ অসমীয়া ৰাইজক এনে বৰ্ণনাই গণেশ গগৈৰ প্ৰতিভাৰ বিষয়ে একো সঁহাৰি নিদিয়ে। সাত সাগৰৰ তেৰ নদীৰ সিপাৰৰ ইংৰাজ সমাজ, খৃষ্টিয়ান ধৰ্মৰ সমাজ, মাত্ৰ এহেজাৰ বছৰৰপৰা গঢ়

লোৱা ইংৰাজ সভ্যতা-সংস্কৃতি আৰু ডেৰ শ বছৰ শিকিও কোনো অসমীয়াই শুদ্ধকৈ ক'ব বা লিখিব নোৱাৰা ইংৰাজী ভাষা। সেই ইংৰাজী সাহিত্যৰ মাপকাঠিৰে বা অসমীয়াৰ অচিনা অজানা ইংৰাজ কবি কীট্‌ছৰ যোগেদি আমি কিয় গণেশ গগৈক চিনিবলৈ বুজিবলৈ চেষ্টা কৰিব লাগে তাক মই বুজি নাপাওঁ।

ইংৰাজীৰ 'লাভ' (love)ৰ অসমীয়া অৰ্থ 'প্ৰেম' কৰিলে, কিন্তু, ইংৰাজী 'লাভ' আৰু অসমীয়াৰ 'প্ৰেম'ৰ অৰ্থৰ আকাশ পাতাল প্ৰভেদ। কীট্‌ছৰ কবিতাত ইন্দ্ৰিয়-বিলাস আছে কিয়নো ইংৰাজী 'লাভ'ৰ মূল ভেটিয়েই হৈছে ইন্দ্ৰিয়-আসক্তি আৰু সি ওপজোৱা মানসিকতা — আত্মা তাৰ এক নিসঙ্গ দৰ্শক মাথোন। কিন্তু গণেশ গগৈৰ প্ৰেম হৈছে আৰ্য্যাৱৰ্ত্তৰ প্ৰেম, যাৰ উৎস হৈছে চিৰনিত্য আত্মা— দেহ-মন সেই প্ৰেমৰ, খুব বেছি, এক ভৃত্য। সেয়েহে তেওঁলোক দুজনৰ তুলনা একপ্ৰকাৰ অবাস্তৱ।

তথাপি 'গণেশ গগৈ অসমৰ কীট্‌ছ' আৰু ইংৰাজসকলৰ মতে কীট্‌ছ ছেন্সুৱাছ (sensous) কবি আৰু ছেন্সুৱাছৰ অসমীয়া অৰ্থ 'ইন্দ্ৰিয়-বিলাস' যেতিয়া গণেশ গগৈৰ কবিতাক আমাৰ কোনো কোনো পণ্ডিতে 'ইন্দ্ৰিয়-বিলাসী' আখ্যা দিলে। দৰাচলতে, গণেশ গগৈৰ কবিতাত কীট্‌ছৰ দৰে ইন্দ্ৰিয়-বিলাস নালাগে তাত ইন্দ্ৰিয়-বিলাসেই নাই বুলিব পাৰি। দুটামান উদাহৰণেৰে এই কথাটো স্পষ্ট কৰা যুগুত হ'ব।

**O ! let me have thee whole, -all -all -be mine !**
**That shape, that fairness, that sweet minor zest**
**Of love, your kiss, -those hands, those eyes divine,**
**That warm, white, lucent, million-pleasured breast.-**
**Yourself-your soul-in pity give me all,**
**Withhold no atom's atom, or I die**

(অৰ্থ : মোক তুমি নিজকে সম্পূৰ্ণৰূপে দিয়া—তোমাৰ সকলোখিনি যেন মোৰ হয়। সেই সুগঢী দেহ, সেই মাধুৰী, প্ৰেমৰ সেই মধুৰ চিন—তোমাৰ চুমা, সেই হাত দুখন, সেই স্বৰ্গীয় চকুযুৰি, সেই উষ্মভৰা, বগা, সহস্ৰ সম্ভোগৰ স্তন-যুগল, তোমাক, তোমাৰ আত্মা তোমাৰ সকলোখিনি পুতৌ কৰি মোক সম্পূৰ্ণৰূপে দিয়া, তুমি মোক তোমাৰ অণুৰও অণুৰপৰা বঞ্চিত নকৰিবা)

She took me to her elfin grot,
And there she gazed, and sighed deep,
And there I shut her wild wild eyes
So kiss'd to sleep

(অৰ্থ: তাই মোক তাইৰ গুহালৈ লৈ গ'ল। তাতে তাই (মোলৈ) সতৃষ্ণ নয়নেৰে চালে আৰু গভীৰ হুমুনিয়াহ কাঢ়িলে। আৰু তাতেই তাইৰ সেই উজ্জ্বল চকু কেইটাক চুমাৰে আৱৰি শুৱালো)।

O, let me once more rest
My soul upon that dazzling breast!
Let once again these aching arms be placed,
The tender gaolers of thy waist!

(অৰ্থ: মোৰ আত্মাক (?) আকৌ এবাৰ তোমাৰ নিপোটল বুকুত জিৰাবলৈ দিয়া। মোৰ অৱসন্ন বাহুজুৰিক আকৌ এবাৰ সিহঁতক বন্দী কৰিব পৰা তোমাৰ কোমল কঁকালত ধৰিবলৈ দিয়া)

'লাভ'ৰ এনে প্ৰকাশক ইংৰাজ সমাজত, ইংৰাজ সাহিত্যত ইন্দ্ৰিয়-বিলাসৰ পৈণত প্ৰকাশ বুলি ধৰা হয় আৰু ইংৰাজসকলে তাক সমাদৰ কৰে। গণেশ গগৈৰ কবিতাত এনে ইন্দ্ৰিয়-বিলাসৰ গোন্ধ মাত্ৰও নাই তাৰ পৰিৱৰ্তে আমি পাওঁ]

ফুলৰে সাজিম তৰী ফুলেৰে তৰিম পাল
ফুলৰ হাততে দিম ফুলৰেই ব'ঠা
ফুলৰ পাহিতে বহি ফাগুনিত ফুল চুহি
খেলিম অনন্ত মন ফুলে ফুলে গঁথা। (পাপৰি)

কোনো কোনো ঠাইত গণেশ গগৈয়ে ইন্দ্ৰিয়-বিলাসৰ প্ৰতি বিৰাগ ভাবহে দেখুৱাইছে যেনে :

ৰূপৰ সোঁতত উটিলে কি হ'ব,
নাথাকে যদিহে প্ৰেমৰ ঢৌ,
হেঙুলী ওঁঠৰ নালাগে মদিৰা
নাপালে বুকুৰ মৰমৰ মৌ। [স্বপ্ন-ভঙ্গ]

বিমল প্ৰেমৰ ধ্ৰুৱতৰা সখি,
হিয়া-গগনত গোপনে উটে,
পাৰ ভাঙি ভাঙি প্ৰণয় যমুনা
ওঁঠৰ চুমাতে উথলি নুঠে। [স্বপ্ন-ভঙ্গ]।

## গণেশ গগৈৰ প্ৰেম

গণেশ গগৈয়ে কেনে প্ৰেমৰ কথা কৈছিল তাকও তেওঁ স্পষ্ট কৰি গৈছে :

প্ৰেম নিবিচাৰে বিৰহ মিলন
বিচাৰে মাথোন বুকুৰ সুৰ,
প্ৰেমৰ কাষত জগতখনেই
যাউতিযুগীয়া অলকাপুৰ।
সেই সুৰবেই ধ্বনি শুনি শুনি
আপোন বুকুৰ ঢালি দি বোল,
চিৰ বিৰহিনী তথাপি ফুলিছে
ৰঙা মদাৰৰ বাঙলী ফুল। (স্বপ্নভঙ্গ)

গণেশ গগৈৰ কবিতাত আছে দেহ মন চেৰাই যোৱা আধ্যাত্মিক প্ৰেম, সেই প্ৰেম উপলব্ধিৰ অভিজ্ঞতা আৰু সেই প্ৰেম সাগৰত আত্ম বিভোৰ হোৱা তেওঁৰ প্ৰেম-বিলীন অৱস্থাৰ মধুময় বৰ্ণনা। পশ্চিমীয়া সমাজত দেহ-মন-আত্মাৰ কথা কয় যদিও এই তিনিৰ পাৰ্থক্য বা সম্বন্ধ স্পষ্ট কৰা হোৱা নাই। আন নালাগে পশ্চিমীয়া সমাজত প্ৰচলিত আধুনিক মনোবিজ্ঞানৰ এইটো এক চৰম দুৰ্ব্বলতা যে তাত মনৰ স্পষ্ট সংজ্ঞা নাই। সি যিয়েই নহওক ঘাইকৈ খ্ৰীষ্টীয় সূত্ৰই বিৰাজ কৰা পশ্চিমীয়া সমাজত আত্মা আৰু মনৰ দেহৰ লগতেই জন্ম আৰু দেহৰ লগতেই তাৰ স্থিতি—মৃত্যুৰ পিছত দেহ-মন-আত্মাৰ আকৌ পুনৰ-জাগৰণ (resurrection) হৈ যীশু-খ্ৰীষ্টৰ লগত মিলন হয়। এই বিশ্বাসৰ কাৰণেই খ্ৰীষ্টিয়ানসকলে মৃতকৰ দেহটো পুতিহে থয়। ওপৰত উল্লেখ কৰা কীট্‌ছৰ কবিতাৰ শ'ল (Soul) শব্দটো যদিও আত্মা বুলি ভাঙনি কৰিছোঁ, তেওঁ দেহ-মনৰ লগতে থকা দেহ-মনৰ সকলো দুখ-সম্ভোগৰ সমভাগী পশ্চিমীয়া ধৰণৰ আত্মাৰ কথাহে কৈছে।

হিন্দু দৰ্শনত কিন্তু দেহ-মন-আত্মাৰ কেৱল যুক্তিপূৰ্ণ বৰ্ণনাই নহয় এই তিনিওৰ সম্বন্ধও স্পষ্ট কৰা হৈছে। অৱশ্যে, দেহ আৰু আত্মাৰ সম্বন্ধ গীতাত অতি সুন্দৰকৈ প্ৰকাশ কৰা হৈছে। পশ্চিমীয়া সমাজত প্ৰেমৰ উৎস হৈছে দেহ-মন আৰু তাৰ প্ৰকাশও দেহ-মনেৰে—সেয়েহে, পশ্চিমীয়া সমাজত প্ৰেমৰ বা মৰম-চেনেহৰ প্ৰকাশৰ কাৰণে দেহ-মন অৰ্থাৎ ইন্দ্ৰিয়ৰ ব্যৱহাৰৰ বিশেষ প্ৰয়োজন। মুখৰ কথা আৰু ইন্দ্ৰিয়ৰ প্ৰকাশ অবিহনে পশ্চিমীয়া সমাজত প্ৰেমৰ স্থিতি বুজা টান। পশ্চিমীয়া সমাজত এজন ডেকাই এগৰাকী গাভৰুক ভাল পালে বা গিৰীয়েকে ঘৈণীয়েকক দিনে নিশাই হেজাৰবাৰ ক'ব লাগিব, 'মই তোমাক ভাল পাওঁ', আহোঁতে যাওঁতে বাৰে বাৰে চুমা খাব লাগিব আৰু উছৱে পৰৱে ভাল ভাল বস্তু ধুনীয়া ধুনীয়াকৈ বান্ধি উপহাৰ দিব লাগিব। যেয়ে এইবিলাক মনোমোহাকৈ কৰিব পাৰে তেৱেঁই প্ৰেম প্ৰকাশত সাৰ্থক। এনেকুৱা প্ৰেম-প্ৰকাশ কেৱল ডেকা-গাভৰু বা স্বামী-স্ত্ৰীৰ

ক্ষেত্ৰতেই সীমিত নহয়, ল'ৰা-ছোৱালীৰ প্ৰতি, ভাই-ভনীৰ প্ৰতি বা মাক-দেউতাকৰ প্ৰতিও সকলোৱেপৰাই এনেদৰে প্ৰেম প্ৰকাশ কৰিবলৈ সকলোৱে শিকে বা শিকোৱা হয়।

কিন্তু আমাৰ সমাজত প্ৰেমৰ উৎস হৈছে জন্ম-বিহীন, মৰণ-বিহীন আত্মা আৰু সেই প্ৰেমৰ প্ৰকাশ হয় থাইকৈ ত্যাগেৰে, ইন্দ্ৰিয়-দমনেৰে। ভাল-পোৱাজনৰ কাৰণে নিজৰ ঐহিক ভোগ-বিলাস আৰু ইন্দ্ৰিয় সম্ভোগ ত্যাগ কৰিব পৰাটোৱেই আমাৰ প্ৰেমৰ চিন। সেয়েহে আমাৰ সমাজত প্ৰেম বা ভাল-পোৱা মুখৰ কথা বা ইন্দ্ৰিয় আসক্তিৰে প্ৰকাশ কৰাটো ভাল চকুৰে চোৱা নহয়। এই সাধাৰণ কথাটোকে নুবুজি বহু অসমীয়া তথা ভাৰতীয়ই ইংৰাজী ৰোমান্টিক কবিসকলৰ লিখনীত অভিভূত হৈ তাকেই চোৱাই নোহোৱাই অনুকৰণ কৰিলে — যেনে :

"কপৌ-কপৌৱনী চুমাত বলিয়া
হৰিণা-হৰিণী আৰু
ভাটৌ-ভাটৌৱনী চুমাচুমি চোৱা
থাইছে প্ৰেমৰ লাক।
ফুলে ফুলে চুমি ফুল মতলীয়া
ভোমোৰা চুমাত পমা,
সবে চুমাময় তেৰা ভেক্সে মই
কিয়নো নেপাম চুমা ?" (লক্ষ্মীনাথ বেজবৰুৱা)

"আলিঙ্গনৰ আশাত উতলা
দুই বাহু মোৰ অৱশ কৰি
তোমাৰ ৰূপৰ বিজুলী উজলি
লোলুপ দুচকু অন্ধ কৰি—" (গণেশলাল চৌধুৰী)

"ভণ্ড যোগী সউ গিৰি বাঘৰৰ বহিছে ধ্যানত নবহে মন,
সমুখত দুটি ৰূপহী কুমাৰী চাৰিও কাষৰে নিৰ্জন বন।

কাকনো ভুঁষিম কামিনী পাশত
জটীয়া শিৰও পৰিল পাকত" (শৈলধৰ ৰাজখোৱা)

"কাক দিবা? দিবা কাক মনৰ মাধৱী ৰাশি,
শৰীৰৰ শোভা সুকুমাৰ?
দেৱতাক? দেৱতাৰ সুগুচে পিয়াহ,
হায় অভাগিনী। প্ৰেমেৰে তোমাৰ! (দেৱকান্ত বৰুৱা)

কীট্‌ছৰ ইন্দ্ৰিয়-বিলাস তেওঁলোকে আদৰিলে। কিন্তু, গণেশ গগৈয়ে তেনে কৰা নাই। তেওঁৰ লিখনীত কীট্‌ছ বা কোনো ইংৰাজ লিখকৰ ইন্দ্ৰিয়-বিলাসৰ অনুকৰণ নাই। তেওঁৰ প্ৰেম হিন্দু সমাজৰ আত্মা-উপলব্ধিৰ প্ৰেম, যি প্ৰেমে নিবিচাৰে বিৰহ-মিলন। তেওঁ প্ৰেয়সীৰ লগত 'চুমাচুমিৰ লাৰু' খাবলৈকো বিচৰা নাই, তেওঁৰ লাজুকী পৰশও বিচৰা নাই বা জোনবাই ডাৱৰে আবৰা নিশা তেওঁ প্ৰেয়সীক কলঙৰ পাৰলৈকো অকলে লগ পাবলৈ মতা নাই। আনকি ছোৱালীজনীৰ বিয়াৰ পিছত ৰমিতা'ৰ দৰে তেওঁ হাতত তৰোৱাল লৈ প্ৰেয়সীৰ শয়ন-কক্ষৰ খিৰিকীৰ ওচৰত উপস্থিত হোৱাগৈ নাই।

গণেশ গগৈৰ প্ৰেম কাৰোবাক উদ্দেশি মৰা এপাত শৰ নহয় যে সি লক্ষ্যভ্ৰষ্ট হ'ব পাৰে বা যাক উদ্দেশি সেইপাত মৰা হৈছিল সি তেওঁৰ গাত নলগা কাৰণে সি ব্যৰ্থ হ'ল। সেয়েহে তেওঁক ব্যৰ্থ-প্ৰেমিক বোলাটো ভুল। তেওঁ যদি তেওঁৰ প্ৰেমৰ আদৰ্শ এৰি কেৱল ঐহিকভাৱে প্ৰেয়সীক পাবলৈ চল-চালনা কৰিলেহেঁতেন তেনেহলে আমি তেওঁৰ প্ৰেমত ব্যৰ্থতা দেখিলোহেঁতেন। কিন্তু, গণেশ গগৈয়ে তেনেদৰে নিজকে তললৈ নমোৱা নাছিল। তেওঁ কোনো প্ৰকাৰে তেওঁ ভাল-পোৱা ছোৱালীজনীৰ বৈবাহিক জীৱনত বিধি পথালি দিয়া নাছিল। এইটো উল্লেখযোগ্য যে গণেশ গগৈৰ পৰিয়ালৰ আৰু সেই গাভৰু গৰাকীৰ পৰিয়ালৰ মাজত বেছ ওচৰ সম্বন্ধ আৰু দুয়ো পৰিয়ালৰ

মাজত অহা-যোৱা সদায়ে চলি আহিছে। আনহাতে গণেশ গগৈয়ে জীৱনৰ-সঙ্গী ৰূপে পাবলৈ বিচৰা একে গৰাকী নাৰীৰ প্ৰণয়প্ৰাৰ্থী আন এজনেহে তেওঁৰ বিয়া ভাঙিবলৈ আইনৰও সহায় লৈ ব্যৰ্থ হৈছিল। এই দুজনৰ কোনজন ব্যৰ্থ-প্ৰেমিক সি স্পষ্ট।

## গণেশ গগৈৰ বিৰহ

'বিৰহ' শব্দৰ সাধাৰণ অৰ্থ হৈছে মিলন নোহোৱাকৈ এৰাএৰি, বিশেষকৈ, ডেকা-গাভৰুৰ ক্ষেত্ৰত জীৱনৰ সঙ্গী ৰূপে পাবলৈ বিচৰাজনৰ লগত মিলন নোহোৱাকৈ এৰাএৰি বা এৰা-খোৱা। এইটো সঁচা যে গগৈদেৱে নিজে ধৰকৈ বিচৰা গাভৰু গৰাকীৰ জীৱনৰ সঙ্গীৰূপে নাপাই নানান কবিতা লিখিছিল—এই বিৰহ তেওঁৰ সকলো কবিতাত ভুমুকি মাৰিছে। সেই কাৰণেই তেওঁক বিৰহী-কবি বোলাটো ভুল, কিয়নো তেওঁৰ বেছি ভাগ কবিতাত এই বিৰহৰ উল্লেখ মাত্ৰও নাই আৰু তেওঁৰ বিৰহ প্ৰকাশ পোৱা কবিতা কেইটাত বিৰহতকৈও তেওঁৰ প্ৰেম-উপলব্ধি তথা তেওঁৰ প্ৰেমত আত্ম-বিভোৰ অৱস্থাহে ভালকৈ প্ৰকাশি উঠিছে।

স্বপ্ন-ভঙ্গত তেওঁ কৈছে—
সেন্দূৰীয়া সপোনৰ সোণালী কিৰণ
মাৰ গ'ল আজি মাথোঁ টুকিছোঁ চকুলো।
"স্বপ্ন-ভঙ্গ" স্বপ্ন মোৰ নিলাজ প্ৰাণৰ,
সুৰহীন ঐকাতান বিৰহ গানৰ।

তেওঁৰ এই বিৰহও আমি তেওঁৰ বৰ্ণনাৰ মাজেদিয়েই বিচাৰ কৰিব লাগিব—। তেওঁ নিজকে লক্ষহীন বুলি অভিহিত কৰিছে। তেওঁৰ জীৱনৰ ঘটনাবিলাকেও তেওঁক জীৱনত বিশেষ লক্ষ্য নথকা এজন একপ্ৰকাৰ দায়িত্বহীন ব্যক্তি বুলিহে দেখুৱায়। তথাপি তেওঁৰ বিৰহে তেওঁৰ জীৱনটো মধিমূৰ কৰাৰ সন্দেহ নাই। তাৰ বিপৰীতে, আমি পাওঁ :

'কিজানি ভাবিছা তুমি তুমি এৰি গুচি গলে
সোণৰ হৰিণী মোৰ যাব জাল ফালি,
কিজানি ভাবিছা তুমি, তোমাক নাপাই মই
হেৰুৱাম জীৱনৰ সেন্দুৰীয়া আলি।
ভুল সখি, অতি ভুল, বিৰহ বেদনা ভুগি
নাকাটে অকণো কাল, চকুলো নোলায় :
কলিজাৰ একোণত জ্বলিলে চিতাৰ জুই
থাকিম নিতউ তাকে অকলে' ফুঁৱাই।
নাভাবিবা সখি তুমি, তোমাৰ গীতৰ ঢৌৱে
ৰোধিব পাৰি মোৰ লক্ষ্যহীন তৰী,
নাভাবিবা বুকুখনি শোকত মলঙি যাব
বিৰহৰ দুখ-তাপ সুঁৱৰি সুঁৱৰি।' (পাপৰি)

তেওঁৰ বিৰহ একো একক ঘটনা নহয় বা তাৰ কাৰণে তেওঁ প্ৰেমৰ ওপৰত বিশ্বাসও হেৰুওৱা নাই —

মিলনত সখি, আছেই বিৰহ!
আমিয়ে অকল বিৰহত পৰি,
নাই ভোগা দুখ যাতনা দাৰুণ
শ্মশানৰ চিতা বুকুতে ধৰি।
জগতত কত আছে জগৰীয়া
আছে কত সখি, দীনৰো দীন,
ওৰে দিন ৰাতি, টুকিছে চকুলো
বজাই বুকুৰ বেদনা-বীণ! (স্বপ্ন-ভঙ্গ)

(গ) "তেওঁৰ কবিতাত গভীৰ অন্তৰ্মুখী দৃষ্টি, বুদ্ধিনিৰ্ষ্ঠতা বা দাৰ্শনিকতাৰ কোনো আভাস নাপাওঁ" (সত্যেন্দ্ৰ নাথ শৰ্মা, অসমীয়া সাহিত্যৰ ইতিবৃত্ত, বাণী প্ৰকাশ মন্দিৰ, দ্বিতীয় প্ৰকাশ, ১৯৬১, পৃঃ ২২৬)। ড০ শৰ্মাৰ এই পুথিখন প্ৰচুৰ সমৃদ্ধিপূৰ্ণ আৰু অসমীয়া

সাহিত্যৰ হয়তো এইখনেই শ্ৰেষ্ঠ ইতিহাস। তথাপি এই পুথিখনৰ ঠায়ে ঠায়ে শৰ্মা ডাঙৰীয়াই কিছু অসাৱধান বা তথ্যৰে সমৰ্থন নকৰা মতামত পোষণ কৰি পুথিখনৰ মূল্য কমাইছে। গণেশ গগৈৰ কবিতাৰ বিষয়ে দিয়া এই মন্তব্যও তাৰেই উদাহৰণ। গগৈৰ কবিতাত তেখেতে অন্তৰ্মুখী দৃষ্টি বা দাৰ্শনিকতাৰ আভাস নোপোৱাটো যে শৰ্মা ডাঙৰীয়াৰে দুৰ্বলতা সেইটো গগৈৰ কবিতা অলপ মন দি পঢ়িলে বা ড° প্ৰফুল্লদত্ত গোস্বামীৰ প্ৰবন্ধটো পঢ়িলে স্পষ্ট। কবিতাৰ বুদ্ধিনিষ্ঠতা কেনে বা তাৰ আভাস কেনেভাবে ফুটি ওলায় সেইটো ড' সত্যেন শৰ্মাই স্পষ্ট কৰা নাই। কথাই কথাই এলিয়ট, মাক্স, আইনষ্টাইন, ফ্ৰয়ড আদি মনিষীসকলৰ নাম লৈ বুদ্ধিনিষ্ঠতা দেখুৱাটো আজিকালি আমাৰ লিখক, সাহিত্যিক, সমালোচকসকলৰ একপ্ৰকাৰ স্বভাৱ বা অজ্ঞতাৰ আৱৰণৰ নিচিনা হৈ পৰিছে। কিন্তু তেওঁলোকৰ লিখনীত এই মনিষীসকলৰ চিন্তাধাৰাৰ মহিমা দেখা নাযায় বা তেওঁলোকৰ জীৱনত এই মনিষীসকলৰ চিন্তাধাৰাৰ প্ৰয়োগ দেখা নাযায়। গণেশ গগৈয়ে আজিৰ বহু বুদ্ধিজীৱীসকলৰ দৰে 'মিছা ভেমৰ ভুৱা সাজ' যে পিন্ধা নাছিল সেইটো সঁচা। বুদ্ধিনিষ্ঠ কবিতাৰ উদাহৰণৰ অভাৱত ড' শৰ্মাইনো কি বুজাইছে বুজা টান। অকল সেয়ে নহয়, সকলো কবিৰ কবিতাত দাৰ্শনিকতা, বুদ্ধিনিষ্ঠা বা অন্তৰ্মুখী দৃষ্টিৰ আভাস থাকিব লাগে বুলিও হয়তো সকলোৱে নাভাবে। জ্ঞানানন্দ শৰ্মা পাঠকে ক'বৰ দৰে, 'কবিতা দৰ্শন বা ধৰ্মৰ প্ৰতিপক্ষ নহয়। অৰ্থাৎ কবিতাৰ কাম ধাৰ্মিক তথ্য আলোচনা কৰা বা দাৰ্শনিক তথ্যৰ বিচাৰ কৰাটো নহয়। কবিতাৰ নিজৰ যি কাম সি বোধি মূলক নহয় আনুভূতিক। কুৰি শতিকাৰ কবিৰ আদি গুৰু ডনে (Donne) ভাব আৰু ভাষাক সমতা দিছিল। ইলিয়টেও তাকেই কৈছিল।" (নতুন কবিলৈ মুকলি চিঠি, এল.বি.এছ., গুৱাহাটী, ১৯৮০, পৃ. ১৪)

# গণেশ গগৈৰ গীত

গগৈয়ে সাহিত্যিক জীৱন আৰম্ভ কৰা দিনৰপৰাই গীত লিখিছিল আৰু গীতত নিজেই সুৰও দিছিল। তদুপৰি তেওঁ নাটকৰ কাৰণেও বহু গীত ৰচিছিল। দুৰ্ভাগ্যবশতঃ, গগৈদেৱৰ গীতৰ ৰেকৰ্ড আৰু তেওঁ দিয়া সুৰবিলাক জনা মানুহ আজি বিচাৰি পোৱা টান। শ্ৰীতৰুণ গগৈয়ে জনোৱামতে গণেশ গগৈৰ বেছিভাগ গীত শ্ৰীযুতা গুণবালা গগৈয়ে (শিল্পী পুলক গগৈৰ মাক) গাইছিল। তেখেতে 'কিয়নো কান্দিছ তই', 'আজি মধুনিশা', 'মুৰাৰি মুৰাৰি মুকলাধাৰী', 'আজি যমুনা পাৰত বহি কোনে বজালে বাঁহী' গীতকেইটা ৰেকৰ্ড কৰিছিল। ৺মুক্তি বৰদলৈয়ে 'তই যে কলিৰ পোণাকণি মোৰ' আৰু আন এটা গীত ৰেকৰ্ড কৰিছিল।

'জেৰেঙাৰ সতী'ৰ গীতবিলাক গুণবালা গগৈ আৰু দুৰ্গা ফুকনে, 'লাচিত'ৰ গীতবিলাক গুণবালা গগৈ আৰু কল্পনাথ ফুকনে, 'দক্ষযজ্ঞৰ' গীতবিলাক গুণবালা গগৈ আৰু যোগেশ ভৰালীয়ে, 'সীতা বনবাস'ৰ গীতবিলাক গুণবালা গগৈ আৰু প্ৰেম বৰুৱাই গাইছিল। এই গীত-বিলাকৰ সুৰ উলিয়াই তাৰ চৰ্চা আৰম্ভ কৰিলে অসমীয়া গীতৰ হেৰাই যাব খোজা সম্পদ এটি ৰক্ষা কৰা হ'ব। এই ক্ষেত্ৰত অসমৰ প্ৰতিভাশীলা গায়িকা ডলি ঘোষে ১৯৭৯ চনত ৰাজেন গোঁহায়ে দিয়া সুৰেৰে 'ৰেঘা দিব লাগে যদি' গীতটি ৰেকৰ্ড কৰি প্ৰদৰ্শোৱা আদৰ্শ অনুকৰণীয়।

গণেশ গগৈৰ গীতৰ সঙ্কলন 'গীতিমালা' তেখেতৰ মৃত্যুৰ পিছত প্ৰকাশ হৈ ওলাইছিল। পাঠকৰ সুবিধাৰ কাৰণে ইয়াত আমি গীতিমালাৰ গীতবিলাকক বিষয় অনুসৰি ভাগ ভাগ কৰি দিছো আৰু নাটকৰ গীতবিলাকও যথাযথ স্থানত উল্লেখ কৰিছো। আমাৰ আশা

যে আজিৰ গায়ক, সুৰকাৰসকলে এইবিলাক চৰ্চা কৰি তাৰ সুৰবিলাক উদ্ধাৰ কৰি পৰিবেশন কৰিব বা এই গীতবিলাকত নতুন নতুন সুৰ দি তাত নতুন প্ৰাণ দিব। ডক্টৰ ভূপেন হাজৰিকাৰ মতেও এইবিলাক অতি মনোমোহা গীত আৰু আমাৰ গীতি সাহিত্যৰ অমূল্য সম্পদ।

## প্ৰেম-উপলব্ধি

(১)

আজি নিয়ৰৰ দূবৰি বনত
কাৰ পৰশত মুকুতা জ্বলে ?
শেৱালী সৰে, সুৰভি জৰে
শাৰদী মধুৰ মলয়া বলে।

কলীয়া অলি বলিয়া সুৰে
যোড়শী সখীক বিচাৰি ফুৰে
গোপনে আহি গোলাপী গালত
চুমাটি দিয়ে পালে নিৰলে।

লাজুকী সখি লাজতে মৰি
ওৰণী টানি যায় আঁতৰি
আকুল কৰে আজলী বুকু
প্ৰেম যমুনাৰ ৰূপহী ঢলে।

(২)

**আজি মধুনিশা মাধৱী কিৰণে**
**সানিছে সুষমা বৈ,**
**সুৰদী সমীৰে সুৰভি ঢালিছে**
**গোন্ধৰে সঁফুৰা লৈ।**

দূৰণি দেশৰে সুৱনী তপাতি
মেঘৰে ওৰণী লৈ,
মেলানি মাগিছে সাগৰে মাকলা
জোনৰে বুকুতে থৈ।

ৰই ৰই সৰিছে শেৱালি-নেৱালি
পাহিত হিমানী লৈ,
দূবৰি বনতে উজলি উঠিছে
মুকুতা এধাৰি হৈ।

ৰূপ ছাটি মাৰি ৰূপোৱালী বাটি
কুল্ কুল্ কুল্ কৈ,
নিজানৰে জুৰি নিজৰি নিজৰি
আহিছে ধাৰেৰে বৈ।

(৩)

নিলাজী পদুমা কিনো জুমি জুমি
চাৱ ঘনে ঘনে বৈ,
পাহি পাহি মেলি সাজিছ পাৰিছ
বুকুতে বহনা লৈ?

কোননো আহিব আলাসৰে লাৰু
সোণৰে সঁকুৰা লৈ,
আগলি পাতত কাক বগুৱাবি
আগতে বটাটি থৈ?

অলিয়া বলিয়া কলীয়া ভোমোৰা
এনেনো মৰমী ঐ,
মউ চুহি ললে মনতো নপৰে
চেনেহী পদুমী লৈ।

(৪)

সুৰভি সুষমা আনি কোনে সানিলে
কোনে সানিলে ?
লতা বিতানে
যৌৱন বনে ।

অ' প্ৰিয় মোৰ যামিনী বেলা,
অধৰে অধৰে আজি মধুৰ খেলা,
হিয়াৰ তলিৰ পতুম কলি
ফুটিলে প্ৰিয়,
আপোন মনে ।

(৫)

আজি ফুলিলে ফুলাম ধৰা
ফুলিলে তগৰ, নাহৰ কলি
জেতুকা বোলত কোনে বোলালে
এই বহাগৰ বিহুৰ তলী ।

ফুলিলে কপৌ কেতেকী পাহি
কিয় মাতিলে কুলিটি আহি
ৰঙা মদাৰে কাৰ মৰমত
দূৱৰি বনত পৰিছে ঢলি ।

(৬)

কোনে আছি, কোনে আছি
আকুল প্ৰাণৰ পৰশ নিব,
কোনে মেলি হিয়াৰ দুৱাৰ
প্ৰাণত প্ৰদীপ জ্বলাই দিব ?

দূৰে, দূৰে আছি প্ৰিয়,
অভাগিনীৰ আগত কিয়,
দেখা দিলা, দেখা দিলা
মূৰতি মোহন অপাৰথিব ।

(৭)

ৰূপৰ পোহাৰ খোল ৰূপহী
ৰূপৰ পোহাৰ খোল,
উথলি উঠিক ওঁঠত হাঁহি
গালত গোলাপ ফুল ।

লাহেৰে বান্ধি, লাহতী খোপা
গুথি ল' সখী গুলচী খোপা,
গুৱনি হাতত সানি ল' সখী
জেতুকা পাতৰ বোল ।

মৰমী মধুৰ মোহিনী গানে
পিয়াসী প্ৰাণত সুষমা সানে,
প্ৰিয়াৰ চুপহি চুহি
প্ৰেমত বিভোল-ভোল ।

(৮)

বাওলি ব'দতে চুলি টাৰি মেলি
বগীকৈ পখুমী ঐ
কোলেই ফুলিজি নিজানত অকলে
বোকাৰে বাওৰি কৈ
লাজুনী লাজুকী ঐ ।

আপোনাৰ লাজতে আপুনি মৰিছ
শুকুলা গালতে শেৱালি সিঁচিছ
অ' মোৰ ৰূপহী ঐ
তৰুণীৰ আঁৰেদি কাকনো জুমিছ
ওঁঠতে মাধুৰী লৈ ?

## নিৰাশা

(৯)

শেৱালিৰে মালা প্ৰিয়
[ 'শকুনিৰ প্ৰতিশোধ' নাটকৰ গীত ]

(১০)

হিয়াখান আজি মোৰ
[ 'শকুনিৰ প্ৰতিশোধ' নাটকৰ গীত ]

(১১)

অ' মোৰ আদৰা, অ' মোৰ সাদৰা
কি ফুল তুলিছা পুৱা,
কি ফুল তুলিছা, কি ফুল তুলিছা
কি ফুল তুলিছা কোৱা ?

জাঁই, যুতি, গুটি নেলাগে তুলিব
অলিয়ে কৰিলে চুৱা
বাহী বকুলৰে পাহি সৰি আছে
মালতী মৰহি যোৱা ।

ৰঙা মদাৰৰে কাষ নেচাপিবা
যোৱা ঐ আঁতৰি যোৱা,
তাই বিৰহিনী তেজেৰে ৰাঙলী
পাহিও তেজেৰে ধোৱা ।

পদূলি মুখতে গধূলি গোপালে
কি ৰূপ ধৰিছে চোৱা
জয় পৰি যাব লাজুকী ৰূপহী
গুচুৱা গুচুৱা খোৱা

(১২)

কিয়নো কান্দিছ তই অ' যুতিফুল
লাজুকী লতালৈ চাই,
কাণে কাণে তোৰ বাউলী বতাহে
কিনো কথাকৈ যায় ?

লিহিৰি পাতেৰে লতা হালে জালে
মডলৰ সাৰিছে ঠাই,
জেতুকাৰ বোলেৰে ধৰবী ৰাঙলি
বৰণৰ আঙঠি পাই ।

গুলচায়ে বাতে নোৱানি হালধি
শেৱালি বিয়ালৈ যায়
লাহতী হাতেৰে খোপা বান্ধি দিয়ে
বচকী কেতেকী বাই ।

ৰভাৰে মাজতে নিশা তিৰে বিৰাই
জোনে ভুমুকিয়াই চায়,
বুকু ভাঙি ভাঙি নেকান্দিবি যুতি
তোলৈ চাওঁতা নাই ।

(১৩)

অ’ মোৰ আজলী, অ’ মোৰ লাজুকী
চিনাকী অতিথি মোৰ,
নিকৰুণ নিশা শুনালে কি হ’ব
অমিয়া মাধুৰী সুৰ ?

মেঘে ছাটি গলে জোনৰে জেউতি
নবলে মলয়া জুৰ,
চালুকীয়া তৰা উচুপি উচুপি
টুকিছে চকুৰে লোৰ ।

চালি ধৰি ফুৰা জোনাকী পৰুৱা
শোকতে মাৰিছে বুৰ,
কিয় তেনে আৰু ৰচিব লাগিছে
অমিয়া মাধুৰী সুৰ ?

(১৪)

নিৰাশাতে নাশি মাধুৰিমা
নিদিলাহি দেখা নিৰুপমা,
নিৰুপমা তুমি প্ৰিয়তমা ।
প্ৰিয়া, প্ৰিয়া বুলি হিয়া ছানি
গাঁথিছিলো গীতি প্ৰীতি সানি,
ব্যথা লাগি তাতে লাগি
মৰহিলে সুৰ মনোৰমা ।

ফুলি পদুমৰে ঢোপাকলি
আঁহা, আঁহা বুলি মাতে অলি,

সেই সপোনতে ঢলি পৰি
খেলিছিলো মেলি প্ৰেম তৰী
কুকুৰাতে আজি বুকুঁ বুকুঁ
বুকুঁ বুকুঁ প্ৰিয়া অনুপমা।

(১৫)

সুখৰে মালতী পাহি দুখতে মৰহি গ'ল
['কাশ্মীৰ কুমাৰী' নাটকৰ গীত]

(১৬)

মুকলি মনৰ বনৰ পখী
কিয় বিনায় পুৰা-গধূলি,
কোন উৰি গ'ল উৰুঙা কৰি
দুদিন থাকি আপোন বুলি ?

পুহৰি, পুহৰি শেৱালি সৰিলে
করুণ তই বিনায়,
গধূলি ফুলিলে গধূলি গোপাল
তই বিনায়, বিনায়।

কোন কেঁচাসোণ সুৰুগা-সনা
মৰমী বুকুৰ তোৰে বহনা,
খিতাতে লুকাল তাৰ শোকতে
তই বিৰহী, বিৰহী হলি ?

দূৰ-দূৰণিৰ আকাশী ভুৱাই
কপালী কৰে কুজান ধৰা,
এটি খহিলেই পাহৰি মৰম
আটায়ে বোলে পপীয়া তৰা।

(১৭)

ফুলিছে ফুলৰে পাহি,
আহিছে ভোমোৰা হাঁহি
মউ সুচুহিবি, নাহিবি ভোমোৰা
ফুল নকৰিবি বাহী।

ফাগুনীৰ সুৰতে উঠিছে সুৰভি
নালাগে জ্বলাব ধূপ,
মেঘৰে বুকুতে সপোন দেখিছো
জোনত জিলিকিছে ৰূপ।

যা-গৈ বসন্ত, কেলেই আহিলি
এনেয়ে শুনিছো গীত,
তয়ো ঐ বলিয়া, কুলিও কলীয়া
কেতেকীৰ কঠুৱা চিত।

## মাধৱৰ মায়া আৰু পীৰিতিৰ বা

(১৮)

যাগৈ কলিয়া, নাহিবি এতিয়া
কদমৰ গছলৈ তই,
সুৱদি সুধাৰে মিচিকি হাঁহিৰে
নাহিবি কাষলৈ ঐ!

অতি আলসুৱা ফুল কুমলীয়া
আধা ফুলা কলি, সুচুবি কলীয়া
ফুলু ফুলু কৰা সুফুলা কলিটি
ফুলিব খুজিছে ঐ।

(১৯)

মুৰাৰি মুৰাৰি মুৰলী ধাৰী
গোপী তন্ম-মন আকুলকাৰী
পীত বসন তৱ অঙ্গে শোভা
ময়ূৰ কিৰীটি মনোলোভা
গলে বনমালা, বনমালী

মুৰলিৰ ধ্বনি শুনি যমনাতীৰে
ৰাধা বিনোদিনী আছে ধীৰে
তোমাকে বিচাৰি ব্ৰজ বিহাৰ
নাল নলিনী দলে যমুনা জলে
মৃদু-মৃদু-মৃদু মলয়া বলে
কদমৰ তৰু তলে, অপৰূপ ৰূপ জ্বলে
চঞ্চলা ব্ৰজবালা কানু নিৰিখি ।

(২০)

সন্ধিয়া সোণালী আজি যমনা
পাৰত বহি কোনে বজালে বাঁহী,
যমুনাৰ জল, সুৰতেই তল মল
পদুম হাঁসি জ্বলি ফুলিছে তাঁহি ।

ৰূপ দেখি তাৰ সোলোকালে সাজ পাৰ
নামিল যমুনাৰ ৰাধিকা আহি
কদমৰে কলি উলাহতে পৰে ঢলি
ডালত জিলিকিছে মিচিকি হাঁহি ।

গোপী মনোহাৰী কালীদমনকাৰী
চতুৰ চুড়ামণি গোপনে আহি
মাৰি প্ৰেমবান, কৰিছেহি মধুপান
লাজত মৰহিছে আজলী পাহি ।

(২১)

মাধৱৰ শিৰতে মযূৰ কিৰীটি
মোহন মূৰলী কৰে,
কালিন্দী তীৰৰে তৰুৱা কদমত
মধুৰ মূৰুতি ধৰে ।

নাহিবি নাহিবি গোপিনী গাভৰু
যা গৈ আঁতৰি তই,
বহি বনমালী, মায়াৰে আৱৰি
বুকুৰে অমিয়া হৰে ।

ৰূপৰে বিজুলী জ্বলিলে আজলী
বলিব পিৰীতিৰ বা,
প্ৰেমৰে তৰুণী তুল বুল কৰিব
নোৱাৰ ৰাখিব ধৰে ।

(২২)

কদমৰ চনকা ডালতে তই কলীয়া
গধূলি কৰিছ কি ?
গধূলি কৰিছ কি তই কলীয়া
গধূলি কৰিছ কি ?

গকুলৰ গোপিনী গধূলি আহিব
ধুবহি যমুনাত গা,
নেলাগে বজাব বাঁহী গৰখীয়া
যা তই আঁতৰি যা

নেলাগে বোৱাব সুৰৰে লহৰি
নেলাগে সৰাব কদমৰে কলি,
নেলাগে শুনাব বনগীত এফাকি
ৰাধিকাক সঁহাৰি দি

ৰূপহী জোনৰে চুপহি মেলিছে
কদমৰ কঁপিছে পাত,
ৰূপৰে জেউতি উজলি উঠিছে
গাভৰু গোপিনীৰ গাত।

নীল বৰণীয়া যমুনাৰে পানী,
গাভৰুৰ বুকুতে যাব ঢৌৰে খেলি,
লাহতী বতাহে চুলি মেলি দিব।
খোপাটি সোলোকাই দি।

(১৩)

হেৰা ৰাধিকা, লাজুকী লতিকা
বাটতে গাগৰী থলা
যমুনাৰ ঘাটতে, যুকলীৰ মাজতে
কাক চাই থমকি ৰ'লা?

তৰুৱা কদমৰ কুঁহিপাত মেলিলে
ফুলা নাই এপাহি ফুল,
যমুনাৰ পানীতে নচা নাই পদুমী,
যোৱা নাই ভোমোৰা ভোল ।

কাক চাই আউলি হ'লা ঐ আজলী
কাক চাই বাউলী হ'লা ?-
কলীয়া কানুৱে বলিয়া বাঁহীৰে
বনগীত এফাকি গাই
উজুতি খোৱাব খুজিছে গধলি
গাভৰুক অকলে পাই-
নেলাগে শুনিব বলিয়াৰ বিননি
পানী লৈ ঘৰলৈ ব'লা ।

## বিৰহ-গীতি

(১৪)

ভাগিলে ভাগিলে প্ৰেমৰে থাপনা
['জেৰেঙাৰ সতী' নাটকৰ গীত]

(১৫)

তুমি যদি মোৰ অতিকে আপোন
তুমিয়ে অতিকে পৰ,
তোমাৰ কাৰণে তোমাতে মজিলো
তুমিয়ে ভাঙিলা ঘৰ ।

ৰাতি দিন কৰি জীৱন কটালো
তোমাৰ দুখতে চকুলো টুকিলো
আজিহে বুজিলো বুকুৰ বাতৰি
বুকুৱে বুকুৱে লৰ ।

(২৬)

জোনৰে জেউতি জোনতে শুকালে

['লাচিত' নাটকৰ গীত]

(২৭)

চৰণ ধূলি লৈ
হে অতিথি, কি বিচাৰি আহিছিলা ঐ।
কিয় ঘূৰি গুচি গ'লা
মাতিছিলো,
নেমাতিলা
এন্ধাৰ ঘৰৰ দুৱাৰ মুখত
নেথাকিলা বৈ
হে অতিথি, কি বিচাৰি আহিছিলা ঐ!
নিশাৰ বুকুত জ্বলে তৰা
পোহৰ কৰে ফুলাম ধৰা
ন-জোন সাজি
নতুন দৰা
বিলৰ কাষত বৈ
পদুম বনত গৈ,
নেযায় ঘূৰি নেটায় মানে
প্ৰাণৰ কথা কৈ
হে অতিথি, কি বিচাৰি আহিছিলা ঐ!
তুমি আহি গুচি গ'লা গুচি
মোৰ পদূলি নহ'ল শুচি,
বুকুৰ কথা বুকুতে থাকিল
নোলাল বাহিৰ হৈ
হে অতিথি, কি বিচাৰি আহিছিলা ঐ।

(২৮)

হেৰ' আহাৰৰ কলীয়া ডাৱৰ
বলিয়া বাতৰি আনিছ কাৰ,
কোন বিৰহিনী বিৰহত পৰি
নেওচি পেলালে সোণৰ হাৰ ?
তাৰে জিলিকনি জিলিকি জিলিকি
মেঘৰ বুকুত বিজুলী চমকি,
প্ৰেমিকক দি ব্যথাৰ বাতৰি
বোৱাব খোজনে চকুলো ধাৰ,
হেৰ' আহাৰৰ কলীয়া ডাৱৰ
বলিয়া বাতৰি আনিছ কাৰ ?

শৰতৰ কত শত সুধাকৰে
শেৱালি পাহিতে চুমাটি দিলে
ফাগুনী বতাহে ৰূপহী নিশাৰ
কত সপোনৰ সঁফুৰা নিলে ।

আজি কিয় তোৰ বুকুত বেদনা
বিশ্ব-বিয়পা অশ্রু-ভাৰ
হেৰ' আহাৰৰ কলীয়া ডাৱৰ
কলীয়া বাতৰি আনিছ কাৰ ?

(২৯)

বিৰহে দহি মোৰ হিঁয়া ভাগে
মিলন ৰাতি নজ্বলে বাতি
*বেদনা জাগে বেদনা জাগে*
গোপনে প্ৰিয়াই
মেলানি মাগে ।

## নাৱৰীয়াৰ কাষত

(৩০)

ঘাটত কোনে বৈ আছেহি
'ঘাটৈ' বুলি মাতি
কোন পাৰোৱা, পাৰ হয় তই
গহীন তুপৰ ৰাতি ?

ধুমুহা বতাহ বলিছে দনাই
বিজুলী মাৰে ৰৈ,
ভৰ-বাৰিষাৰ সোৱণশিৰী
নহয় সোণৰ নৈ ।

গাছ ভাঙিছে, বন ভাঙিছে
থৰ্টীক নাথউ ঢউ উঠিছে
কি সাহেৰে নাও মেল তই
কৰে ঐ আপোনঘাতী ?

(৩১)

ডাক মোকতে নাও মেলি তই
যাব নেলাগে সউ সিপাৰলৈ
ঢকা ফুটিছে, ঢউ উঠিছে
পাছোৱা লাগি জমক্-তবক্ নৈ ।

কোনে সিপাৰৰ ঘাটত আছি
নাৱৰীয়া ঐ
সোৱণশিৰীৰ সোণালী বালি
লহনু কোমল ভাঙেৰে ঢালি,
ৰিহাৰ আগত সোণৰ কণা
বান্ধি আছে বৈ ·· ?

আপোন দেহা থাকিলে ভালে
হীৰা মুকুতা পাবি বেহালে
দেহা হেৰালে
বেহা হেৰাব নাৱৰীয়া ঐ... ।

নোৱাৰে আৰু আনিব ঘূৰাই
চেনেহী আছি শোকতে বিনাই
হীৰা-মুকুতা, ৰূপৰ ছটা
চিতাৰ কাষত থৈ ।

(৩২)

বেলি পৰোঁ পৰোঁ হ'ল নাৱৰীয়া
বেলি পৰোঁ পৰোঁ হ'ল,
ৰান্ধনি ৰ'দতে অ' নাৱৰীয়া,
ঢউ সোণোৱালী হ'ল,
নাৱৰে কাষে কাষে সোৱণ দৰিকণা
চা ঐ থমকি ৰ'ল
বেলি পৰোঁ পৰোঁ হ'ল ।

সোৱণশিৰীতে যৌৱন-উথলা
পাতিছে ৰূপহী থূল,
বুকুত জিলিকিছে পদুমৰে কলি,
খোপাতে বাবৰি ফুল ।
ৰূপ চাই নাথাকোঁ অ' নাৱৰীয়া,
বল ঐ খৰেকৈ ব'ল
ৰূপৰে লগতে দেহা হেৰুৱালো
জনমো বিফলে গ'ল
বেলি পৰোঁ পৰোঁ হ'ল ।

(৩৩)

চলচলীয়া ৰূপ সাগৰত
ফুলাম তৰী লৈ,
কাক বিচাৰি ওলালি আজি
জলকুঁৱৰী হৈ ?

কোন দূৰণিৰ গোপন পুৰীত
অ' ললিতা ঐ ··
শাৰদী মধুৰ জোনাকী ৰাতি
বেৰঙা ফুলৰ আসন পাতি
কুঞ্জ বনত সপোন কোৱৰ
আছে আকুল হৈ ।

ভৰ যৌৱনত সপোন দেখি
আটায়ে ফুৰে মাণিক লেখি
সেন্দুৰা সপোন ভাগিব এদিন
অ' ললিতা ঐ ···
ৰূপ সাগৰৰ ৰূপ ধুকাব
ফুলতী ফুলৰ পাহি শুকাব
কুঞ্জ বনৰ পাৰ বুৰাব
আহি কালৰ নৈ ।

(৩৪)

চলৰ সোঁতত নাও মেলি লৈ
নেযাওঁ ভটিয়াই
ভগা পঁজা মোৰ উকৱালে ঐ
নিঠুৰ কুকৱাই ।

ৰাঙ্গনি ৰ'দত ঢউ ৰাঙলি
পাৰত বনৰ ফুল,
পাতৰ আঁৰত কেতেকী পাহি
গোন্ধত আমোল মোল ।

লাহতী হাতত হেঙুলী বটা
নুমলি ওঁঠত কুমলি কথা
নাৱৰ ঘাটত ৰূপহী আহি
বাটলৈ আছে চাই

গুপুতে থকা বুকুৰ মাণিক
বিবিযে কৰিলে চুৰ
যোৰ ভাঙিলে মোৰ জীৱনৰ
সুখৰ পৰিলে ওৰ ।

ভৰা লুইতত আজি গধূলি,
পৰৰ ধনক আপোন বুলি
সেই চেনেহীৰ সোণৰ ছবি নিদিওঁ উটুৱাই
ঢলৰ সোঁতত নাও মেলি লৈ
নেযাওঁ ভটিযাই. ।

## সৃষ্টি, নিয়তি, মায়া

(৩৫)

মায়া মোহে ভৰা ধৰা মোৰ প্ৰভু ঐ
মায়া মোহে ভৰা ধৰা,
মায়াৰে আৱৰা সোণালী সৱিতা
মায়াৰে আৱৰা তৰা ।

মায়া জীৱনতে জীৱই জালে পাতি
আপুনি পৰিলে ধৰা,
মায়া জৰী ছিণ্ডি মায়াপী শ্ৰীহৰি
এফেৰি করুণা কৰা।

(৩৬)

নভ জল স্থল কৰি বিমোহন
[ 'শকুনিৰ প্ৰতিশোধ' নাটকৰ গীত ]

(৩৭)

সৃষ্টি সৃষ্টি-সৃষ্টি
[ 'শকুনিৰ প্ৰতিশোধ' আৰু 'দক্ষ-যজ্ঞ' নাটকৰ গীত ]

(৩৮)

সমাধিত চিত্ত নেলাগে সজাব
[ 'কাশ্মীৰ কুমাৰী' নাটকৰ গীত ]

(৩৯)

আচলত ধৰা মোৰ
[ 'হৰিশ্চন্দ্ৰ' নাটকৰ গীত ]

(৪০)

ডাৱৰৰ স্তুকুডাই
[ 'হৰিশ্চন্দ্ৰ' নাটকৰ গীত ]

(৪১)

পৰ্বতৰে নিজান বনত
নাগিনী ছোৱালী ঐ,
কাক বিচাৰি জুৰিৰ কাষত
অকলে আছহি বৈ ?

জুৰিত সাঁতুৰি পানী পকুৱাই
নিতউ ধুৱে গা,
সোঁতৰ বুকুত আজি জিলিকিল
তোৰ ৰূপহী ছাঁ।

ভয়ত চকি সোৱণ-দৰিকণা
থাকিল ডৰক্ লৈ....
আউলি চুলিৰ খোপাত লাগে
চতালি ৰ'দৰ ঢৌ,

ওঁঠৰ আগত সৰোঁ নসৰোঁ
হেঙুলী ওঁঠৰ মৌ,
ভুলতে আহি ভোমোৰা পৰে
লাজুকী গালত গৈ !

(৪২)

ৰেঘা দিব লাগে যদি
ৰেখা লেখি অৰুণৰ
নেভাঙিবা নিশা আহি
মাধুৰিমা সপোনৰ,

সপোনতে তুমি আহি
বহাহি কাষতে মোৰ,
নেমাতিলে অভিমানী
সৰি জৰে চকু লোৰ ।

বেথা ভৰা ছবি সেই
সেই ছবি মনোহৰ,
পুহৰি পুহৰি হ'লে
দিবা ধূলি চৰণৰ ।

শেৱালিৰে আলসুৰা
গাঁথি মালা বৰণৰ
আলে ফুলে ৰেঘা দিম
হেঙুলীয়া কিৰণৰ ।

(৫৩)

কাৰ কপালত কুহকী হাতেৰে
['হৰিশ্চন্দ্র' নাটকৰ গীত]

## স্বদেশ প্রেম

(৫৫)

হে সত্য সুন্দৰ ৰাম ।
ধন্য তোমাৰ নাম ।
ত্যাজি সুখ-ভোগ, বিলাস বাসনা
স্বদেশৰ হিত তোমাৰ সাধনা
ধন্য তোমাৰ মানৱ মহিমা
ধন্য অযোধ্যা ধাম ।

(৪৫)

দেখা যদি দিয়া আই,
দিয়া দেখা এটিবাৰ,
মনোৰমা মালতীৰ
মৰহিলে মালাধাৰ,
নিবলে নলিনী তুলি
পাতিছিলো পূজা ঘৰ,
সৰিলে আজলী পাহি
ব্যথা লাগি বিৰহৰ ।

নিজৰি জৰিছে ৰেণু
জৰিছে পাপৰি তাৰ,
তোমাৰ হাতৰে পৰা
ল'ম তুলি সুধাভাৰ ।

তুমিয়ে কামনা মোৰ
মোৰ চিৰসাধনাৰ
জীৱনে মৰণে আই
তুমি দেৱী থাপনাৰ ।

(৪৬)

অ' নাৱৰীয়া, চতত নলগাবি নাও
চতত নলগাবি নাও নাৱৰীয়া,
চতত নলগাবি নাও ।
ঢলৰ সোঁতে সোঁতে অ' নাৱৰীয়া
দে পাৰি দে নাও
বেলি নৌ পৰোঁতেই পাবগৈ লাগিব
চেনেহী চিকুণী গাঁও ।

লুইতৰ বুকুতে ৰাঙ্গনি বেলিটি
তিৰ্ বিৰ্ কৰিছে চা
পাৰৰ ইকৰাণি হালিছে জালিছে
লাগিছে নাচনি বা ।

লুইতত নবহে মন নাৱৰীয়া,
বল ঐ খৰেকৈ যাওঁ,
চেনেহী আই মোৰ পাৰতে আছেহি
মৰমী মুখনি চাওঁ ।

(৪৭)

পৰ্বতৰ জীয়াৰী নিজৰা ঐ

['জেৰেঙাৰ সতী' নাটকৰ গীত]

(৪৮)

ভয়ামৈলে নেযাবি তই

['জেৰেঙাৰ সতী' নাটকৰ গীত]

(৪৯)

সতীৰ সমাধি ভূমি তেজেৰে ৰাখিলি ঐ

['জেৰেঙাৰ সতী' নাটকৰ গীত]

(৫০)

দাপালা দাপালা সোণালী দাপালী

['লাচিত' নাটকৰ গীত]

(৫১)

মাতৃ পূজাত হেলা নকৰিবি

['লাচিত' নাটকৰ গীত]

(৫২)

জন্মভূমিৰ শঙ্খধ্বনি

['লাচিত' নাটকৰ গীত]

(৫৩)

চোমনিৰ মাজতে জামুগছ এজুপি

['লাচিত' নাটকৰ গীত]

(৫৪)

পৱন বেগে আহক আহে

[ 'কাশ্মীৰ কুমাৰী' নাটকৰ গীত ]

(৫৫)

ঢলৰ সোঁতত নাও মেলোঁ বুলি

[ 'লাচিত' নাটকৰ গীত ]

(৫৬)

মহামিলনৰ মাধুৰী লৈ
মেলানিৰ বেলা নাহিবি বিননি
নোলাবি চকুলো নিজৰি বৈ !

বুলনি চৰাতে গিয়াতী বহিলা
আইৰে সঁহাৰি পাই
বিযপি পেলালা ভকতি ভটিমা
চেনেহী ছবিটি চাই ।

আজি যোৱা যদি যোৱা মোৰ অতিথি
যাবা ঐ মনটি থৈ—
আইৰে শিতানত বন্তি জ্বলিলে
জ্বলিলে সুৰভি-ধূপ
তাৰে পোহৰতে পাম ঐ অতিথি
চাম মোৰ গিয়াতীৰ ৰূপ,

দায়-দোষ খেমিবা কাতৰে মাতিছো
বুকুৰে বটাটি থৈ ।

(৫৭)

অসমা, অসমা আই নিৰুপমা
পাৱত তোৰ পদুমৰ চকা
শ্যাম বৰণীয়া ধুনীয়া সাজেৰে
লৱণ্ দেহাটি ঢকা।

শিৰত তোৰ হিমেৰে হিমানী কিৰীটি
আঁচলত কবিতা লতা
পুৰণি মহিমাৰ সোণালী গৰিমা
আছে তোৰ বুকুতে পতা।

তোৰ পো লাচিতৰ বিজয় বাতৰি
জগতে শুনিছে বৈ,
জীয়া তেজ জেৰেঙাত আজিও জিলিকে
জয়াৰে কাহিনী কৈ।

তেনে পো-জীয়াৰী আজিও জননী
আজিও বুকুতে যাৰ
কোন বিজয়িয়ে জিনিব পাৰিব
আই তোৰ মুকুতা হাৰ ?

অসমৰ দ'লতে সোণৰে কলচী
বাতিও জিলিকি থাকে
লখিমী আই তোৰ চেনেহী মুখনি
সেৱকে সপোনত আঁকে।

(৫৮)

মৰমৰ মৰমৰ মোৰ বুজি মৰমৰ,
দুৰণিৰ পৰা আহি ধূলি দিলা চৰণৰ।

আজি পূজা গিয়াতীৰ
আজি পূজা স্বজাতিৰ,
আজি পূজা পুণ্যভূমি জন্মভূমি অসমৰ।

পূজাৰী, আনিছো সাজি আজি মালা মুকুলৰ
হব পাৰে পাহি সৰা ৰেণু জবা বকুলৰ
নিবেদিছো লোৱা দেৱ, ইযে মালা বৰণৰ
দূৰণিৰ পৰা আহি ধূলি দিলা চৰণৰ।

(৫৯)

অসম, অসম, ঐ আই অসম
['লাচিত' নাটকৰ গীত]

## ভকতি ভটিমা

(৬০)

ত্রিকাৰক ত্রিগুণ ধাৰক
['দক্ষযজ্ঞ' নাটকৰ গীত]

(৬১)

দেহৰে মাজতে আতমা ৰূপতে
['হৰিশ্চন্দ্ৰ' নাটকৰ গীত]

(৬২)

দুখীয়াৰ কোতোৰা টুকুৰা, টুকুৰা
তাকে লৈ মেলিলো হাত প্ৰভু ঐ
তাকে লৈ মেলিলো হাত।

মইও ভিক্ষাৰী, তুমিও ভিক্ষাৰী
তথাপি প্ৰভু ঐ নিদিলে কোনেও
নিদিলে মলম হাত।

খৰাতি সাজিলো কাঠী কামী কৰি
ধান চাই সাজিলো কুলা,
আজিহে বুজিলো তমালৰ বকতুত
তব চৰণৰে ধলা।

মৈ চাই আনিলো যুৰীয়া মতা ম'হ
ফাল চাই জুৰিলো হাল
কোৱা ঐ প্ৰভু মোক তোমাৰে নাৱতে
কেতিয়া তৰিম মই পাল ?

(৬৩)

দেহাই যদিও আজি যাতনা সহিছে
[ 'জয়মতী' নাটকৰ গীত ]

(৬৪)

## আন আন গীত

আজি মধু লগনত বিয়লি বেলা
দুহাতে দুধাৰি দুয়ো আনিছো মালা
লোৱা আদৰি দেৱ, লোৱা সাদৰি
লোৱা আজি সেৱকক নকৰি হেলা।

দীন হ'ব পাৰে দেৱ, পূজা-আয়োজন
হীন হ'ব পাৰে এই মালা বিৰচন
তথাপি তথাপি দেৱ, মালা যে মালা
ভকতি বসত তিতি পাহিটি মেলা।

(৬৫)

পানী নাই—পানী নাই।
[ 'কমলা কুঁৱৰী' নাটকৰ গীত ]

(৬৬)

কমলা কুঁৱৰী, মোৰে প্ৰাণেশ্বৰী.
['কমলা কুঁৱৰী' নাটকৰ গীত]

(৬৭)

পত্থলিৰ শুৱনি গধূলি গোপাল ঐ
পিৰালিৰ খৰিকা জাঁই,
শাকনিৰ শুৱনি বাবৰি ফুলে ঐ
গোহালিৰ শুৱনি গাই ।

ফুলনিৰ শুৱনি কলীয়া ভোমোৰা
পথাৰৰ শুৱনি শালি,
লুইতৰ শুৱনি ৰূপত তিৰেবিৰাই
বগী ধকে ধকি বালি ।

পাহাৰৰ শুৱনি লাজুকী জৰণা,
নিজৰি নিজৰি জৰে,
ভৈয়ামৰ শুৱনি বনৰে হৰিণী
মনত ছাটি ফুটি কৰে ।

(৬৮)

['সীতা বনবাস' নাটকৰ গীত]

সাগৰৰ তলি মুকুতাৰে ভৰা
ফণাৰ শিৰত মণি,
মনৰ মাজত কত সপোনৰ
কত দিঠকৰ ধ্বনি
উঠে প্ৰতিধ্বনি ।

নীলিমাত নাচে কত গ্ৰহ তৰা
আন্ধাৰে—আলোকে আকুলিতা ধৰা
বিজুলীৰ দৰে তাতো যে উজ্জ্বলে
মায়াৰ প্ৰতিমাখনি ।

(৬৯)

তই যে কালিৰ সোণাকণি মোৰ
ওঁঠতে কিহৰ অমিয়া তোৰ
সেই কানাৰা, সেই বহাগৰ
তোৰ যে মুখত ফুটিছে সুৰ ।
সন্ধ্যা-আগত নিমিলে ৰবি
তাতো যে শুনো, তোৰ পূৰবি
পূব নীলিমাত উদিলে ভানু
ভৈৰৱী কিয় ৰাগিণী তোৰ ?
মাধৱী ললিতা লতা
কুঞ্জবনত ৰচে কবিতা,
সেই কবিতাত ৰাগিণী ঢালি
ললিত সুৰত কৰিছ পূৰ ।

(৭০)

মাজ নদীতে বাট হেৰালে তোৰ
কিনো বিলাই হ'ব অ' মোৰ
দিশৰ নেপাওঁ ওৰ ।
চাকনৈয়া তোৰ বাটত আছে
ধুমুহা বতাহ, ঢৌ উঠিছে
বাওলী বেলি গ'লগৈ কেনি
হিয়া কঁপে মোৰ ।

## ।। সপোন ।।

গবাক্ষেদি দিলে দেখা উষা সমিৰণে
অফুট স্বৰেৰে ক'লে—"উঠাহে পূজাৰি !"
মাতৃ মন্দিৰত আছে সোণৰ প্ৰতিমা
পূজা গৈ ভক্তিভাৱে খৰ্‌ধৰ্‌ কৰি"—

ভাগিল টোপনি মোৰ শয্যা তিয়াগিলো
স্নান কৰি, পট্টবস্ত্ৰ কৰি পৰিধান,
ভৰালো কুকিত ফুল, শঙ্খ ঘণ্টা ল'ই
মাতৃ মন্দিৰৰ ফালে হলো আগুৱান ।

খুলিলো মন্দিৰ দ্বাৰ, কৰিলো প্ৰবেশ
কৰালো প্ৰতিমা স্নান পবিত্ৰ জলেৰে
সভক্তিৰে প্ৰতিমাত প্ৰণতি জনাই,
অৰ্ঘ্য দিলো চৰণত ভক্তি অশ্ৰুনিৰে ।

আৰম্ভিলো মাতৃ পূজা শঙ্খ ধ্বনি কৰি
বনফুল শুদ্ধ চিত্তে উপহাৰ দিলো,
(এনেতে) হঠাৎ কঁপিল বুকু কঁপিল প্ৰতিমা
ভূমিকম্প বুলি ভাবি আসন ত্যজিলো
আহিলো বাহিৰ হই, মন্দিৰৰপৰা
মাতৃৰ পূজাৰ ঘণ্টা হাততে আছিল,
দুৱাৰমুখত দেখি ভীষণ মুৰুতি—
ভক্তি ভৰা প্ৰাণ মোৰ সঘনে কঁপিল
গেৰুৱা বসন পিন্ধা হাতত ত্ৰিশূল

দেখিলো সন্ন্যাসী এক, মূৰ্ত্তি ভয়ঙ্কৰ
মূৰ্ত্তি তাৰ মূৰ্ত্তিমান, সংসাৰ বৈৰাগী
( তথাপি ) ক্ষন্তেকো নহলো মই ভক্তিত বিহ্বল
নুপজিল ভক্তি মোৰ নাজানিলো কিয়
মাত্ৰ দেখি ঘৃণা হ'ল, সভয়ে সুধিলো
"কিবা ইচ্ছা সন্ন্যাসীৰ কিয়বা আহিছে
মন্দিৰ উদ্দেশী পুৰা, একো নুবুজিলো ।"
ক্ষন্তেক নিতাল মাৰি চাই মোৰ ফালে
সন্ন্যাসীয়ে ক্ৰোধভাবে দিলে সমিধান
"প্ৰতিমা । প্ৰতিমা লাগে, সোণৰ প্ৰতিমা
ক'ত আছে দে শীঘ্ৰে, আন, আন, আন"
হৃদয় স্পন্দন হ'ল প্ৰবল বেগেৰে
লৰিল কলিজা মোৰ, ভয়ত কঁপিলো
চাই থাকি একেৰাহে সন্ন্যাসীৰ ফালে
শেষত চকুলো টুকি কঁপা মাতে কলোঁ
"কি কৰিবা প্ৰতিমাৰে কিয় নিব খোজা ?
বুকুৰ তেজেৰে গঢ়া, প্ৰতিমা আমাৰ
পূজিছো নিত'উ আহি, বনফুল আনি
কিয় তুমি নিবা কাটি কিবা অধিকাৰ ?"
প্ৰলয় গৰ্জ্জন কৰি, শুনি মোৰ কথা,
ক্ৰোধত অধীৰ হৈ হাতৰ ত্ৰিশূলে
কৰিলে আঘাত মোৰ দুৰ্ব্বল শিৰত
ৰুদ্ৰৰূপ ধৰি শেষে মন্দিৰ সোমালে ।
এনেতে কঁপিল বেদি, কঁপিল প্ৰতিমা,
আকাশে গৰ্জ্জন কৰি বিজুলী মাৰিলে,
আহিল ধুমুহা বেগে, হাবি-বন ভাঙি
অন্ধকাৰে জিভা মেলি সকলো গ্ৰাসিলে,

প্ৰশ্চয় সূচনা দেখি মযো মূৰ্চ্ছা হলো,
অন্ধকাৰ বিনা আৰু একো নেদেখিলো ।

* * * * *

সোণালী সূৰ্য্যৰ জ্যোতি কপালত পৰি
হেচুকি হেচুকি মোক দিলেহি জগাই
আহিল চেতনা মোৰ, চকুমেল খাই
দেখিলো ধুমুহা মেঘ, কতো একো নাই
ভয়ে ভয়ে মন্দিৰত প্ৰবেশ কৰিলো
( ভাবিলো ) মাতৃক নিলেহি হৰি , দুৰাত্মা ৰাৱণে
শেষ হ'ল অৰ্ঘ্য দান, পুষ্প উপহাৰ
শেষ মোৰ মাতৃ পূজা আজি অতদিনে !
( কিন্তু ) যি দেখিলো সিযে স্বৰ্গ, দেৱৰো দুৰ্ল্লভ
—হাঁহি আছে মাতৃ মোৰ ; মোহিনীৰ বেশ ,
পদতলে আছে পৰি ভণ্ড সন্ন্যাসীৰ
অপবিত্ৰ, কলঙ্কিত প্ৰাণহীন দেহ ।

* *

গল্প

# ব্যৰ্থ জীৱন

শ্ৰীযুত গণেশচন্দ্ৰ গগৈ

মোৰ ব্যৰ্থ জীৱনৰ কথা সুধিছা ? শুনিবলৈ যদি ইমানেই ইচ্ছা শুনা, মই কৈ যাওঁ, প্ৰতিবাদ নকৰিবা মাত্ৰ শুনি যোৱা। —

মোৰ জন্ম হৈছিল প্ৰায় ২৫ বছৰৰ আগতে ভদ্ৰ আৰু ধনী মানুহৰ ঘৰত, এই অসম দেশতে। আই-বোপাইৰ মই বৰ মৰমৰ আছিলোঁ। সৰুৰেপৰা সুখৰ সোঁতত‍েই উটি আহিলো — স্বপ্নপুৰী যেন লাগিছিল এই সংসাৰখন, আজি পাঁচ বছৰৰ আগলৈকে।

মোৰ দেউতাৰ নাম মই নকওঁ। ক'লে হয়তো তোমালোকে চিনি পাবা ; আৰু মোৰ দুৰ্দ্দশাৰ কাহিনী শুনি এটি হুমুনিয়া পেলাবা। সেই কাৰণেই দেউতাৰ নাম নকওঁ। শুনা -

মোৰ ছাত্ৰ জীৱনৰ শেষ পৰিল প্ৰায় চাৰি বছৰৰ আগতে। বিলাসিতাৰ কাৰণেই হওক বা সংগদোষৰ ফলতেই হওক, দুবছৰ মাত্ৰ কলেজত পঢ়ি ঘৰৰ ল'ৰা ঘৰলৈ গুচি আহিলোঁ। আই-বোপায়েও খণ্ড নকৰিলে, বেয়া নুবুলিলে।

আকৌ কবলৈ পাহৰিছোঁ, স্কুলীয়া জীৱনৰ মাজভাগতে মোৰ লগত এজন সমাজত প্ৰতিপত্তি থকা ভদ্ৰলোকৰ সৈতে ঘনিষ্ঠতা ঘটিছিল। ঘনিষ্ঠতা ঘটাৰ প্ৰধান কাৰণ—তেওঁৰ এটি ছোৱালী। কমলাই মোক ভাল পাইছিল আৰু ময়ো তেওঁক ভাল পাইছিলোঁ। বয়সৰ লগে লগে আমাৰ ভালপোৱা বাঢ়ি আহিল, তাৰ ফলত যিদিনা মই ঘৰ এৰি দূৰত কলেজীয়া জীৱন আৰম্ভ কৰিবলৈ যাত্ৰা কৰিছিলোঁ, সেইদিনা বিৰহ বেদনা বোধ কৰিয়েই নেকি কমলাই মোক বিদায় দিছিল চকুৰ পানীৰে।

কলেজত থাকোতে আমাৰ ভিতৰত চিঠি-পত্ৰ চলিছিল । সপ্তাহৰ ভিতৰত অন্ততঃ দুখন কমলাৰ চিঠি পাইছিলোঁ আৰু ময়ো দিছিলোঁ । সেই চিঠিত আছিল মাত্ৰ প্ৰেমৰ অৰ্ঘ্য আৰু প্ৰীতিৰ নৈবেদ্য ।

যিদিনা অবাবত কলেজ এৰি ঘৰমুৱা হলোঁ, অন্তৰত বৰ ভয় সোমাইছিল কিজানি কমলাই বেয়া পায় !

আগৰদৰেই আকৌ কমলাহঁতৰ ঘৰলৈ অহা-যোৱা কৰিবলৈ ধৰিলোঁ । কমলাৰ প্ৰেম সম্ভাষণত, আই-বোপাইৰ চেনেহ যত্নত, যৌৱন বসন্তৰ মৃদু হিল্লোলত পাহৰি গলোঁ সংসাৰ, পাহৰি গলোঁ নিজৰ কৰ্ত্তব্য ।

এইদৰেই প্ৰায় এবছৰ পাৰ হ'লহি ।

সেইদিনা—আজিও স্পষ্ট মনত আছে সোমবাৰ । গধুলি কমলাহঁতৰ ঘৰত বহি আছোঁ, উপন্যাস এখনৰ পাত লুটিয়াই, কিতাপত মন বহা নাই । ভাবি আছো কেতিয়া কমলা ভিতৰৰপৰা ওলাই আহে । ইটো সিটোকৈ কেইবাটাও চুৰট পুৰি অন্ত কৰিলো তথাপি কমলা নাই—কেউফালে নিস্তব্ধ । জেপৰপৰা আৰু এটি বিড়ি উলিয়াই জ্বলাব খুজিছোঁ —এনেতে সিকোঠাৰপৰা মাত মাতিলে—এই পিনে আহ—বুজিলো কমলাৰ দেউতাকৰ মাত । খৰধৰকৈ বিড়িটো দলিয়াই পেলাই উপস্থিত হলোগৈ তেখেতৰ কাষত । মনত অলপ ভয়ো উপজিছিল—জানোছা পঢ়াৰ কথা । মোক দেখিয়েই তেখেতে হাতেৰে ইংগিত কৰি তেওঁ বহি থকা বিছনাখনৰ ওপৰতে মোকো বহুৱালে । তাৰ পিছত মোৰ বাঁও হাতখনত ধৰি লাহে লাহে ক'লে — "তুই মই সকলোবিলাক কথাকেই জানো । কমলাক তোলৈকে বিয়া দিম কিন্তু তই কাকো নকবি এতিয়া যা" । মোৰ বুকুত কঁপনি উঠিল, অৱশ্যে ভয়ত নহয় । লাজত কণ্ডা-চণ্ডা পৰি কোঠাৰপৰা ওলাই আহিছোঁ—এনেতে দেখিলোঁ কমলাই মিচিকিয়া হাঁহি মাৰি অলপ আঁতৰতে থিয় দি আছে ।

বিচিত্ৰ সংসাৰত নিয়তিৰ অসীম প্ৰভাৱ । সুখীক দুখী কৰিছে, দুখীক সুখী কৰিছে । মিলনত বিৰহ চাপিছে আৰু বিৰহত মিলন আনিছে ।

মোৰো সেয়ে ঘটিল । দুদিন নৌহওঁতেই আই-বোপায়ে এৰি থৈ গুচি গ'ল । দুদিন নৌহওঁতেই পথৰ ভিক্ষাৰী হলোঁ । তথাপি ভিক্ষাৰী দুখ নাছিল ; ভগা পজাত এবেলা এমুঠি খায়ো সুখী হব পাৰিলোহেঁতেন, যদি কমলাক পালোহেঁতেন ।

তাৰ পিছত শুনা- আই-বোপাই দুকোৱাত মোৰ অৱস্থা লাহে লাহে বেয়া হৈ আহিবলৈ ধৰিলে, সমাজত মোৰ মান-মৰ্য্যদা কমি আহিল, আমাক কমলাৰ দেউতাকেও দেখিব নোৱাৰা হ'ল । কিন্তু সেই দেৱী প্ৰতিমা কমলাই আগতকৈ বেছি স্নেহ কৰিবলৈ ধৰিলে, আগতকৈ প্ৰেম-বন্ধন দৃঢ়তৰ হ'ল । এদিন কমলাক ক'লো—"কমলা মোক পাহৰিবলৈ চেষ্টা কৰা । মোৰ নিচিনা এটা দুৰ্ভগীয়াক বিয়া কৰাই কিয় নিজৰ অমঙ্গল মাতি আনিবা ।" মোৰ কথা শুনি বেচেৰীয়ে বহুত কান্দিলে, শেৱত উচুপি উচুপি ক'লে, "হৃদয় বিনিময়ৰ নাম যদি পৰিণয় হয়, তেন্তে আমাৰতো আৰু বিয়া হ'বলৈ বাকী থকা নাই ।— অন্যক বিয়া কৰোৱাৰ আগতে মৰণক বিয়া কৰাম ।"

কিন্তু তুমি অবলা । ঈশ্বৰ দয়ালু বুলিয়েই শুনি আহিছিলা, নিষ্ঠুৰ বুলিতো নেজানা ! নিয়তিৰ নিয়ম লঙ্ঘন কৰিবৰ তোমাৰ সাধ্য কি ? যদিও মোৰ ভালপোৱাত একো স্বাৰ্থ নাছিল । তোমাক ভাল পাইছিলোঁ ভালপোৱাৰ কাৰণে, তোমাক পাবলৈ নহয়—তথাপি তোমাক নাপাওঁ বুলি জানিলত হৃদয় ভাগি ছিগি গ'ল কিয় ? ভাগ্য বিপৰ্য্যয়ে দৰিদ্ৰতাই, মোৰ যি চকুৰপৰা এটোপাও পানী উলিয়াব নোৱাৰিলে সেই চকুৰপৰা আজি ধাৰাবাৰে পানী ওলাই কিয় ?—অ' কি কৈছিলোঁ তাৰ পিছত ।

তাৰ পিছত আজি প্ৰায় কেইমাহমানৰ আগতে কমলাৰ বিয়া হৈ গ'ল । বিয়াৰ দিনা বিশ্বাস নহৈছিল বিয়া বুলি । কাৰণ পৃথিৱীৰ ধৰ্ম, পুণ্য কি একোৱেই নাই, ভাল পোৱাৰো কি মূল্য নাই— উধাতু খাই কমলাহঁতৰ ঘৰৰ ফালে লৰ ধৰিলোঁ । তেতিয়া ৰাতি, সেই দিনা আউসী । পত্নুলিমুখ পায়েই থমকি ৰলোঁ । দেখিলোঁ—

ৰভাঘৰ মানুহেৰে ভৰপূৰ, চাৰিওফালে নানা বৰণৰ চাকি। আৰু একো নেদেখিলোঁ, চকুৰ জ্যোতি লাহে লাহে কমি আহিল। ওপৰলৈ মূৰ দাঙি এবাৰ “ঈশ্বৰ” বুলি মাতিব খুজিলোঁ—মাত হৰিল, মাতিব নোৱাৰিলোঁ। দুগালেদি দুধাৰ চকুপানী বৈ আহিল। বুকুৰ অসহ্য জ্বালা সহিব নোৱাৰি কান্দি পেলালোঁ। সেই দিনাৰপৰা মই বৈৰাগী।

বৈৰাগী হবলৈ মোৰ ইচ্ছা নাছিল, অকণো ইচ্ছা নাছিল। বাধ্য কৰালে সংসাৰে। যাৰ জীৱন ব্যৰ্থ সি আকৌ সংসাৰী হয় কেনেকৈ? এয়েই মোৰ ব্যৰ্থ জীৱনৰ কাহিনী॥

আৱাহন/আহাৰ
১৮৫৬ শক

———

## চিঠি আৰু কবিতা

Dear Baruah !

মোৰ গা ভাল নাছিল। সেই কাৰণেই চিঠিৰ উত্তৰ দিব নোৱাৰিছিলোঁ যথাসময়ত। মাফ্ কৰিবি। তোৰ কিতাপখন ওলোৱা নাই! সম্ভৱ সোনকালে ওলাব। ওলালে খবৰ দিম। চিঠি লিখিবি! যোৱা Cotton College sportsৰ বিষয়ে লিখি দিছো। কিনো হ'ল।

তোৰ মৰমৰ

* * *

অ. কৃষ্ণ !

কণা মগনীয়া, দুখীবৰ দুখীয়া
জীৱন দুখতে গ'ল,
সংসাৰ মৰুত ফুৰোতে ফুৰোতে
অকলশৰীয়া হ'ল।

এৰিলে বিভৱে, ভাই বন্ধুসবে
নিদিলে কোনেও দেখা
অঁকা ৰ'ল মাথো, কলীয়া কপালত
দাৰুণ যাতনা ৰেখা।

— গগৈ —

Again

নেমাতঐ কেতেকী, মুকুলঐ কেতেকী,
মাতুতে কলিজা লবে;
কেতেকীৰ গোন্ধতে, ল'ৰালি কালৰঐ
"মইনা"ক মনতে পৰে।

Barooah !

কেতিয়াবা কেতিয়াবা জন্মভূমি অসমৰ 'মূৰৰ ওপৰত লুকা-ভুমুকা খেলা নীলা চন্দ্ৰতাপখনিলৈ মনত পৰে। মনত পৰে—সোণালী তাৰকাৰ মাদলি পিন্ধি নিজান বিলৰ মাজত ফুলি থকা কুমুদিনীৰ লাজুকী ওঁঠত ৰূপালী চন্দ্ৰমাৰ চুমা-চুমি, মনত পৰে—কেতিয়াবা, সন্ধ্যাৰ সমিৰণৰ পৰশত নাচি নাচি যোৱা লুইতৰ বুকুত নাৱৰীয়াৰ অস্ফুটন গীতি— ।

বৰুৱা, হব পাৰে অসমীয়া পাহাৰীয়া জাতি, হব পাৰে অসমীয়া ধনৰ দুখীয়া, হব পাৰে অসমীয়া অশিক্ষিত, কিন্তু সেই বুলি অসমীয়াই নিৰ্ম্মল বায়ু সেৱন নকৰাকৈ নেথাকে, পাৰ্ব্বত্য নিজৰাৰ কুলু কুলু স্ফূৰ্তিৰ লগত অসমীয়াই ধেমালি কৰে, স্বভাৱ সুন্দৰীৰ আঁচলত ধৰি অসমীয়াই আনন্দত মতলীয়া হৈ নাচে, অসমীয়াই সভ্যতাৰ মুখা পিন্ধি তুচ্চ ধনৰ কাৰণে প্ৰতাৰণা কৰিব নাজানে !!!

* * * *

কৃষ্ণ, চন্দ্ৰ, লক্ষেশ্বৰ, যশোদা আৰু গণ্ডমূৰ্খ ভৰালীৰ ভালনে ? কৃষ্ণ ভাবত বিভোৰ চন্দ্ৰ এটা 'প্ৰকাণ্ড দাৰ্শনিক,. যশোদা মনুষ্যত্ব-হীন পশু, ভৰালী নেজ নথকা জানোৱাৰ আৰু আমাৰ লক্ষেশ্বৰ প্ৰেম পাগল। সেইহে বোধহয় আমালৈ পাহৰি আছে। দুৰ্গা, শেখৰ আদিৰ কথা নকওঁৱেই, কাৰণ তেওঁবিলাক "কায়াহীনা" মায়াহি কঠোৰ ব্ৰহ্মচাৰী। প্ৰণায়াম কৰিয়েই সময় নাই। মাত থকা অসম্ভৱ ! আৰু তয়েইবা কি ? তয়ো এটা স্বাৰ্থপৰ ! আগেয়ে চিঠি লিখিবলৈ পাহৰি আছিলি, সেই "key খনৰ দৰকাৰ হ'ল তপকৰে মনত পৰি গ'ল। এয়েটো ? বেচটো, বৰ্ত্তমান আমাৰ ইয়াত থকা কেইজনৰ মঙ্গল। বন্দেশ্বৰ আৰু নবীন মাজে মাজে আহে। কাকতীৰ, শৰ্মা, মথুৰা আদিৰ সম্পূৰ্ণ ভাল। তই শুনিবই পাৱ যে মই St. Xavier's College ত নাম লগালোঁ। এতিয়া হোষ্টেললৈ আহিলোঁ। কনকো আছে। তাৰো ভাল। মোৰ মৰম' চেমেছ 'যি পাৰ লবি। আৰু

অন্যবোৰকো দিবি। কিন্তু আদায় নকৰিবি। কাৰণ আগলৈ দৰ্কাৰ হব। কেতিয়াবাকৈ আৰু এখন কিতাপৰ যেতিয়া দৰ্কাৰ হব, তেতিয়া তইঁতে চিঠি লিখিলে, পিছে কি পঠাম ??

Article এটা পঠালোঁ। বোধহয় সুবিধা নহল !! লক্ষেশ্বৰক দেখুৱাবি। যোৱা কটন কলেজত হোৱা অসমীয়া আৰু বঙালীৰ গণ্ডগোলৰ কথা লৈয়েই লিখিছোঁ।

হৰেণ ভৰালীৰ শ'টো খৰি দিলেনে, গাঁত খানি পুতি পেলালি ? সি মৰিল বুলি শুনিছিলোঁ !!! আজিলৈ থক। উত্তৰ দিবিতো।

তোৰ "key" খন বাহিৰ হোৱা নাই। হলে লিখিম ! যোৱা ২০/২১ তাৰিখে বিশেষ একো গণ্ডগোল হোৱা নাছিল। মাত্ৰ ৰাস্তাই ৰাস্তাই national flag আৰু Bladges লৈ voll. বিলাকে city ভ্ৰমণ কৰিছিল।

Prahlad Hostel
P. O. Lanka
Hindu University

My dear Baruah !

জীৱনৰ চক্ৰ আজি ঘূৰিল বৰুৱা !
নিয়তিয়ে মোক আজি নিলে উৰুৱাই
এক দূৰ দেশলৈ।
য'ত নাই শান্তিকণা, চেচনি প্ৰাণৰ
আছে য'ত মৰীচিকা, বিভিষিকা মাথোঁ।

* * * *

বৰুৱা !

শেষ আজি ধূলা-খেলা
শেষ অভিনয়

শেষ জীৱন মোৰ
সুখ শান্তিময় ।

* * * *

ভাগিল সপোন আজি
ভাগিল ক্ষেপনি ।

* * * *

নতুন জীৱন আজি অতীত পাহৰা
শ্যামল বসুধা আজি চকুৰ আগত
বিধবা, সৌন্দর্য্যহীন, দীনা, শোকাতুৰা ।

সচক্ষে দেখিলো আজি
বিৰাট বিশ্বৰ,
চাৰিদিকে প্রলয়ৰ হাহাকাৰ ধ্বনি,—
চাৰিদিকে উল্কাপাত
চাৰিদিকে বজ্রপাত
চাৰিদিকে শ্মশানৰ
চিতাৰ অগনি ।

বুজিলো বকুৱা আজি,
প্রত্যক্ষ বুজিলো
স্বার্থ আজি গঙ্গাজল
প্রবঞ্চনা পুণ্যঅর্ঘ্য দেৱ মন্দিৰত
আত্মদান উন্মাদৰ অশ্লীল প্রলাপ

সত্য হ'ল অন্তর্দ্ধান ।
মিলি গ'ল অসত্যৰ ৰাঙলী পতাকা
আৰক্তিম গগনৰ ৰক্তিম আভাত ।

সুউচ্চ মন্দিৰ সউ দূৰ দূৰণিত
কলসীয়ে অসত্যক কৰি আলিঙ্গন
বিস্তাৰিছে অধৰ্ম্মৰ মহিমা অপাৰ ।
ন্যায়ৰ শিৰতে আজি
পদাঘাত কৰি
অন্যায়ে স্বৰাজ্য তাৰ কৰিলে বিস্তাৰ ।
পুণ্যবতী, পুণ্য প্ৰিয়া শ্যামল বসুধা ।
কলঙ্কিনী অপবিত্ৰা ভ্ৰষ্টা, বাৰাঙ্গনা ।

০ ০ ০ ০

ধৰিত্ৰীৰ লগে লগে জীৱন চকৰি
ঘূৰি গ'ল, নামি গ'ল,
ৰসাতললৈ ।
কলিজা ফাটিল আজি বজ্ৰ আঘাতত
নোলাল অকণো তেজ, নিজৰি নিজৰি ।
ওলাল, ওলাল মাথোঁ
ৰৌদ্ৰতপ্ত মৰুভূমি
শিলাময় শুষ্ক বালি
হৃদয় বিদাৰি ।

* * *

কি হব কৰিলে আৰু মিছাতে বেজাৰ
ভাগ্য আজি প্ৰতিকূল ।
সৰগৰ অভিশাপ
কৰিলো গ্ৰহণ ময়ো
দুৰ্ব্বল হিয়াত ।

বন্ধুৱা !

কিমান লিখিম আৰু ?
লিখি থাকিলেও, বিশ্বৰ বুকুত মোৰ
নধৰে লিখনি ।

* * * *

আজি ধৰি চতুৰ্থৰ দিনা
যাম এৰি বেনাৰস কলিকতালৈ
লগত কমল আভিও
আৰু —।

বন্ধুৱা—

সুখ নাই, দুখ নাই, সকলো পলাল
শাওনীৰ সখিয়তী দূৰতে লুকাল ।

— গগৈ —

3-4 28

Cal/Gogo's Camp
Lower Circular
21/9/1

—গুচোৱা ওৰণি দেবি নেলাগে, নথবা
চঞ্চল পৰাণে মোৰ চাব খোজে আজি
সৌন্দৰ্য্যৰ উপবন; শুনিব খুজিছে
প্ৰণয়ৰ ঐক্যতান, কেনে উঠে বাজি।

জীৱন সপোন দেবি শয়নো সপোন
মাত্ৰ ধৰে অন্ধকাৰে আলোকৰ বেশ
মৰণে ভাঙ্গিব স্বপ্ন শয়নো ভাঙ্গিব
মৰণেই জীৱনত সপোনৰ শেষ।

— গগৈ —

বৰুৱা ' ফুৰ্ত্তি কৰা। কৰ্ত্তব্যৰ মলয়া বতাহত ফুৰ্ত্তিৰ শুভ্ৰ পাল তুলি দিয়া। কালৰ সোঁতত জীৱন তৰি গৈ থাকক।

শান্তি নহব কিয় ?

প্ৰফুল্লৰ লগত শান্তিয়ে বকুল তলত বাঁহী বজাইছে। উঠা বৰুৱা উঠা ! বকুলৰ ডালত বহি শান্তিৰ সুৰত সুৰ মিলাই দিয়া।

শুনিছো শান্তিৰ বাঁহী বকুল তলত,
তুমিও ডালত বহি কোকিল কণ্ঠেৰে,
"সুৰটি মিলাই দিয়া শান্তিৰ সুৰত।"

সোৱা অদূৰত যমুনাৰ পাৰত ধূপ-ধুনা জ্বলি উঠিছে। স্নান কৰা। জাহ্নবীৰ জ্যেষ্ঠা তনয়াৰ পাদস্পৰ্শ কৰি, আপোন শঙ্খ বজাই দিয়া। দেখিবা, ধূপ-ধুনা দ্বিগুণ তেজেৰে জ্বলি উঠিছে।

সুগন্ধত দশোদিক প্লাবিত হৈছে।

বৰুৱা, কিহৰ আশাত ঘূৰি ফুৰি কাক বিচাৰিছা ? দেবিক নে মানৱীক নে পিশাচিক কোৱা ! কোৱা বৰুৱা ! কাক বিচাৰিছা ?? নোকোৱা ! ঠিক নোকোৱা !!

হেৰৌ মূৰ্খ জীৱনক বিচাৰিছ ?

জীৱন প্ৰভাতৰ ৰাঙ্গলী সূৰ্য্য, সন্ধিয়াৰ শঙ্খধ্বনী ৰজনীৰ শুভ্ৰ চন্দ্ৰমা, ভক্তৰ আৰাধনা, জীৱনক বিচাৰিছ ? কি কৰিবি। ঋতুৰালী জীৱনক, পদ্মকলি জীৱনক, মৃগেন্দ্ৰনয়নী জীৱনক কি কৰিবি ? হেৰ মূৰ্খ কি কৰিবি ??

চণ্ডালৰ ঘৰত বেদ পাঠ কৰিলে লাভ কি ?

অন্ধৰ 'ছচ্‌মাৰ' প্ৰয়োজন কি ? ... ....

নিৰাশা নহয। ই উপেক্ষা।

নিৰাশা কৰা নাই, উপেক্ষা কৰিছো। জীৱনক নেপাৱ বুলি কোৱা নাই, জীৱনৰ আশা ত্যাগ কৰিবলৈ কৈছো।

নমৰিবি অন্ধ। আগ নেবাঢ়িবি।

সম্মুখত "ফাগুনৰ" প্ৰচণ্ড অগ্নি পুৰি মাৰিব।

এতিয়া বুজিব পৰা নাই, পাচত বুজিবি

এতিয়া পাপ কৰিছ, শেষত অনুতাপ কৰিবি।

এদিন মোৰ দৰেই চিঞৰি উঠিবি !

—কিয় দেবি জীৱনৰ দুপৰীয়া বেলা

জ্ঞানৰ চাকিটি মোৰ নুমুৱাই ল'ই

চেতনাৰ শুভ্ৰ বস্ত্ৰ কলিয়া বোলেৰে

ক'লা কৰি গুছি গলা, আন্ধাৰত থই ?

— গগৈ —

সেইহে কৈছো সংজ্ঞাহিনা নহবি !

* * * *

ফুৰ্ত্তি কৰ ! কিন্তু জীৱনক নিবিচাৰিবি ! জীৱন ফুৰ্ত্তিৰ বাহিৰ, সুখৰ বাহিৰ, আশাৰ বাহিৰ, কল্পনাৰ বাহিৰ, শয়ন সপোন সকলোৰে বাহিৰ। জীৱনবো বাহিৰ। জীৱন স্বৰ্গৰ নহয়, জীৱন মৰ্ত্ত্যৰ নহয়, জীৱন নৰ্কৰো নহয়। জীৱন কৰবাৰ। ক'ৰ কোনেও নাজানে। জীৱন দেবি, মানবী, দানবী একো নহয়। কি কোনেও নাজানেও।..............

কেতিয়াবা সপোন দেখিছনে ? জাগ্রত অৱস্থাত ? নিলিমাৰ বুকুত ওলমি থকা ধ্রুব তৰালৈ মন কৰোতে সপোন দেখিছ নে ? বোধকৰো নাই দেখা। যদি দেখিছ কি দেখিছ ? জীৱনক ধ্রুব তৰাৰ আঁৰত লুকাই থাকি, কৰবী বন্ধা দেখিছনে ? জীৱনে নিলিমাৰ মাজুত নক্ষত্রৰ শাৰীত বহি "ছেতাৰ" বজোৱা শুনিছনে ? বোধহয় নাই শুনা। সেইহে জীৱন জীৱন বুলি পাগল হৈছ।

* * * *

নিমিলিত আৰু উন্মীলিত নেত্রৰ পাৰ্থক্য কি ? প্রভেদ—শুক্ল, কৃষ্ণ, দিবা-ৰজনী, পূৰ্ণ আৰু শূন্য সেযেতো ? তথাপি অন্ধৰো ৰাতি দিন আছে।

* * * *

জীৱন।

শূন্যপ্রাণে শূন্যমন শূন্য দেহা ল'ই
বিচাৰিছে শূন্যে শূন্যে ছায়াটি তোমাৰ
হব জানো পূৰ্ণ মোৰ শূন্য দেহা সজা
বব জানো কেতিযাবা "শোণিতৰ" ধাৰ ?

* * *

২১ তাৰিখে কলিকতা এৰিম। মোৰ ভাল। বিহুৰ পাছত পামগৈ। কৃষ্ণক জুতা মাৰিবি। উত্তৰ দিবি। খোৱাৰ আগতে খা-খবৰ লিখিবি।

জীৱনক মোৰ . . দিবি।

স্বাঃ —

* * *

My dear Barooah,

ক্ষমা বিচাৰিব পাৰোনে ?

ধৈৰ্য্যহীন হলো। অকণো ভাবি নাচালোঁ, অলপো অপেক্ষা নকৰিলোঁ। শৃঙ্গীমুনিয়ে পিতাকৰ ডিঙিত মৃত সাপ দেখি ক্রোধত অধৈৰ্য্য হৈ পৰীক্ষিতক অভিশাপ দিয়াৰ দৰে, ময়ো আগ পাচ নাভাবি কিবাকিবি বহুত লিখিলোঁ। বোধকৰো ক্ষমা কৰিবা।

জীৱনে মোৰ কবিতা পঢ়াৰ কি অধিকাৰ আছিল ? জীৱনলৈ মইতো একো লিখা নাছিলোঁ । লিখিছিলো তোমালৈ । জীৱনে চাব কিয় ? আৰু তুমিয়েইবা কিয় দেখুৱাবা ? কিয় আকৌ পুৰণি স্মৃতি জগাই দিছা বৰুৱা ? আকৌ কিয় সেই সপোন ৰাজ্যলৈ টানি নিছা ? "জীৱন" বুলি দুৰ্ব্বল অন্তৰত কিয় বিদ্যুতৰ সঞ্চাৰ কৰাইছা ?

নেজানানে বৰুৱা যে,—মোৰ,
জীৰ্ণ-শীৰ্ণ কল্পনাৰ কুটিৰত থকা
শোণিতাক্ত লবণাক্ত তিক্ত কলিজাত
নিৰাশাৰ নিদাৰুণ প্ৰীতি ভক্তিহাৰা
দাৰুণ যাতনা আহি দিছেহি আঘাত ।
সি আঘাতৰে আঁৰে আঁৰে বিৰহত জ্বলা
ছায়াৰ প্ৰতিমা আহি জুমি জুমি চাই
চিঙ্গি ভাঙ্গি হৃদয়ৰ সাঁচতীয়া বীণা
উলঙ্গ বেশেৰে নাচি পুনু গুছি যায় ।

* * * *

বৰুৱা, জীৱন জীৱন বুলি মোৰ এই অভিশপ্ত জীৱনত যাতনাৰ জীৱন্ত প্ৰতিমূৰ্ত্তি প্ৰতিস্থা নকৰিবা । অলপ জিৰণি লবলৈ দিয়া । নহলে যে পাগল হম ।

তোমাক "লঘু" কৰিবৰ মোৰ কি অধিকাৰ ? "লঘু" কৰা নাই । তোমাৰ আত্মসম্ভ্ৰম মোৰ বোধেৰে এতিয়াও ক্ষীণ হোৱা নাই, বৰং অলপ উদ্ভাসিত হ'ল । কিয় "লঘু" কৰিম ? দৃশ্যমান সংসাৰত অদৃশ্যমান হৈ থকা কিছুমান অপাৰ্থিব সৌন্দৰ্য্য 'দৃশ্যপটত' কল্পনা তুলিৰে তুলি দিয়াকে "লঘু" কৰা বোলেনে ?

সপোনৰ লাজুকী প্ৰতিমা দিঠকত কল্পনা কক্ষৰপৰা ধৰি আনি, প্ৰেম উদ্যানত বহুৱাই দুৰ্ব্বল হৃদয়ৰ 'বিৰহ বাণীৰে' চঞ্চল নয়নৰ 'চকুৰ পানীৰে' অৰ্ঘ্য দিয়াকে "লঘু" কৰা বোলেনে ?

বৰুৱা ! তোমাৰ অন্তৰৰ ভাব বুজি মই তোমাক সন্ধিয়া বেলিকা লুইতৰ দাঁতিত অকলে অকলে বহুবাই চঞ্চলা 'তটিনীক শোকাকুল অন্তৰৰ 'বিৰহ বাণীৰে' সম্বোধন কৰোৱাই, তোমাৰ তপত প্ৰাণত শীতল সমিৰণৰ ব্যৱস্থা কৰিছিলোঁ, ( যদিও কৃতকাৰ্য্য হব নোৱাৰিলোঁ ) তুমি কিয় জীৱনক মোৰ 'কাৰ্য্যবিৱৰণী' দেখুৱালা ? কিয় ?? কি কৰিলা !!!

অ' আৰু এটা কথা। তুমি 'জীৱন' 'জীৱন' বুলি পাগল নহবা। জীৱনৰ পৱিত্ৰ প্ৰতিমা তোমাৰ কলঙ্কিত হৃদয়ত ঠাই নিদিব। শান্তি কুটিৰৰ "জীৱন শেফালিকা" তোমাৰ কদৰ্য্য হাতেৰে স্পৰ্শ কৰিবলৈ আগ নেবাঢ়িবা। কাৰণ "জীৱনক" নোপোৱা চেষ্টা নকৰিবা ব্যৰ্থ হবা। পৰিহাস নহয় ? ই ধ্ৰুৱ ই স্থুল, ই প্ৰত্যক্ষ। তোমাৰ আৰু জীৱনৰ ভিতৰত বহুত প্ৰভেদ। "জীৱন" জীৱনাকাশত ধ্ৰুৱ তৰা, তুমি ধূমকেতু। "জীৱন" জীৱন পথত ভানুৰ জ্যোতি ; তুমি অমাবস্যাৰ ৰজনী। "জীৱন" জীৱন ৰাজ্যৰ বিজ্ঞ মন্ত্ৰী, তুমি তস্কৰৰ সহকাৰী। "জীৱন" বেহেস্তৰ প্ৰস্ফুটিত পাৰিজাত, তুমি জহান্নামৰ দুৱৰী।

— 'চকু নেমেলিবা বৰুৱা, "অন্ধ হবা।"
জীৱনে "জীৱন যজ্ঞ" কৰিছে আৰম্ভ
"বিবেক" বহিব তাত পুৰোহিত হৈ
"ভক্তি" "মুক্তি" "মোক্ষ" আহি দিবহি উৰুলি
"প্ৰীতিয়ে" বিলাব "স্নেহ" প্ৰেম পাত্ৰলৈ।

* * * *

যজ্ঞৰ দক্ষিণ দ্বাৰে 'বিনয়' দুৱৰী
—সত্যপ্ৰিয়, কৰ্ম্মবীৰ ধাৰ্ম্মিক মহান—
'হিংসা, দ্বেষ' 'স্বাৰ্থ' আহি নোৱাৰে সোমাব,
পৱিত্ৰ যজ্ঞত নাই পাপাত্মাৰ স্থান।

বৰুৱা !

চিৰ দুৰ্ভগীয়া তই নকৰিবি আশা
যজ্ঞৰ প্ৰবেশ পথ উন্মুক্ত নহব
যদ্যপি পাপৰ বোজা, মনৰ অন্ধতা
নৰকৰ ছবি আঁকি অন্তৰতে ৰ'ব ।

লক্ষেশ্বৰ !

গাধাৰ পিঠিত বোজা দিয়াতকৈ, নিজৰ পিঠিত দিয়াই ভাল । কাৰণ গাধা সদায় গাধা । দুৱাৰ চুকত জোপলৈ থকাতকৈ চাঙ্গ তলত সেপ্‌চুকি থকাই মঙ্গল । তোমাৰ গগৈ

* *

Article পঠাম । মোৰ মঙ্গল । উত্তৰ দিবি । "সৌৱৰণৰ" অৰ্থ নেপালি ? মই বুজাই দিম । কৃষ্ণক চৰ এটা মাৰিবি ।' তইঁত ঘৰলৈ যাবি কেতিয়া ?

স্বাক্ষৰ : -

"Nandan Batik"
P. O. Lanka
Hindu University
(Benaras)

বৰুৱা !

কিয় বন্ধু কৰা অভিমান ?
ভাবা নেকি বহি আছো কুঞ্জ কাননত
সান্ধ্য সমিৰণে য'ত চুলি মেলি আহি
অপাৰ্থিব সৌন্দৰ্য্যৰ জেউতি বিলায় ?
নাই বন্ধু সেই দিন ।
লীন হ'ল অসীম অনন্তে ।

ভাবিব পৰা তুমি মই অভিমানী বুলি, কিন্তু ভবাৰ আগেয়ে ভাবি চাবা । কিহৰ কাৰণে অভিমান কৰিম ? আছে কি ? অভিমান

কৰিবলৈ, অহঙ্কাৰ কৰিবলৈ, যদি কিবা আছিল, বিসৰ্জ্জন দি আহিলো সেইদিনাই — যিদিনা হৃদয়তন্ত্ৰী ছিগি গ'ল, — বীণা বেসুৰে বাজি উঠিল।

ভাবিব পৰা কাশীধামত, জাহ্ণবীৰ পাৰত তৰঙ্গৰ লীলা-খেলা চাই, "ব্ৰহ্মপুত্ৰলৈ" মনত থকাতো অসম্ভৱ। কিন্তু বোধহয় এইটো ভাবিবই নোৱাৰা যে ব্ৰহ্মপুত্ৰক চিৰদিনেই পাহৰি থাকিব।

ময়ো সেইদৰেই, যদি সঁচাকৈয়ে তুমি ভাবিছা, পাহৰিছো বুলি, তেন্তে মাত্ৰ ক্ষন্তেকৰ কাৰণেহে, সিও দুখৰ জ্বালাত। যাহওঁক, সেই-বাবে ক্ষমাও কৰিব পাৰা।

Description বুলি বিশেষ দিব নোখোজো কাৰণ, সিমান Importance নাই। তথাপি মন্দিৰেৰে পৰিপূৰ্ণ, জাহ্ণবীৰে সুশোভিত আৰু বিধবাৰে আবৰিত। University Compound টো বৰ ডাঙৰ আৰু চাফ্‌চিকণ। পঢ়া-শুনা বিশেষ বেয়া নহয়।

Benaras যিটো ডোখৰ আচল City i.e. 'heart' সেইডোখৰ একৰকম চাবলগীয়া। কাৰণ, ৰাস্তাত ধূলি, গোবৰৰ দম, পচা গন্ধ ইত্যাদি।

তুমি যদি সঁচাকৈয়ে ভাবিছা মই সুখত আছো বুলি তেন্তে সেইটো ভুল ভাবিছা। মনত সঁচাকৈয়ে শান্তি নাই, ৰাতি টোপনি নাহে। মাত্ৰ সদায় এটা চিন্তা ভাবনাৰ মাজেদি উটি ফুৰিছোঁ। হৃদয় বৰ দুৰ্ব্বল। তৃষ্ণাতুৰ প্ৰাণে শান্তি বিচাৰি বিয়াকুল, কিন্তু শান্তি ক'ত? কেতিয়াবা কেতিয়াবা নিজৰ ওপৰতে ঘৃণা জাগি উঠে। বুকু ভাঙ্গি চিঙ্গি ডোখৰ ডোখৰ কৰিবৰ ইচ্ছা হয়। নেভাবিবা বকুৱা যে সুখত আছো। সুখ নাই — সুখী নহয় মাত্ৰ চিৰ দুখ, চিৰদুখী।

আজি মোৰ—

জীৰ্ণ শীৰ্ণ কল্পনাৰ কুটিৰত থকা,
শোণিতাক্ত তিক্ত কলিজাত,
নিৰাশাৰ নিদাৰুণ প্ৰীতি ভক্তিহাৰা
দাৰুণ যাতনা আহি দিছেহি আঘাত।

আঘাতত হৃদয় চূৰ্ণ-বিচূৰ্ণ হৈছে,
এয়েই সুখ নে ?
আজি মই—
অব্যক্ত বেদনা লই বিদিৰ্ণ বুকুত
চকুলোত স্নান কৰি অভিশপ্ত প্ৰাণ,
ভগ্ন সুৰে নজনাৰ অজানা দেশত
বিষাদ বিৰিঙ্গি থকা গাইছেহি গান।
আজি মোক—
নিদিয়ে কোনেও আহি শীতল জুৰণি
ভগ্ন ৰুদ্ধ কুটিৰত সান্ধ্য সমিৰণ
সান্ত্বনাৰ শান্তিজল দুখ তাপ হৰা
( নকৰে কোনেও ) অভিলাষি সুধা ঢালি তৃষ্ণা নিবাৰণ
আজি মোলৈ—
নিদিয়ে পঠাই কেৱে নিজহাতে আঁকি
হাস্যোজ্জল সুবিমল মানসী প্ৰতিমা
পঙ্কজীনি পৰাজিতা প্ৰণয়ৰ ছবি
বিশ্ব শুভা বিচিত্ৰাৰ মূৰ্ত্তি অনুপমা।

সঁচাকৈয়ে সুখ নাই আৰু হবৰো আশা নাই। মন সদায় চঞ্চল। উপায় নাই কি কৰিম ? মনক সান্ত্বনা দিবৰ কাৰণেই কেতিয়াবা কবিতা লিখো, কিন্তু সিও কবিতাত পৰিণত হৈ নুঠৈগে। সি যি হওঁক মোৰ বৰ্তমান মনৰ অৱস্থা বুজিবলৈ তলত কেইটামান কবিতা তুলি দিলো—

বোধকৰো কবিতা কেইটা পঢ়ি ভালকৈ বুজিব পাৰিবা মোৰ মনৰ বৰ্তমান অৱস্থা কেনেকুৱা।

A (i)

সান্ত্বনা সঁফুৰা কিয় বিচাৰি বিচাৰি
মিছাতেই ফুৰিছোহি অনাই বনাই

কপালত যিটো নাই কিয় বিচাৰিছো
সান্ত্বনাৰ শেষ হ'ল, নাহেতো দুনাই।
নাহে আৰু ঘূৰি সেই মিলন পূৰ্ণিমা
নুশুনো আৰুতো সেই ধ্বনি সুমধুৰ
নেমাতেহি "আহা" বুলি আকোৱালি ধৰি
নাই মৃদু পৰশন সুগোল বাহুৰ।
চকুপানী মচি মচি কোনেনো এতিয়া
নিজৰ চকুতে সেই চকুপানী ল'ই
সান্ত্বনাৰ শান্তিজল কৰাবহি পান,
কান্দিব দুখত মোৰ বিয়াকুল হই
নাই আৰু, নাহে কোনো, নেচাই উভতি
সান্ত্বনাৰ শেষ হ'ল, নবৰে সাৱটি।

A (ii)

অভিশপ্ত পাপী মই চিৰ দুভগীয়া
যাতনাই একমাত্ৰ লগৰীয়া মোৰ,
যাতনাৰ লগতেই হাহাকাৰ কৰি,
এদিন পেলাম এই জীৱনৰ শেষ।
তেতিয়া নুফুৰো আৰু সান্ত্বনা বিচাৰি
শেষ হব সেইদিনা জ্বালা যন্ত্ৰণাৰ
কপালৰ ক'লা দাগ বুকুৰ কঁপনি
কলিজাৰ মৰা তেজ, পঁচা কামিহাৰ।
তেতিয়া কোনেও আৰু নেপায় আমনি
বাটৰ ভিক্ষাৰী বুলি কাকনো ঘিণাব ?
কাৰ কান্ধত দেখি পাপৰ জোলোঙা
ভয়তে আঁতৰ হৈ, মুখ লুকুৱাব ?
শেষ হব সেইদিনা এন্ধাৰ ওৰণি
সান্ত্বনাৰ শেষ তৃষ্ণা, প্ৰাণৰ পোৰণি।

A (iii)

আহা আৰু কোন ক'ত আছা পাপীতাপী
নেলাগে খুন্দিব হিয়া নেলাগে ফুৰিব
আশা কৰি মৰীচিকা মৰু প্ৰান্তৰত
তলুৱাৰ ফটাচাল নেলাগে চিঙ্গিব ।
পাপৰ জোলোঙ্গা যিটো কান্ধত আনিলা
দুখৰ টোপোলা তাতে সুমোৱাই ল'ই
বলা যাওঁ একেলগে সউ পৰা পাৰো
বহুৰূপী সংসাৰত শেয সেৱা থই ।
সংসাৰ নহয় সৃষ্টি তোমাৰ কাৰণে
নাই স্থান তোমাল'ই ভুলতে আহিলা
ওলোৱা ওলোৱা বন্ধু যাওঁ একেলগে
শেষ হ'ল একেদিনে মৰতত লীলা ।
বিশ্বৰ বুকুত হ'ল ভ্ৰমণৰ শেষ
মুক্ত আমি অভিশপ্ত মলিয়ন বেশ ।

—o—

B (i)

নিজান হাবিত গই বহি বহি অকল'ই
অকলে অকলে গাওঁ আপোনাৰ গান
সঙ্গীতেই সখী মোৰ সিয়ে কৰে প্ৰাণ জুৰ
সিয়ে কৰে হৃদয়ত শান্তি সুধা দান ।
কেতিয়াবা বহি বহি ভাবৰ সোঁতত ভাহি
নন্দনৰ পাৰিজাত চিঙ্গি লওঁ
কেতিয়াবা বেজাৰত ভগ্ন ৰুদ্ধ পৰাণত
জ্বলাই শোকৰ জুই তাতে দগ্ধ হওঁ ।
পৰ্ব্বতৰ শিখৰত কান্দি কান্দি আতুৰত
কেতিয়াবা ভাবো মনে, আত্মহত্যা কৰো
ময়ে মহা অভিশাপ আত্মহত্যা নোহে পাপ
জ্বলনি পোৰণি সহি কিয় আৰু মৰো ?

B (ii)

যিদিনাই জন্ম ললো মৰ্ত্যত মানৱ হলো
সিদিনাই প্ৰাণে মোৰ কান্দিলে বিনাই
সিদিনাই নিয়তিয়ে মূৰ্ত্তিমতী যখিনীয়ে
চকুত তপত বালি দিলে চতিয়াই।
সিদিনাৰে পৰা অন্ধ সংসাৰী মায়াত বন্ধ
সিদিনাৰে পৰা মই অকলশৰীয়া
নিজেই নিজকে ধৰি নিজকে নিজৰ কৰি
ফুৰি ফুৰো ৰাতি দিন নাই লগৰীয়া।
সিদিনাই শেষ হ'ল উটি উটি গ'ল
স্বাধীন তৰণি মোৰ ভব সাগৰত
মাৰ গ'ল ৰবি শশী লোকৰ ৰচনা ৰচি
দুখৰ ধুমুহা দেখি বিশ্বৰ আঁৰত।
আজি মোৰ দৃষ্টিহীন সকলোৱে কৰে ঘৃণ
সকলোৱে পিঠি দিয়ে উলটি নেচাই
ময়ে এক প্ৰহেলিকা নৰকৰ বিভিষিকা
মোৰ দৰে দুখীয়া আৰু কোনো নাই।
ময়েই চিতাৰ জুই ময়ে মৃত তাতে শুই
শেষ কৰো নিজ দেহা ভস্ম থাকে পৰি,
তাকেই বুটলি ল'ই পুনৰ প্ৰেতাত্মা হই
শ্মশানত নৃত্য কৰো, নিজ ৰূপ ধৰি।

* *

দোচ. আমাৰ একৰকম সকলোৰে ভাল। বৰুৱা, কমল আৰু কিৰণ গোস্বামী আগ্ৰালৈ গৈছে। কাৰণ কলেজ দুদিন বন্ধ। মই অহা ৺জন্মাষ্টমীত ঘৰলৈ যাম। চিঠিৰ উত্তৰ সোনকালে পাবলৈ আশা কৰিছোঁ। Chaliha ফেল হোৱা শুনি বাস্তৱিকতে বৰ বেজাৰ পালোঁ। Article বাৰু এটা পঠাম। ২/১ দিনৰ ভিতৰত। — গগৈ —

# উল্লেখিত প্ৰবন্ধ আৰু পুথিৰ তালিকা


ভূত চেতিয়া, 'অভিনয় শেষ হ'ল, অসম সাহিত্য সভা, ১৯৮৫।

পদিনী মোহন চৌধুৰী, বৰ্তমান সামাজিক পটভূমিত লেখকৰ কৰ্তব্য, 'সমলয়', যোৰহাট সাহিত্য সভা, ১৯৭৪, পৃঃ ৩৫-৪৫ ]।

নিশিপদ চৌধুৰী, আৰু প্ৰদীপ বৰদলৈ ( সম্পাদিত ), প্ৰেক্ষাপট, নিউ আৰ্ট প্ৰেয়াৰ্ছ, গুৱাহাটী, ১৯৮০।

সতীশ চন্দ্ৰ চৌধ্ৰী, 'সংস্কৃতিৰ সুবাস', পাঠশালা সাহিত্য সভা, ১৯৮৭।

দীলিপ কুমাৰ দত্ত, শঙ্কৰদেৱৰ কালিয দমন নাট, বাণী মন্দিৰ, ডিব্ৰুগড়, ১৯৮৬।

প্ৰফুল্লদত্ত গোস্বামী, 'কবি ৺ গণেশচন্দ্ৰ গগৈ' [ জয়ন্তী, অষ্টম সংখ্যা, ৮-৭৫ ৰ পৰা ৮-৮০ ]।

আৰ্মণ্ড নিকলি ( সম্পা ), দি হাৰ্ভাৰ্ড গাইড টু মডাৰ্ণ ছাইকিয়াট্ৰি, হাৰ্ভাৰ্ড ইউনিভাৰ্চিটী প্ৰেছ, কেম্ব্ৰিজ, আমেৰিকা, ১৯৭৮।

বীৰেন বৰকটকী, গণেশ গগৈৰ কবিতা 'অসমীয়া সাহিত্য-সংস্কৃতিৰ দুটি-এটি, ডেকা এজেন্সী, শিৱসাগৰ, ১৯৭০।

হিতেশ্বৰ বৰবৰুৱা, আহোমৰ দিন, অসম প্ৰকাশন পৰিষদ, ১৯৮১।

অমূল্য বৰুৱা, পাতনি, ৰূপ-জ্যোতি, ১৯৭৫।

শক্তিনাথ বৰুৱা, গগৈ সাহিত্যত আধ্যাত্মিকতা, জন্মভূমি, ১৮ আঘোণ, ১৮৭১ শক।

সত্যপ্ৰসাদ বৰুৱা, গণেশ গগৈৰ নাটক, শিল্পীৰ পৃথিৱী, চতুৰ্থ বছৰ, ষষ্ঠ সংখ্যা, পৃঃ ১০-১২, আৰু শিল্পীৰ পৃথিৱী, চতুৰ্থ বছৰ, সপ্তম সংখ্যা, পৃঃ ২৫-২৯।

সহজানন্দ ভৰালী, শিৱসাগৰ নাট্যসমাজৰ ইতিবৃত্ত, গুৱাহাটী, ১৯৭৫।

সূৰ্য্য কুমাৰ ভূঞা ( সম্পাদিত ), অসমৰ পদ্য-বুৰঞ্জী, অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ব বিভাগ, ১৯৬৪, পৃঃ ১২৪-১২৫।

শেখৰজ্যোতি ভূঞা, উভতি চাওঁ, বাণী মন্দিৰ, ডিব্ৰুগড়, ১৯৮২।

সত্যেন্দ্ৰ নাথ শৰ্মা, অসমীযা সাহিত্যৰ ইতিবৃত্ত, বাণী প্ৰকাশ মন্দিৰ, দ্বিতীয় প্ৰকাশ, ১৯৬১।

যতি নাৰায়ণ শৰ্মা, গণেশ গগৈ আৰু তেওঁৰ কবিতা, অসম পাব্লিকেচন্স হাঁউছ, যোৰহাট, ১৯৭৭

সত্যেন শৰ্মা, অসমীয়া সাহিত্যৰ ইতিবৃত্ত, বাণী প্ৰকাশ মন্দিৰ দ্বিতীয় প্ৰকাশ, ১৯৬১,

জ্ঞানানন্দ শৰ্মা পাঠক, নতুন কবিলৈ মুকলি চিঠি, এল-বি-এছ, গুৱাহাটী, ১৯৮০